# সোঁত সলনিৰ সোঁত

সম্পাদনা : জ'ন ডব্লিউ. গাৰ্ডনাৰ

অনুবাদ : বন্ধু



শ্ৰীভূমি পাবলিচিং কোম্পানী
৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা-৯

# TO TURN THE TIDE

President John F. Kennedy

প্রকাশক :
অরুণ পুরকায়স্থ
শ্রীভূমি পাব্লিশিং কোম্পানী
৭৯, মহাত্মা গান্ধী রোড, কলিকাতা-৯

মুদ্রক :
দীনেশ চন্দ্র সরকার
অনু প্রেস
৫১, ঝামাপুকুর লেন
কলিকাতা-৯

মূল্য : ২.০০

# সূচী

# আগ কথা।

আমাৰ দেশৰ আন গৃহতকৈ ৱাচিংটন, ডি. চি.-ৰ ১৬০০ পেন্সিলভেনিয়া এভিনিউত থকা হোৱাইট হাউচত অনেক বেছি চিত্তাকৰ্ষক বিদেহী আত্মা আছে। এই গৃহতেই জৰ্জ ৱাচিংটনৰ বাহিৰে আন আটাইকেইজন প্ৰেচিডেণ্টেই বাস কৰিছে, শুইছে আৰু শ্ৰম কৰিছে, আৰু তেওঁলোকে নিজৰ আৰু পৰৱৰ্ত্তী বংশধৰসকলৰ কাৰণে উপদেশ বাণী লিখিছে। প্ৰায় আটাইবোৰ বিখ্যাত সেনা আৰু সেনানায়কেই ইয়াত আহি যুদ্ধৰ বাতৰি দিছে। চিনেট আৰু বিধান-সদনৰ বিখ্যাত ব্যক্তিসকলে ইয়ালৈকে চৰকাৰৰ আন মানুহবোৰক লগ পাবলৈ আহিছিল। আমাৰ জাতীয় গৃহৰ স্থপতিসকলে যেন নানা অলৌকিক মাতেৰে ইয়াতেই কথা কয়। এই কিতাপৰ পাত লুটিয়াই আমাৰ বিশ্বাস হব পাৰে যে জ'ন ফিট্‌জেৰাল্ড্‌ কেনেডিয়ে এইবোৰ অনেকে আত্মাৰ লগত কথা পাতিছে। তেওঁ অতীতৰ কথাবিলাকত গভীৰভাৱে নিমগ্ন। খেলিমেলিময় বৰ্ত্তমান আৰু অজান ভৱিষ্যতৰ ওপৰত ই কি পোহৰ পেলাব পাৰে তাকেই তেওঁ বিচাৰিছে।

দিনে-নিশাই প্ৰেচিডেণ্টে পৃথিৱীৰ ইতিহাসৰ পৰিবৰ্ত্তনশীল খেলিমেলিৰ বহুমুখী আয়নালৈ চাই আছে। ডাক, তাঁৰ, ফোন, ৰেডিও, টেলিভিচন, কেব্‌ল্‌, দূতৰ জৰিয়তে হোৱাইট হাউচলৈ আহে উৰা-বাতৰি, চৰকাৰী ইস্তাহাৰ, অনুমান, সম্ভাৱনা—যিবিলাকে প্ৰায়েই এখন অস্পষ্ট আৰু উন্মাদ কল্পনামুক্ত জাল সৃষ্টি কৰে। বিশ্বযুদ্ধৰ মাজত কেতিয়াও ইমানবোৰ অজান কথা, ৰাজহুৱা সংবাদ আৰু ব্যক্তিগত উৰা-বাতৰিত আলোচনা কৰা হোৱা নাই।

"ৰাইজৰ কাৰণে, ৰাইজৰে দ্বাৰা গঠিত, ৰাইজৰ চৰকাৰৰ প্ৰধান ৰখীয়া হ'ল প্ৰেচিডেণ্ট। তেওঁৰ প্ৰত্যেকটো বাক্য, প্ৰত্যেকটো লিখা বা কোৱা কথা লাখ লাখ পাঠক বা শ্ৰোতাৰ চকু, কাণ, মনত সোমায়। আৰু ৰাইজ?

**Born with bones and heart fused in deep**
**and violent secrets**

Mixed from a bowl of sky blue dreams and
sea slime facts—
A seething of saints and sinners, toilers,
loafers, oxen, apes
In a womb of superstition, faith, genius, crime,
sacrifice—
The one and only source of armies, navies, work-gangs,
The living flowing breath of the history of nations,
Of the little Family of Man hugging the little ball of Earth,
And a long hall of mirrors, straight, convex and concave,
Moving and endless with scrolls of the living,
Shimmering with phantoms flung from the past,
Shot over with lights of babies to come, not yet here.

বৰ্ত্তমান প্ৰজাসকলৰ কাৰণে প্ৰেচিডেণ্টৰ শ্ৰম আৰু সিদ্ধান্তৰ বাহিৰেও তেওঁৰ কিছুমান কামে জৰ্জ ৱাচিংটনে যাক "অজাত নিযুত" আৰু লিঙ্কনে যাক "সুদূৰ বংশধৰ" আখ্যা দিছিল তেওঁলোককো পাবগৈ।

লিঙ্কনে তেওঁৰ 'বিভক্ত গৃহ' ভাষণত কৈছিল, "প্ৰথমতে আমি যদি জানিব পাৰিলোঁহেতেন আমি ক'ত আছোঁ আৰু ক'লৈ যাব ধৰিছোঁ, তেনেহলে আমি কি কৰিব লাগিব আৰু কেনেকৈ কৰিব লাগিব সেই কথা ভালদৰে বিচাৰ কৰি চাব পাৰিলোঁহেতেন।" গতিকেই আমাৰ প্ৰেচিডেণ্টৰ ভাষণ আৰু বাণীৰ সংগ্ৰহ এই কিতাপত আমি পাইছোঁ—আমেৰিকা আৰু ইয়াৰ বাইজ, তেওঁলোকৰ মানৱীয় অৱস্থা, তেওঁলোকে সম্মুখীন হোৱা সমস্যাৱলী, পৃথিৱীৰ চতুৰ্দ্দিশে থকা ভয়লগা জটিলতাসমূহৰো এক বিৰাট আৰু বিচিত্ৰ চিত্ৰাৱলী। আমি ক'ত আছোঁ আৰু ক'লৈ যাব ধৰিছোঁ সেই বিষয়ে জনাজাত সত্যবিলাক তেওঁ উপস্থাপন কৰিছে আৰু কি কৰিব লাগিব, কেনেকৈ কৰিব লাগিব সেই বিষয়েও তেওঁ পৰামৰ্শ দিছে।

আমাৰ দেশৰ কোনো প্ৰেচিডেণ্টে তেওঁৰ ভাষণাৱলীত মূল সাৰবস্তুৰ বাহিৰে তেনেকৈ "ষ্টাইল" ৰবকৈ দিব পৰা নাই। আমাৰ মনত পৰে জেফাৰ্চন, লিঙ্কন, উইলচন আৰু ফ্ৰেঙ্কলিন ৰুজভেল্টলৈ; তাৰ পিচত আৰু

তালিকাখন প্ৰায় শেষ। বহুতৰে মতে কেনেডি তেওঁলোকৰে ভিতৰত পৰে যিসকলে দিব পাৰিলে উত্তম সাৰবস্তু আৰু প্ৰায়েই 'ষ্টাইল'ৰ বহুল আৰু মাধুৰ্য্য (colour and cadence)। মানৱীয় স্বাধীনতাৰ ক্ষেত্ৰত কোৱাৰ মুহূৰ্ত্তত তেওঁৰ শব্দবোৰ সংযত আৰু মৰমসনা আবেগেৰে সিক্ত।

যেতিয়াই তেওঁ দেশলৈ চাই কিবা কয়, তেতিয়া কিছুমানে ভাবে যে তেওঁ ঠিক কথাকেই কৈছে আৰু আন কিছুমানে ভাবে তেওঁ পুনৰ নিষ্ফলভাৱে মুখ মেলিছে। যেতিয়া তেওঁ একো নকয়, তেতিয়া কিছুমানে ভাবে যে তেওঁৰ কথাবোৰ কামত আহিব পৰা উপযুক্ত মুহূৰ্ত্তত তেওঁ কথা কব, আনহাতে আন কিছুমানে ভাবে যে তেওঁৰ নীৰৱতা তাৎপৰ্য্যপূৰ্ণ আৰু সেই নীৰৱতাৰ তেওঁৰ অজ্ঞতা আৰু অস্থিৰ ভাবনাৰ লগত সম্পৰ্ক আছে অথবা তেওঁ গুৰুত্বপূৰ্ণ কথাবোৰ গোপন ৰাখিছে, যিবিলাক তেওঁ দেশক জনোৱা উচিত। যেতিয়া তেওঁ কোনোবা কাৰ্য্যনীতিৰ দুৱাৰ মুকলি কৰে, তেতিয়া তেওঁ এই কথা নিশ্চয় শুনিব যে দুৱাৰ আৰু বেছি মুকলি কৰা উচিত, বা সেই দুৱাৰ একেবাৰে বন্ধ কৰাই যুগুত নাইবা তাৰ বাবে নতুন কোনো দুৱাৰ থকা উচিত বা আগতে থকা দুৱাৰলৈ এটা ঘূৰি অহাৰ পথ থকা উচিত অথবা প্ৰতিষ্ঠাতা পূৰ্ব্বপুৰুষসকলৰ মূল উদ্দেশ্য আছিল এয়ে যে এখন দুৱাৰতকৈ এখন খিৰিকীয়েই ভাল।

পঞ্চাশ বছৰ আগতে চিকাগোৰ ৰাস্তাত গাড়ী এখনত এগৰাকী তিৰোতাই এটা শিশুক কোৱা শুনিছিলোঁ, "প্ৰেচিডেণ্টে ৱাচিংটনৰ হোৱাইট হাউচত বাস কৰে। তাতে তেওঁ তেওঁৰ আগলৈ অনা বিলত চহী কৰে, আৰু ৰাইজে বন্ধ নকৰে মানে তেওঁ তেওঁৰ খুচিমতে যি ইচ্ছা তাকে কৰিব পাৰে।" একে সংখ্যাৰ সৰল শব্দেৰে উচ্চ বানচ পোৱা সাংবিধানিক আইনজ্ঞসকলেও ইয়াতকৈ বেছি শুদ্ধ বৰ্ণনা আৰু দিব নোৱাৰে।

এই পাৰমাণৱিক যুগত আমাৰ অস্ত্ৰ-শস্ত্ৰবোৰ অসম্ভৱৰূপে জটিল। সাগৰবক্ষ, বায়ুমণ্ডল, মহাসাগৰতলী আৰু মহাকাশ হ'ল এতিয়াৰ কৰ্ম্মভূমি! হোৱাইট হাউচৰ মানুহজনৰপৰা সিদ্ধান্ত পাবই লাগিব। প্ৰত্যেক মুহূৰ্ত্ততে তেওঁ কব লাগে "হয়" বা "নহয়" বা "বোধহয়" নাইবা "এই পৰ্য্যন্ত নহয়" অথবা "সিমান দূৰ বুলি আমি নাভাবোঁ" বুলি। সেই কৰ্ত্তৃত্বৰ ক্ষেত্ৰৰ বাহিৰৰ কোনো মানুহৰ পক্ষে তাৰ ভিতৰখন কেনেকুৱা জনাটো সম্ভৱ নে? ঘড়ীৰ প্ৰত্যেকটো টিক্‌টিক্ শব্দৰ লগে লগে তেওঁ জটিল আৰু অদৃশ্য বোজা, অস্পষ্ট আৰু জটিল চাপ আৰু কোব বহন কৰিব লাগে।

প্ৰেচিডেণ্ট কেনেডিৰ অভিষেক ভাষণটো হ'ল আমাৰ মহান গণৰাষ্ট্ৰৰ নতুন মুৰব্বীৰ দ্বাৰা নাগৰিকসকললৈ এক আহ্বান। এই ভাষণ ইমান তাৎপৰ্য্যৰে পৰিপূৰ্ণ যে ইয়াৰ প্ৰত্যেকটো বাক্যকে লৈ একো-একোখন গৱেষণা-পত্ৰ লিখিব পাৰি। এনেকুৱা ঘোষণাবোৰ নাটকীয়: "পৌনে-দুই শতিকাৰ আগতে আমাৰ পূৰ্ব্বৱৰ্ত্তীসকলে কৰা শপথকে মই আপোনালোকৰ আৰু সৰ্ব্বশক্তিমান ঈশ্বৰৰ আগত গ্ৰহণ কৰিছোঁ। আজিৰ জগত বৰ বেলেগ। কিয়নো আজিৰ মানুহৰ মৰণশীল হাতত আছে সকলো মানৱীয় দৰিদ্ৰতা ধ্বংস কৰিব পৰা আৰু সকলো জীৱ নাশিব পৰা ক্ষমতা।"

তাৰ পিচত আহিল তেওঁৰ কংগ্ৰেচলৈ দিয়া যুক্তৰাজ্য বিষয়ক বাণী। ইয়াত আছে সত্যৰ পটভূমিত বৰ্ণোৱা ইতিহাস। ভয়াবহ ধুমুহা, অভূতপূৰ্ব্ব পৰিবৰ্ত্তন, অনেক সম্ভাৱনাৰ দোমোজাত পৰা মানৱতাৰ এই সন্ধিক্ষণত এই পাত কেইখিলাই কাৰ্য্যতঃ এই প্ৰশ্নবোৰৰেই উত্তৰ দিছে: "আমি এতিয়া ক'ত আছোঁ?"—"ইয়াৰপৰা আমি ক'লৈ যাম?"—"আপুনি ইয়াক কি চকুৰে চায়?" ধীৰেৰে আৰু বিষাদেৰে আমি কেনেডিয়ে কংগ্ৰেচক কোৱা এই কথাবোৰ বৈ বৈ পঢ়োঁ, "মোৰ কাৰ্য্যকাল অন্ত হোৱাৰ আগতে আমি নতুনকৈ পৰীক্ষা কৰি চাব লাগিব আমাৰ নিচিনা গঠিত আৰু শাসিত এখন দেশ টিকি থাকিব পাৰে নে নোৱাৰে। ফলাফল কোনোপধ্যে নিশ্চিত নহয়। উত্তৰ কোনোপধ্যে স্পষ্ট নহয়। এই প্ৰশাসন, এই কংগ্ৰেচ, এই দেশ—আমি সকলোৱে একেলগে ইয়াৰ উত্তৰ দিব লাগিব।......ৰাজনৈতিক দল আৰু ৱাচিংটনত কৰা আগৰ বিষয়বাব নিৰ্ব্বিশেষে কোনো মানুহেই আনকি এই দহ দিনৰ ভিতৰতেই অহা চাৰি বছৰত সন্মুখীন হব লগা পৰীক্ষাবোৰৰ কঠোৰ বিশালতা দেখি তবধ নামানি নোৱাৰে।"

ৰাষ্ট্ৰসংঘত তেওঁ "কমিউনিষ্ট সাম্ৰাজ্য"ৰ ছবি আঁকিছে এনেদৰে: "কেৱল এটা দল আৰু এটা বিশ্বাস জনা, মুক্ত বিতৰ্ক, মুক্ত নিৰ্ব্বাচন, মুক্ত বাতৰি-কাকত, মুক্ত কিতাপ আৰু মুক্ত বনুৱা-সংস্থাক চাপ দি ৰখা, আৰু সত্যক অচিনাকি কৰি ৰাখিবলৈ আৰু নিজৰ নাগৰিকক বন্দী কৰি ৰাখিবলৈ প্ৰাচীৰ সজা এটা ব্যৱস্থাৰ তলত, মুক্ত অনুষ্ঠানৰ সলনি বিদেশী সৈন্যই স্থাপন কৰা চৰকাৰ।" ইয়াৰ অনেক বাক্যকে লৈ চিন্তা কৰি থাকিব পাৰি: "অহা দহ মাহৰ ঘটনা আৰু সিদ্ধান্তসমূহে অহা দহ হাজাৰ বছৰৰ বাবে মানুহৰ ভাগ্য নিৰ্ণয় কৰিব পাৰে।" "আজি এই গ্ৰহৰ প্ৰত্যেকটো অধিবাসীয়ে সেই দিনটোৰ কথা

ভাবি চোৱা উচিত, যিদিনা এই গ্ৰহ আৰু বাসযোগ্য হৈ নাথাকিব। প্ৰত্যেক পুৰুষ, প্ৰত্যেক তিৰোতা, প্ৰত্যেকটো শিশুৱেই ডেম'ক্লচৰ পাৰমাণবিক তৰোৱালৰ তলত বাস কৰি আছে,—তৰোৱাল ক্ষীণতম সূঁতাৰে ওলমি আছে, যি কোনো মুহূৰ্ত্তত দুৰ্ঘটনাক্ৰমে, ভুল হিচাপবশতঃ অথবা বলিয়ালিৰ বাবে ছিঙি পৰি কাটি পেলাব পাৰে। অস্ত্ৰবোৰে আমাক ধ্বংস কৰাৰ আগতেই আমি সেইবোৰ ধ্বংস কৰিব লাগিব।"

অস্পষ্ট দোমোজাৰে ভৰা, আশাৰ ৰেঙণি দিয়া আৰু সদায়ে থকা সাহসৰ কথা এই কিতাপৰ পাতৰপৰা আমি উল্লেখ কৰি গৈ থাকিব পাৰোঁ।

মুঠ কথা, তেওঁ লিখা, কোৱা আৰু ভৰা কথাবিলাকত আছে বিনয়, বিবেচনা, সাৱধানতা আৰু উদ্বিগ্ন হিতাকাঙ্ক্ষা। কাকো তেওঁ ভুল পথে পৰিচালনা কৰিবলৈ নিবিচাৰে, তেওঁ বিচাৰে তেওঁৰ কথাবোৰ বৈ যাব, নিজৰ আৰু ভৱিষ্যতকালৰ বাবে সেইবোৰ অৰ্থপূৰ্ণ আৰু জ্ঞানপূৰ্ণ হব। আমাৰ বংশ যেতিয়া গুচি যাব, বৰ্ত্তমানৰ প্ৰশংসা আৰু সমালোচনাৰ বাণী যেতিয়া নিশ্চুপ হৈ যাব তেতিয়া এই কথা লিখা থাকিব যে জ'ন এফ. কেনেডিয়ে আমেৰিকাৰ বিশাল বিচিত্ৰ জনতাৰ লগত বাট বুলিছিল আৰু তেওঁলোকক তেওঁলোকৰ মহান মানৱীয় অভিযানৰ নতুন পৰ্য্যায়ত উপনীত হবলৈ তেওঁৰ দিবলগা সকলোখিনিকে দান দিছিল।

কাৰ্ল চেণ্ডবাৰ্গ।

# পৰিচয়

হোৱাইট্ হাউচ্,

*৮ নৱেম্বৰ, ১৯৬১ চন।*

*এক বছৰ আগতে আজিৰ দিনত অভিযান শেষ হৈছিল। এক নতুন প্ৰচেষ্টা আৰম্ভ হৈছিল। অৱশ্যে মোৰা বাৰ মাহত ভিৰ কৰা সকলোবোৰ* সংকট আৰু সিদ্ধান্তই এই কিতাপত প্ৰতিফলিত হোৱা নাই। আমি এনেকুৱা এটা যুগত বাস কৰি আছোঁ যি যুগত বৈদেশিক নীতি কেৱল "খোলাখুলি-ভাৱে সন্মত হোৱা খোলা চুক্তি"ৰ ভিতৰতেই সীমাবদ্ধ নহয় আৰু যি যুগত বৈদেশিক আৰু ঘৰুৱা অনেক কাৰ্য্যসূচীৰে সবিস্তৃত বৰ্ণনাবোৰ ইমান জটিল অথবা প্ৰায়োগিক ( technical ) যে সেইবোৰ বিশাল জনতাৰ বাবে প্ৰস্তুত কৰা এটা ভাষণ বা এখন কিতাপতে সামৰিব নোৱাৰি।

তথাপি জ'ন গাৰ্ডনাৰ আৰু হাৰ্পাৰ এণ্ড ব্ৰাদাৰ্চে এখন কিতাপতে মোৰ বাৰ মাহৰ ভাষণ আৰু বাণীসমূহ যোগ্যতাৰে সংগ্ৰহ কৰিছে। তেওঁলোকৰ মতে এই প্ৰশাসনৰ প্ৰধান সমস্যা আৰু কাৰ্য্যাৱলী উত্তমৰূপে ইয়াত সন্নিৱিষ্ট হৈছে।

মিঃ গাৰ্ডনাৰে অনতিক্ৰম্য নহ'লেও এটা জটিল কাম হাতত লৈছিল: ঘৰুৱা আৰু বৈদেশিক সমস্যাৱলীৰ মাজত সমন্বয় সাধন কৰা, এই সংগ্ৰহ বিৰক্তিকৰ নকৰি বুজনভাৱে উলিওৱা, আৰু সমসাময়িক পাঠক আৰু ভৱিষ্যতৰ গৱেষকৰ কাৰণে চিত্তাকৰ্ষক হব পৰা বস্তুবোৰ সংৰক্ষণ কৰা। তেওঁ কিমানদূৰ সফলকাম হৈছে সেই কথা পাঠকে ব্যক্তিগতভাৱে বিচাৰ কৰিব; মোৰ মতে তেওঁ আমাৰ ঘৰে-বাহিৰে কৰা প্ৰচেষ্টাবোৰৰ মূল সত্তাটোকে ধৰি ৰাখিব পাৰিছে।

এই পদৰ অধিকাৰী যি কোনো মানুহৰ কথাবোৰ, বিশেষকৈ তেওঁৰ বৈদেশিক নীতি-বিষয়ক কথাবোৰ একাধিক শ্ৰোতৃমণ্ডলীয়ে শুনাটো নিৰ্দিষ্ট আৰু তাৰ ওপৰত কাৰ্য্যপন্থা ঠিক কৰাটো সম্ভৱ:—বিপক্ষই, মিত্ৰশক্তিবৰ্গই, নিৰপেক্ষসকলে, কংগ্ৰেচে আৰু এই প্ৰশাসনৰ আন সদস্যসকলে আৰু আমেৰিকাৰ ভোটদাতাসকলৰ বিভিন্ন ব্যক্তি আৰু দলে। প্ৰত্যেকৰে কথা চিন্তা কৰিব লাগিব। এজনৰ প্ৰতি আশীৰ্ব্বাদ আনজনৰ অভিশাপ হব পাৰে। কোনো দলকে পাচত ভিতৰুৱাকৈ বুজাব নোৱাৰি যে ৰাজহুৱাভাৱে ঘোষণা কৰা কথাবোৰ কেৱল কিছুমানক উদ্দেশ্য কৰিহে কোৱা হৈছে অথবা যিটো কোৱা যেন স্পষ্টভাৱে দেখা গৈছে আচলতে সেই কথা বুজাব খোজা নাই।

আগতে কোৱা দৰে প্ৰেচিডেণ্টৰ প্ৰত্যেকটো সিদ্ধান্তকে এটা গুৰুত্বপূর্ণ ভাষণতে তৎক্ষণাত প্ৰকাশ কৰিব নোৱাৰি, আৰু প্ৰেচিডেণ্টৰ প্ৰত্যেকটো ভাষণেই একোটা গুৰু-সিদ্ধান্ত প্ৰকাশ কৰিব নোৱাৰে। কিন্তু এই সংকলনত সংগৃহীত কংগ্ৰেচ, ৰাষ্ট্ৰসংঘ অথবা আমেৰিকাৰ ৰাইজলৈ দিয়া ভাষণবোৰৰ বেছি ভাগেই এই প্ৰশাসনৰ সিদ্ধান্ত-গ্ৰহণৰ দিন, সপ্তাহ, মাহবোৰ প্ৰতিফলিত কৰিছে আৰু সেই সিদ্ধান্তবোৰ কাৰ্য্যত পৰিণত কৰাৰ আৰু প্ৰকাশ কৰাৰ উপায় হিচাপে কাম কৰিছে।

অৱশ্যে কেৱল শক্তিশালী শব্দই অৰ্থপূৰ্ণ নীতি গঠন কৰিব নোৱাৰে। বিশেষকৈ বৈদেশিক সমস্যাৰ ক্ষেত্ৰত সেইবোৰৰ পিচত থাকিব লাগিব সমান শক্তিশালী ইচ্ছা আৰু অস্ত্ৰ। গতিকে প্ৰেচিডেণ্টৰ ঘোষণাৱলীৰ এটা সংগ্ৰহে সেই ঘোষণাৱলীৰ প্ৰকৃত অৰ্থ বহন কৰিব নোৱাৰে যদি আমেৰিকাৰ ৰাইজ আৰু চৰকাৰৰ ক্ষমতা মহত্বৰ কথা কওঁতে সেইবোৰে দৰাচলতে কি বুজাইছিল তাক উপলব্ধি কৰা নাযায় অথবা মন কৰি চোৱা নাযায়।

নীতি বহন কৰাতকৈও বেছি কাম কৰিব পাৰে কথাই। কথাই বহন আৰু সৃষ্টি কৰিব পাৰে এটা মনৰ অৱস্থা, এটা উদ্দেশ্য, এটা আবহাওৱা অথবা এটা জাগৰণ। ১৯৬১ চনত আমাৰ দেশে সন্মুখীন হোৱা বিপদৰ প্ৰতি আমেৰিকাৰ ৰাইজ যেনেকৈ জাগ্ৰত হৈছিল, তেনেকৈ আগতে কেতিয়াও হোৱা নাই। আত্ম-সন্তুষ্টিৰ ঠাইত আন্তৰিকতাৰ কাৰণে কৰা আগতীয়া আপত্তিবোৰৰ ঠাই লৈছিল শান্তি আৰু স্বাধীনতা ৰক্ষাৰ্থে যি দৰকাৰ তাকে কৰিবৰ বাবে দৃঢ় প্ৰতিজ্ঞাই। এই কথাও বৰ্দ্ধিতভাৱে উপলব্ধি কৰা হৈছিল যে আমাৰ দায়িত্বৰ লগত আমাৰ ক্ষমতা থাপ খুৱাই লব লাগিব আৰু আমাৰ আশাৰ সীমাৰ ভিতৰত থকা আৰু আশাপ্ৰদভাৱে আমাৰ ক্ষমতাৰ ভিতৰত থকা সকলোবোৰ কামকেই "প্ৰথম এশ, দিনতে······অথবা এই পৃথিৱীত আমাৰ জীৱনকালতো শেষ কৰিব নোৱাৰি।"

কিন্তু আমি আৰম্ভ কৰিছোঁ। বতাহ নাইবা জোৱাৰ সদায় আমাৰ অনুকূলে থকা নাই। অন্ধকাৰ আৰু ধুমুহাচ্ছন্ন সাগৰত আমাৰ যাত্ৰাপথ সদায় স্পষ্ট হৈ থাকিব নোৱাৰে। কিন্তু আমি পাৰ হবলৈ কৃতসংকল্প হৈছোঁ। মেঘাচ্ছন্ন নহ'লেও দিগন্ত আশাৰে ভৰা।

জ'ন এফ্. কেনেডি।

# প্ৰথম অধ্যায়

## পহিলা ভাষণ

" ..তাৰ ভিতৰত যাক বেছিকৈ দিয়া হৈছে, তাৰেই বেছিকৈ প্ৰয়োজন।"

"আমাৰ হিত বা অহিত চিন্তা কৰা সকলো দেশেই জানি থোৱা উচিত যে, স্বাধীনতা ৰক্ষাৰ বাবে আমি যি কোনো দান দিবলৈ, যি কোনো বোজা বহন কৰিবলৈ, যি কোনো বিপদৰ সন্মুখীন হবলৈ, যি কোনো বন্ধুক সমৰ্থন আৰু শত্ৰুক প্ৰতিৰোধ কৰিবলৈ আমি প্ৰস্তুত।"

"এই সকলোবোৰ কাম প্ৰথম এশ-দিনতে হয়তো শেষ নহব, এহেজাৰ দিনতো অথবা এই চৰকাৰৰ জীৱনকালতো শেষ নহব। আনকি, এই পৃথিৱীত আমাৰ জীৱনকালতো নহব পাৰে। কিন্তু আমি আৰম্ভ কৰিব পাৰোঁ।"

# সমাগত বছৰ কেইটা

*[ ৯ জানুৱাৰী, ১৯৬১ দিনা অৰ্থাৎ প্ৰেচিডেণ্টৰ বাব লোৱাৰ ১১ দিন আগেয়ে, নিৰ্ব্বাচিত প্ৰেচিডেণ্টৰূপে মাচাচুচেট্‌চৰ ৰাজ্যিক বিধান-মণ্ডলীত জ'ন কেনেডিয়ে তেওঁৰ নিজা নিৰ্ব্বাচন-ভূমিত থিয় হৈ, পৰিচিত স্বজন-বান্ধৱসকলৰ মাজত থাকি আৰু তেওঁৰ পিতৃ-পিতামহক আগত ৰাখি, তেওঁৰ জন্মভূমিৰ অতীত আৰু ভৱিষ্যতৰ কথা উনুকিয়াই আবেগপূৰ্ণ ভাষাকে এই ভাষণ দিছিল। ]*

[ মাচাচুচেট্‌চৰ ৰাজ্যিক বিধান-মণ্ডলীত দিয়া ভাষণ, ৯ জানুৱাৰী, ১৯৬১ ]

এই ঐতিহাসিক সংস্থাক আৰু আপোনালোকৰ মাধ্যমেৰে মাচাচুচেট্‌চৰ জনসাধাৰণক—যাৰ ওচৰত জীৱনজোৰা বন্ধুত্ব আৰু বিশ্বাসৰ বাবে মই ধৰুৱা—সম্বোধন কৰিবলৈ পোৱা সুযোগক মই স্বাগত জনালোঁ। চৈধ্য বছৰ ধৰি এই ৰাজ্যৰ ভোটদাতাসকলৰ ওচৰত মই মোৰ বিশ্বাস উপস্থাপন কৰিছোঁ, আৰু উদাৰচিত্তে তেওঁলোকে মোৰ ওপৰত আস্থাভাজনেৰে তাৰ প্ৰত্যুত্তৰ দিছে।

এতিয়া, অহা শুক্ৰবাৰৰ পাচৰটো শুক্ৰবাৰে, মই নতুন আৰু অধিক বিশাল দায়িত্ব গ্ৰহণ কৰিব লাগিব। কিন্তু ইয়ালৈ মই মাচাচুচেট্‌চক বিদায় জনাবলৈ অহা নাই। লণ্ডন, ৱাচিংটন, দক্ষিণ প্ৰশান্ত কিম্বা আন য'তেই নেথাকিলেও যোৱা দুকুৰি তিনি বছৰ ধৰি এইখনেই মোৰ ঘৰ হৈ আছে; আৰু, ঈশ্বৰে কৰক, য'তেই মই চাকৰি নকৰোঁ কিয়, চিৰটিকালে ই মোৰ ঘৰ হৈয়ে ৰব।

ইয়াতেই মোৰ পিতামহসকলে জনম লভিছিল; মই আশা কৰোঁ, মোৰ নাতি-পুতি সকলো ইয়াতেই উপজিব।

এই কথা মই ভুৱা প্ৰাদেশিক গৰ্ব্বেৰে অথবা সুচতুৰ ৰাজনৈতিক তোষামোদেৰে কোৱা নাই। আমাৰ জাতীয় মহত্বৰ হকে এই ৰাজ্যই দিয়া অৱদানসমূহক, এইখন ৰাষ্ট্ৰৰ উচ্চ ৰাজহুৱা কাৰ্য্যালয়ত প্ৰবেশ কৰিবলৈ সাজু হোৱা কোনো মানুহেই আওকাণ কৰিব নোৱাৰে। মহান প্ৰজাতন্ত্ৰ

ওপৰন্তু দীৰ্ঘকাল আগৰেপৰা ইয়াৰ নেতৃত্বই আমাৰ জাতিক গঢ় দি আহিছে। সংকট আৰু শান্তি উভয় পৰতেই ইয়াৰ নীতিসমূহেই আমাক প্ৰতি পদক্ষেপে পৰিচালনা কৰিছে। এই ঐতিহাসিক সংস্থাকে ধৰি ইয়াৰ গণতান্ত্ৰিক প্ৰতিষ্ঠানসমূহে আপোনালোকৰ স্বৰাষ্ট্ৰ-ৰাজ্যবোৰৰ তথা অন্যান্য ৰাষ্ট্ৰবোৰৰ কাৰণে আলোক-স্তম্ভৰ কাম কৰিছে। এথেনীয়সকলৰ বিষয়ে পেৰিক্লিচে কোৱা কথাষাৰ এই কমনৱেল্থৰ ক্ষেত্ৰত বহুদিনৰেপৰা খাটে, "আমি অনুকৰণ নকৰোঁ, কিন্তু আনৰ আমি আদৰ্শ।"

আৰু সেয়েহে এইখন ৰাজ্যৰপৰা যোৱা উচ্চ আৰু অকলশৰীয়া কাৰ্য্যালয়লৈ, য'লৈকে সম্প্ৰতি মই উত্তীৰ্ণ হৈছোঁ, মই যি বহন কৰিব খুজিছোঁ সি মনোৰম স্মৃতি আৰু অন্তৰঙ্গ বন্ধুত্বতকৈ ডাঙৰ বস্তু। মাচাচুচেট্চৰ চিৰস্থায়ী গুণৰাজি—তীৰ্থযাত্ৰী আৰু পিউৰিটান, মাছুৰৈ আৰু খেতিয়ক, খিলজীয়া আৰু প্ৰবাসীয়ে বোৱা উমৈহতীয়া টঙালিৰ কথা জাতিৰ কাৰ্য্যনিৰ্ব্বাহক বৰঘৰত সোমাই পাহৰি যোৱা নহব আৰু পাহৰি যোৱা সম্ভৱো নহব। মোৰ জীৱনৰ, মোৰ বিশ্বাসৰ, মোৰ অতীতৰ মতবাদৰ আৰু মোৰ ভৱিষ্যতৰ আকাঙ্ক্ষাৰ সেইবোৰ আমোচনীয় অঙ্গ।

উদাহৰণ এটা এইখিনিতে দিব খোজোঁ। যোৱা বাঠি দিন ধৰি মই এখন প্ৰশাসন ব্যৱস্থা পৰিকল্পনাত ব্যস্ত আছিলোঁ। ই অতি দীঘলীয়া আৰু স্থিৰ-চিন্তাৰে কৰিব লগা প্ৰক্ৰিয়া। কিছুমানে বৰ বেগতে কাম কৰাৰ পৰামৰ্শ দিলে। আন কিছুমানে দিলে অধিক সুবিধাজনক পৰীক্ষাৰ পৰামৰ্শ। কিন্তু মই ৩৩১ বছৰ পূৰ্ব্বে অধিনায়কবাহী জাহাজ আৰ্বেলাত জন উইনথ্ৰপে তেওঁৰ সহকৰ্মী-নাৱিকসকলৰ সম্মুখত প্ৰতিষ্ঠা কৰা আদৰ্শৰ দ্বাৰাহে পৰিচালিত হ'লোঁ, কিয়নো তেওঁলোকেও নতুন আৰু বিপজ্জনক সীমান্তত চৰকাৰ প্ৰতিষ্ঠাৰ কাৰ্য্যৰ সম্মুখীন হবলগা হৈছিল। তেওঁ কৈছিল, "আমি সদায় বিবেচনা কৰিব লাগিব, আমি হুম পাহাৰৰ ওপৰত সজা নগৰ এখনৰ দৰে— সদৌ মানুহৰ চকু আমাৰ ওপৰত আছে আৰু থাকিব।"

আজি, সঁচাকৈয়ে সকলোৰে চকু আমাৰ ওপৰত, আৰু আমাৰ চৰকাৰ, প্ৰত্যেক বিভাগতে, জাতীয়, ৰাজ্যিক আৰু স্থানীয় প্ৰতিটো পৰ্য্যায়তে পাহাৰৰ ওপৰত সজা নগৰৰ দৰে হব লাগিব। সেইয়া গভীৰ আস্থা আৰু মহান দায়িত্বৰ বিষয়ে সজাগ মানুহৰ দ্বাৰা নিৰ্ম্মিত হব লাগিব। কাৰণ ১৯৬১ চনত আমি আৰম্ভ কৰা সমুদ্ৰ-যাত্ৰা ১৬৩০ চনত আৰ্বেলাই কৰা উক্ত

কামতকৈ কম সংকটজনক নহয়। ভিতৰে বাহিৰে আতংক আৰু প্ৰতিবন্ধকে আগুৰি থকা মাচাচুচেট্‌চ্‌ উপসাগৰ উপনিবেশ নিয়ন্ত্ৰণ কৰাতকৈ আমি হাতত লোৱা ৰাষ্ট্ৰ-কাৰুকাৰ্য্য কম গুৰুত্বপূৰ্ণ নহয়।

ইতিহাসে আমাৰ প্ৰচেষ্টাৰ বিচাৰ নকৰিব, আৰু একমাত্ৰ বৰ্ণ বা ধৰ্ম, আনকি দলৰ অনুমোদনৰ ভিত্তিতেই চৰকাৰ নিৰ্ব্বাচিত হব নোৱাৰে। প্ৰতিযোগিতা-যোগ্য আৰু আনুগত্য আৰু মৰ্য্যাদা অতি আৱশ্যকীয় হলেও, এনে এটা সময়ত এইবোৰেই যথেষ্ট নহয়।

কাৰণ তাৰ ভিতৰত যাক বেছিকৈ দিয়া হৈছে, তাৰেই বেছিকৈ প্ৰয়োজন। আৰু আমি যি কাৰ্য্যভাৰকে নলওঁ, আমাৰ কিঞ্চিতকাল চাকৰিৰ হিচাপ উলিয়াই, ৰাষ্ট্ৰৰ কাৰণে দায়িত্ব পূৰণ কৰিলোঁ নে নাই, আমি সফল নে বিফল, আমাৰ প্ৰত্যেকৰ বিষয়ে এই বিচাৰ কৰিবলৈ ভৱিষ্যতৰ কোনো এটা তাৰিখত যেতিয়া ইতিহাসৰ উচ্চ ন্যায়ালয় বহিব, তেতিয়া চাৰিটা প্ৰশ্নৰ উত্তৰেৰে তাৰ জোখ লোৱা হব:

প্ৰথম, শত্ৰুৰ বিপক্ষে থিয় হব পৰাকৈ, আৱশ্যক হলে সহযোগীসকলৰ হকে থিয় হব পৰাকৈ, ৰাজহুৱা চাপ আৰু ব্যক্তিগত লোভ প্ৰতিৰোধ কৰিব পৰাকৈ আমি প্ৰকৃততে সাহসী মানুহ আছিলোঁ নে?

দ্বিতীয়, ভৱিষ্যত আৰু অতীতৰ, আমাৰ নিজৰ আৰু লগতে আনৰ ভুলৰ যুক্তিযুক্ত ন্যায়-বিচাৰ সহ, আমি কি জনা নাছিলোঁ তাক জনাৰ যথেষ্ট বিজ্ঞতা সহ, আৰু তাক স্বীকাৰ কৰিবলৈ যথেষ্ট সৰলতা সহ প্ৰকৃততে আমি ন্যায়পৰায়ণ মানুহ আছিলোঁ নে?

তৃতীয়, আমি যি আদৰ্শত বিশ্বাস কৰোঁ অথবা যিবোৰ মানুহে আমাৰ ওপৰত বিশ্বাস কৰে তাৰপৰা পলায়ন নকৰা, আমাৰ পবিত্ৰ বিশ্বাসৰ পূৰ্ণতাৰ পথৰপৰা আৰ্থিক লাভ নাইবা ৰাজনৈতিক উচ্চাকাঙ্ক্ষাই আঁতৰাই নিব নোৱাৰা পৰিমাণে প্ৰকৃততে আমি সত্যনিষ্ঠ মানুহ আছিলোঁ নে?

শেষত, একেজন ব্যক্তি বা দলৰ ওচৰত সন্মান বন্ধকত নোথোৱাকৈ, ব্যক্তিগত আনুগত্য বা লক্ষ্যৰ লগত সন্ধি নকৰাকৈ, কিন্তু সম্পূৰ্ণভাৱে ৰাজহুৱা উপকাৰ আৰু জাতীয় স্বাৰ্থৰ সেৱাৰ কাৰণে সঁপি দিয়াকৈ প্ৰকৃততে আমি ত্যাগী মানুহ আছিলোঁ নে?

সাহস, ন্যায়বিচাৰ, সত্যনিষ্ঠা, ত্যাগ— এইবোৰেই উপসাগৰীয় উপনিবেশ আৰু উপসাগৰীয় ৰাজ্যৰ ঐতিহাসিক গুণ। এই গুণৰাজি থকা মানুহকে

ৱোষ্টনৰ বেকন হিচাবে, আৰু ৱাচিংটনৰ কেপিটল হিচাবে অবিৰামভাৱে এই ৰাজ্যই পৰিয়াই আছে। আৰু মাচাচুচেট্‌চৰ এই সন্তানটিয়ে আশা কৰে, ঈশ্বৰৰ সহায়ত, উক্ত গুণৰাজিয়েই আগৰ ধুমুহাযুক্ত বছৰ চাৰিটাত চৰকাৰৰ পাৰিত্ৰিক বৈশিষ্ট্য হ'ব। বিনীতচিত্তে মই ঈশ্বৰক প্ৰাৰ্থনা জনাইছোঁ। এই কাৰ্য্যত সহায়ৰ বাবে, কিন্তু মই জানোঁ, এই পৃথিৱীত বিভুৰ ইচ্ছা মানুহে গঢ় দিয়ে, আৰু সেয়েহে, মই আজি এই নতুন আৰু মহান যাত্ৰাৰ আৰম্ভণিতে আপোনালোকৰ সহায় আৰু শুভেচ্ছা আশা কৰিছোঁ।

## অভিষেক ভাষণ

[ অভিষেক উৎসৱ চাবলৈ যেতিয়া হাজাৰ হাজাৰ জনতা চাৰিওপিনৰপৰা ৱাচিংটন অভিমুখে ধাবিত হৈছিল, তেতিয়া পূৰ্ব্বসাগৰ এক প্ৰচণ্ড ব্লিজাৰ্ডে আগুৰি পোলাইছিল আৰু সকলো বাট-পথ বন্ধ কৰি দিছিল, ৱাচিংটনৰ ৰাস্তা-ঘাট বৰফেৰে ভৰি পৰিছিল, মটৰ-গাড়ীবোৰ পৰি আছিল। কিন্তু অভিষেক অনুষ্ঠান আগতে ঠিক কৰা মতেই চলিলে আৰু নতুন ৰাষ্ট্ৰপতিয়ে স্মৰণীয় ভাষণ দিলে। ]

[ অভিষেক ভাষণ,
২০ জানুৱাৰী, ১৯৬১ চন ]

আজি আমি কোনো ৰাজনৈতিক দলৰ বিজয়-দিবস পালন কৰা নাই, আমি পালন কৰিছোঁ এক স্বাধীনতা অনুষ্ঠান যিয়ে সূচনা কৰিছে এটা অৱস্থাৰ মোখনি আৰু লগে লগে নতুনৰ আৰম্ভণি, এক পুনৰাৰম্ভণি আৰু পৰিবৰ্ত্তন। কিয়নো, মই আপোনালোকৰ আৰু সৰ্ব্বশক্তিমান ঈশ্বৰৰ ওচৰত পৌনে-দুই শতিকাৰ আগতে আমাৰ পূৰ্ব্বপুৰুষসকলে কৰা একে শপথকেই গ্ৰহণ কৰিছোঁ।

আজিৰ পৃথিৱী সম্পূৰ্ণ বেলেগ। কাৰণ আজিৰ মানুহৰ মৰণশীল হাতত আছে সকলো দৰিদ্ৰতা আৰু সকলো জীৱ-ধ্বংস কৰিব পৰা ক্ষমতা। তথাপি মানুহৰ অধিকাৰ যে ৰাষ্ট্ৰৰ উদাৰতাৰপৰা নাহে, আহে ঈশ্বৰৰপৰা, এই যুগান্তকাৰী বিশ্বাস, যাৰ কাৰণে আমাৰ পূৰ্ব্বপুৰুষসকলে যুঁজিছিল, সি আজিও পৃথিৱীত বৰ্ত্তমান।

আমি যে সেই প্ৰথম বিপ্লৱৰ উত্তৰাধিকাৰী সেই কথা পাহৰি যাবলৈ আমাৰ সাহস নাই। আজি এই ঠাই আৰু এই সময়ত আমাৰ শত্ৰু-বন্ধু সকলোকে জনাই দিব খোজোঁ যে সেই চেতনাৰ শক্তি আজি হাতত পৰিছে আমেৰিকাৰ নতুন এক পুৰুষৰ ওপৰত, যিসকলৰ জন্ম হৈছে এই শতিকাত, যিসকল যুদ্ধ-জৰ্জৰিত, কঠোৰ আৰু তিক্ত শান্তিয়ে যাক কৰিছে বিবেচক। আমি আমাৰ প্ৰাচীন উত্তৰাধিকাৰিত্বক লৈ গৰ্বী; যি মানৱতাৰ অধিকাৰৰ কাৰণে আমাৰ দেশে সদায়ে যুঁজি আহিছে আৰু যাৰ ৰক্ষাৰ কাৰণে আজিও আমি ঘৰে-বাহিৰে দৃঢ়-সংকল্প, তাক ধ্বংস কৰিবলৈ আমি কেতিয়াও এৰি নিদিওঁ।

আমাৰ হিত বা অহিত চিন্তা কৰা সকলো দেশেই জানি থোৱা উচিত যে স্বাধীনতা ৰক্ষাৰ বাবে যি কোনো দান দিবলৈ, যি কোনো বোজা বহন কৰিবলৈ, যি কোনো বিপদৰ সন্মুখীন হবলৈ, যি কোনো বন্ধুক সমৰ্থন আৰু শত্ৰুক প্ৰতিৰোধ কৰিবলৈ আমি প্ৰস্তুত।

ই আমাৰ প্ৰতিজ্ঞা। তাতোকৈ বেছি—

আমাৰ পুৰণি মিত্ৰ-শক্তিবোৰলৈ, যাৰ লগত আমাৰ সাংস্কৃতিক আৰু আধ্যাত্মিক সম্বন্ধ আছে, আমি বিশ্বাসপূৰ্ণ বন্ধুত্বৰ আশ্বাস দিছোঁ। একগোট হৈ থাকিলে যৌথ প্ৰচেষ্টাৰে আমি কৰিব নোৱাৰা কাম একো নাই, কিন্তু ভাগ ভাগ হৈ গ'লে আমি একো কৰিব নোৱাৰিম, কিয়নো তেতিয়া আমি অকলে কোনো শক্তিশালী প্ৰত্যাহ্বানকে প্ৰতিৰোধ কৰিব নোৱাৰোঁ।

স্বাধীন ৰাষ্ট্ৰৰ দৰবাৰত ঠাই পোৱা নতুন ৰাষ্ট্ৰসমূহলৈ আমি কথা দিছোঁ যে পুৰণি ঔপনিবেশিকতাৰ ঠাই নতুন এক লৌহকঠিন স্বেচ্ছাচাৰিতাক লবলৈ দিয়া নহব। নতুন ৰাষ্ট্ৰবোৰে আমাৰ মতবাদ সদায়ে সমৰ্থন কৰি থাওক, সেইটো আমি নিবিচাৰোঁ। কিন্তু তেওঁলোকে যাতে নিজৰ স্বাধীনতা দৃঢ়ভাৱে ৰক্ষা কৰিব পাৰে, তাকে আমি বিচাৰোঁ। আমি মনত ৰাখিব লাগিব যে অতীতত যিসকলে বাঘৰ পিঠিত উঠি ক্ষমতা প্ৰাপ্ত কৰাৰ মূৰ্খামি কৰিছিল, সেইসকল ধ্বংস হৈ গৈছে।

পৃথিৱীৰ আধাআধিনিত, গাঁও আৰু পজাঘৰত বাস কৰি যিসকলে দৰিদ্ৰতাৰ বিৰুদ্ধে প্ৰবল সংগ্ৰাম কৰি আছে তেওঁলোকলৈ আমাৰ প্ৰতিজ্ঞা এয়ে যে তেওঁলোকক নিজকে সহায় কৰিবলৈ আমাৰ সাহায্য আগবঢ়াম, সেই সাহায্যকাল যিমান দীঘলীয়াই নহওক লাগিলে। এইটো কৰিম এই কাৰণে

[illegible] আগতে সেইটো কৰিব পাৰে বা আমাক [illegible] ভোট লাগে। কিন্তু কৰিব, যিহেতু সেইটোৱেই প্ৰকৃত পথ। যদি এখন মুক্ত সমাজে দুখীয়া জনতাক সহায় কৰিব নোৱাৰে, তেনেহলে তেওঁলোকে এমুঠি ধনীলোকক ৰক্ষা কৰিবও নোৱাৰে।

*আমাৰ সীমান্তৰ দক্ষিণে থকা গণতান্ত্ৰিক ৰাষ্ট্ৰবোৰৰ প্ৰতি আমি এক বিশেষ প্ৰতিজ্ঞা কৰিছোঁ : প্ৰগতিৰ বাবে এক নতুন মিত্ৰতাৰ জৰিয়তে আমি আমাৰ ভাল ভাল কথাবোৰ ভাল ভাল কামলৈ ৰূপান্তৰিত কৰিম, মুক্ত মানুহক* আৰু চৰকাৰক দৰিদ্ৰতা দূৰ কৰিবলৈ সহায় কৰিম। কিন্তু এই সম্ভাৱনাৰ শান্তিপূৰ্ণ বিপ্লৱ শত্ৰু-শক্তিসমূহৰ বলি হব নোৱাৰিব। আমাৰ প্ৰতিবেশী-সকলে জানি থওক যে দুইখন আমেৰিকাৰ যি কোনো অংশতে আমি তেওঁলোকক আক্ৰমণ অথবা অন্তৰ্বিপ্লৱ প্ৰতিৰোধ কৰাত সহায় কৰিম। আৰু আনবোৰ শক্তিয়েও জানি থোৱা উচিত যে পৃথিৱীৰ এই অংশই নিজৰ ঘৰৰ গিৰিহঁত হৈ থাকিবলৈ বিচাৰে।

যি যুগত যুদ্ধৰ সামগ্ৰীৰ অনুপাত শান্তিৰ সামগ্ৰীতকৈ অনেক বেছি, সেই যুগৰ শেষ আৰু উত্তম সম্বল, বিশ্বৰ সাৰ্ব্বভৌম ৰাষ্ট্ৰসমূহৰ দৰবাৰ, ৰাষ্ট্ৰসংঘলৈ আমাৰ সমৰ্থন পুনৰ ঘোষণা কৰিছোঁ। এই অনুষ্ঠানক কেৱল নিন্দা গালিৰ কেন্দ্ৰ কৰাত আমি বাধা দিম, দুৰ্ব্বল নতুন ৰাষ্ট্ৰক ৰক্ষা কৰাত ইয়াক সহায় কৰিম, আৰু ইয়াৰ কৰ্ম্মক্ষেত্ৰৰ পৰিসৰ বঢোৱাত সহায় কৰিম।

শেষত যিবোৰ ৰাষ্ট্ৰই নিজে আমাক প্ৰতিপক্ষ কৰি লৈছে, তেওঁলোকলৈ আগবঢাইছোঁ প্ৰতিজ্ঞা নহয়, এটি অনুৰোধ : যাতে দুয়ো পক্ষই শান্তি-সন্ধান নতুনকৈ আৰম্ভ কৰে, বিজ্ঞান-সম্ভূত ধ্বংসৰ ক'লা ডাৱৰে মানুহৰ ইচ্ছা বা দুৰ্ঘটনাৰদ্বাৰা গোটেই পৃথিৱী আগুৰি পেলোৱাৰ আগতেই।

দুৰ্ব্বলতাৰে তেওঁলোকক প্ৰলোভিত কৰাৰ সাহস আমাৰ নাই। কিয়নো যেতিয়া সন্দেহ নোহোৱাকৈ যথেষ্ট পৰিমাণে আমাৰ হাতত অস্ত্ৰ-শস্ত্ৰ থাকিব, তেতিয়াহে আমি নিঃসন্দেহ হব পাৰিম যে সেইবোৰ কেতিয়াও ব্যৱহাৰ কৰা নহব।

কিন্তু বৰ্ত্তমান অৱস্থাত দুয়োটা শক্তিয়ে শান্তিত থাকিব পৰা নাই। আধুনিক অস্ত্ৰ-শস্ত্ৰৰ খৰচে দুয়ো পক্ষৰে ৰাজহাড় বেঁকা কৰিছে; ভয়ঙ্কৰ পৰমাণুৰ ক্ৰম-বিস্তাৰত দুয়োপক্ষই সঁচাকৈ সচকিত হৈছে। কিন্তু তথাপি দুয়ো পক্ষই মানৱ জাতিৰ শেষ যুদ্ধৰ বিভীষিকাৰ ভাৰ-সাম্য বদলাই দিবলৈ প্ৰতিযোগিতা চলায়েই আছে।

সেয়েহে আমি নতুনকৈ আৰম্ভ কৰিব লাগিব। দুয়ো পক্ষই মনত ৰাখিব লাগিব যে ভদ্ৰতা দুৰ্ব্বলতাৰ পৰিচায়ক নহয়; আৰু আন্তৰিকতা প্ৰমাণ-সাপেক্ষ। আমি কেতিয়াও ভয়ত আপোচ-মীমাংসা কৰিব নালাগিব; কিন্তু মীমাংসা কৰিবলৈও ভয় কৰিব নালাগিব।

কি কি সমস্যাই আমাক আঁতৰাই ৰাখিছে তাকে ভাবি মূৰ ঘমোৱাতকৈ কি কি সমস্যাই আমাক একত্ৰিত কৰিছে দুয়ো পক্ষই তাৰ বিচাৰ কৰা উচিত।

প্ৰথমবাৰৰ বাবে দুয়ো পক্ষই অস্ত্ৰ-শস্ত্ৰ নিয়ন্ত্ৰণ আৰু পৰিদৰ্শনৰ কাৰণে আৰু শুদ্ধ উপায় উদ্ভাৱন কৰক আৰু মানৱ জাতিক ধ্বংস কৰাৰ বিপুল শক্তিক সকলো দেশৰে নিয়ন্ত্ৰণাধীন কৰক।

দুয়ো পক্ষই বিজ্ঞানৰ বিভীষিকাৰ পৰিবৰ্ত্তে বিজ্ঞানৰ সুফল আহৰণ কৰক। একেলগ হৈ আমি নক্ষত্ৰমণ্ডলী আবিষ্কাৰ কৰোঁহক; মৰুপ্ৰান্তৰ সুজলা-সুফলা কৰোঁহক; ব্যাধি দূৰ কৰোঁহক, সাগৰতলী সন্ধান কৰি মুকুতা বিচাৰি লওঁহক; আৰু শিল্প-কলা-বাণিজ্যৰ প্ৰগতিত উৎসাহ যোগাওঁহক

দুয়ো পক্ষই লগ হৈ পৃথিৱীৰ চুকে-কোণে ইচায়াহৰ ( Isaiah ) বাণী পালন কৰক—"গধুৰ বোজা আঁতৰাই দিয়া......( আৰু ) পীড়িতজনক মুক্তি দিয়া।"

আৰু যদি এধানি সহযোগে সন্দেহৰ বিশাল ক'লা-ডাৱৰ আঁতৰ কৰিব পাৰে, তেনেহলে দুয়ো পক্ষই লগ হৈ কেৱল শক্তিৰ সমতা ৰক্ষা কৰিবলৈ নহয়, কিন্তু ন্যায়পূৰ্ণ এক নতুন জগত গঢ়িবলৈ এক নতুন প্ৰচেষ্টাত সহযোগ কৰক— য'ত বলী সদায় ন্যায়-পৰায়ণ, নিৰ্ব্বলী নিৰাপদ আৰু শান্তি চিৰ-বিৰাজমান।

এই সকলোবোৰ কাম প্ৰথম এশ দিনতে হয়তো শেষ নহব; এহেজাৰ দিনতো অথবা এই চৰকাৰৰ জীৱন-কালতো শেষ নহব। আনকি এই পৃথিৱীত আমাৰ জীৱন-কালতো নহব পাৰে। কিন্তু আমি আৰম্ভ কৰিব পাৰোঁ।

হে মোৰ দেশবাসীসকল, মোতকৈও বেছিকৈ আপোনালোকৰ ওপৰত নিৰ্ভৰ কৰিছে আমাৰ এই কৰ্ম্মৰ কৃতকাৰ্য্যতা বা অকৃতকাৰ্য্যতা। এই দেশৰ জন্মৰপৰাই আমেৰিকাবাসীসকলৰ প্ৰত্যেক পিৰিয়েই প্ৰত্যাহ্বান পাইছে নিজৰ জাতীয় আনুগত্য প্ৰমাণ কৰিবলৈ। কৰ্ত্তব্যৰ এই প্ৰত্যাহ্বান গ্ৰহণ কৰা আমেৰিকাৰ যুৱকসকলৰ কবৰথানা গোটেই পৃথিৱীতে সিঁচৰতি হৈ আছে।

এতিয়া সেই আহ্বানধ্বনি বাজিছে আমাৰ সমুখত। ই অস্ত্ৰ তুলি লোৱাৰ আহ্বান নহয়, যদিও অস্ত্ৰৰ আমাৰ আৱশ্যক আছে। ই যুদ্ধৰ প্ৰতি আহ্বান

নহয়, যদিও আমি যুদ্ধৰ সম্ভাৱনাৰ মাজত। এই আহ্বান বছৰৰ পাচত বছৰ ধৰি কৰিব লগা এক অস্পষ্ট সংগ্ৰামৰ গধুৰ বোজা বোৱাৰ আহ্বান, আশাত আমি আনন্দ কৰিম, বিপদত ধৈৰ্য্য ধৰিম। মানুহৰ সমূহীয়া শত্ৰু, অত্যাচাৰ, দাৰিদ্ৰ্য, ব্যাধি আৰু স্বয়ং যুদ্ধৰ বিৰুদ্ধে এই যুদ্ধ।

এই শত্ৰুবোৰৰ বিৰুদ্ধে উত্তৰ-দক্ষিণ, পূব-পশ্চিমক লৈ আমি এক বিৰাট আৰু পৃথিৱী-জোৰা মিত্ৰ-শক্তি গঢ়ি তুলিব পাৰিম নে, যিয়ে গোটেই মানৱ-জাতিক এক অধিক ফল-প্ৰসূ জীৱনৰ সন্ধান দিব পাৰিব? আপোনালোকে এই মহান প্ৰচেষ্টাত যোগদান কৰিবনে?

পৃথিৱীৰ দীঘলীয়া ইতিহাসত, কেৱল মাত্ৰ কেইটামান যুগে চৰম সংকটৰ সময়ত স্বাধীনতা ৰক্ষা কৰাৰ সুযোগ পাইছে। মই এই দায়িত্বৰপৰা কেতিয়াও আঁতৰি নাযাওঁ। ইয়াক মই স্বাগতম্ জনাইছোঁ। মই নাভাবোঁ যে আমাৰ মাজৰ কোনো মানুহেই আনৰ লগত বা অন্য যুগৰ লগত ঠাই সলাবলৈ বিচাৰিব। এই প্ৰচেষ্টাত নিয়োগ কৰা শক্তি, বিশ্বাস আৰু ঐকান্তিকতাই আমাৰ দেশক আৰু তাৰ কাৰণে কাম কৰাসকলক উজ্জ্বল কৰি তুলিব, আৰু সেই পোহৰৰ জ্যোতিয়ে গোটেই পৃথিৱীকে পোহৰাই তুলিব পাৰে।

হে মোৰ দেশবাসীসকল, সেয়েহে আপোনালোকে নুসুধিব দেশে আপোনালোকৰ বাবে কি কৰিব পাৰে; সোধক আপনালোকে দেশৰ বাবে কি কৰিব পাৰে।

হে মোৰ সহবাসী পৃথিৱীৰ লোকসকল, আপোনালোকে নুসুধিব আমেৰিকাই আপোনালোকৰ বাবে কি কৰিব পাৰিব; সোধক আমি একেলগে মানুহৰ স্বাধীনতাৰ বাবে কি কৰিব পাৰোঁ।

সৰ্ব্বশেষত, আপুনি আমেৰিকাবাসীয়েই হওক বা পৃথিৱীৰ আন কোনো দেশৰ নাগৰিকেই হওক, আমাৰপৰা বিচাৰক সেই একেই পৰিমাণৰ শক্তি আৰু ত্যাগ যিথিনি আমি আপোনাৰপৰা বিচাৰোঁ। আমাৰ সুস্থিৰ বিবেকৰ ওপৰত আস্থা ৰাখি, আমাৰ কৰ্ম্মৰ চৰম বিচাৰক ইতিহাসক মনত ৰাখি, আৰু ঈশ্বৰৰ আশিষ বাণী আৰু সহায় প্ৰাৰ্থনা কৰি, লগতে জানি লৈ যে এই জগতত ঈশ্বৰৰ কামেই আমাৰ কাম, আমি আমাৰ মৰমৰ পৃথিৱীত আগবাঢ়ি যাম।

---

# দ্বিতীয় অধ্যায়

## দুৰ্য্যোগ আৰু সুযোগ

"মুক্ত আৰু দৃঢ়-সংকল্প জাতি এটাৰ নিৰ্ব্বাচিত বিষয়াৰ জৰিয়তে মুক্তভাৱে সকলো সমস্যাৰ সম্মুখীন হোৱাৰ আৰু নিৰ্ভয়ে সকলো বিপদক আগভেটি ধৰাৰ ইচ্ছাতকৈ ডাঙৰ সম্পদ আৰু আমাৰ নাই।"

"প্ৰকৃতিয়ে আমাক সকলোকে স্বাভাৱিক বন্ধু কৰিছে, গতিকে আমি দেখুৱাব পাৰোঁ যে যাৰ লগত আমাৰ মত গভীৰভাৱে নিমিলে তেওঁৰ লগতো লাভজনক সম্বন্ধ গঢ়িব পাৰোঁ। এদিনাখন এইটোৱে হব লাগিব বিশ্ব-শান্তি আৰু বিশ্ব-নীতিৰ মূল-ভেটি।"

"এই কথা সকলোৱে স্পষ্টভাৱে জানি থওক যে এই চৰকাৰে সাহস আৰু মতানৈক্যক যথেষ্ট মূল্য দিয়ে, সু-পৰিবৰ্ত্তনৰ চিন স্বৰূপে সুস্থ মতভেদ আমি সমৰ্থন কৰোঁ।"

"সমগ্ৰ মানৱজাতিৰে আশা নিৰ্ভৰ কৰিছে আমাৰ ওপৰত; এই সম্ভাৱৰত থকা আমাৰ ওপৰতেই নহয়, লাওচৰ খেতিয়কৰ ওপৰত, নাইজেৰিয়াৰ মাছমৰীয়াসকলৰ ওপৰত, কিউবাৰ নিৰ্ব্বাসিতসকলৰ ওপৰত, স্বাধীনতা আৰু ভৱিষ্যতৰ বাবে আমাৰ আকাঙ্ক্ষাৰ অংশ গ্ৰহণ কৰা সকলো মানুহ আৰু দেশকে সচেতন কৰা চেতনাৰ ওপৰত।"

যুক্তৰাজ্য—

[জানুৱাৰীৰ ২৯ তাৰিখে, প্ৰেচিডেণ্ট কেনেডিয়ে যুক্তৰাজ্য সম্পৰ্কিত তেওঁৰ প্ৰথম চৰকাৰী ভাষণ দিবলৈ কংগ্ৰেচত উপস্থিত হৈছিল।]

*[ যুক্তৰাজ্যৰ প্ৰতি বাণী,*
*২৯ জানুৱাৰী, ১৯৬১ চন। ]*

......য'ৰপৰা আহিছিলোঁ ত'লৈকে ঘূৰি যোৱাটো এটা আনন্দৰ কথা। ৱাচিংটনত আপোনালোক মোৰ পুৰণি বন্ধু; আৰু এই সভাঘৰ মোৰ পুৰণিতম ঘৰ। চৈধ্য বছৰৰো বেছি দিন আগতে ইয়াতেই মই পোনপ্ৰথম বাৰলৈ নিৰ্ব্বাচিত অফিচৰ শপথ গ্ৰহণ কৰিছিলোঁ। ইয়াতেই চৈধ্য বছৰ আগতে মই অভিজ্ঞতা আৰু অনুপ্ৰেৰণা লভিছিলোঁ দুয়ো বিধান-মণ্ডলীৰ দুয়ো দলৰ সভ্যসকলৰপৰা, আপোনালোকৰ বিজ্ঞ আৰু উদাৰ নেতা-সকলৰপৰা, আপোনালোকে আজি য'ত বহিছে তাতে বহি বহি শুনা ঘোষণা-বোৰৰপৰা, যিবিলাক আজিও মোৰ ভালকৈ মনত আছে, যাৰ ভিতৰত আছে দুজন মহান প্ৰেচিডেণ্টৰ কাৰ্য্যসূচী, চাৰ্চিলৰ অনিৰ্ব্বাপিত বাগ্মিতা, নেহেৰুৰ আকাশ-লক্ষ্যী আদৰ্শ, জেনেৰেল দ্য গল'ৰ স্থিৰ-বচন। সেই একেখন ঐতিহাসিক মঞ্চতে থিয় হৈ কথা কোৱাটো এটা অভিনৱ অভিজ্ঞতা।

মই নিশ্চিত যে সেই পুৰণি-বন্ধুতা অক্ষুণ্ণ থাকিব। আমাৰ সংবিধানে উচিতভাৱেই চৰকাৰৰ প্ৰত্যেক শাখাকে সমূহীয়া আৰু গাইগুটীয়া বিধি দিছে। প্ৰেচিডেণ্ট আৰু কংগ্ৰেচ প্ৰত্যেকেই প্ৰত্যেকক শ্ৰদ্ধাৰ চকুৰে চায়, কোনোৱে কাৰো অধিকাৰৰ সীমা অতিক্ৰম কৰিবলৈ কেতিয়াও চেষ্টা নকৰে। মোৰ নিজৰ ফালৰপৰা কবলৈ গ'লে, মই কেতিয়াও কংগ্ৰেচৰ নাইবা ৰাইজৰপৰা অতীত, বৰ্ত্তমান বা ভৱিষ্যতৰ কোনো কথাকে লুকাই নেৰাখিম, যি কথা আমাৰ আচাৰ-ব্যৱহাৰ বা আমাৰ বিপত্তিৰ সুবিচাৰৰ বাবে আৱশ্যকীয়। কোনো কাৰ্য্যকৰী—সিদ্ধান্তৰ বোজা মই কেতিয়াও কংগ্ৰেচৰ ওপৰত জাপি নিদিওঁ অথবা সেই সিদ্ধান্তৰ ফলাফলৰ গুৰু-দায়িত্বও কেতিয়াও এৰাই নাযাওঁ।

আজি এক জাতীয় দুৰ্য্যোগ আৰু জাতীয় সুযোগৰ সংকট মুহূৰ্ত্তত মই কথা কৈছোঁ। মোৰ কাৰ্য্য-কাল আৰম্ভ হোৱাৰ আগতে আমি নতুনকৈ প্ৰমাণ কৰিব লাগিব, আমাৰ নিচিনা গঠিত আৰু শাসিত জাতি এটাই সফলকাম

হব পাৰে নে নোৱাৰে। ফলাফল কোনোপধ্যো নিশ্চিত নহয়। উত্তৰো সুস্পষ্ট নহয়। আমাৰ চৰকাৰ, আমাৰ কংগ্ৰেচ, আমাৰ জাতি—আমি সকলোৱে একেলগে ইয়াৰ উত্তৰ দিব লাগিব।

*কিন্তু আজি এই মুহূৰ্ত্তত কাৰ্য্যভাৰ লোৱাৰ এসপ্তাহ পিচতেই যদি মই সকলো জাতীয় সমস্যাৰে সমাধানৰ বাবে বিধি-ব্যৱস্থা আগবঢ়াওঁ, তেনেহলে কংগ্ৰেচে নিশ্চয় আচৰিত হব এই ভাবি যে খৰখেদাৰ নামত দায়িত্বৰ কথা* জলাঞ্জলি দিয়া হৈছে নেকি।

সেয়েহে মোৰ মন্তব্যবোৰ সীমাবদ্ধ হব। কিন্তু সেইবোৰ নিশ্চয় স্পষ্ট হব। সত্য কথা স্পষ্টভাৱে কোৱাটো ভৱিষ্যতক ম্লান কৰা বা অতীতক অপবাদ দিয়া নহয়। বিচক্ষণ-উত্তৰাধিকাৰীয়ে তেওঁৰ উত্তৰাধিকাৰিত্বৰ হিচাপ অতি সাৱধানে ৰাখে আৰু উপযুক্তজনক তেওঁ বিশ্বাসযোগ্য হিচাপ দিয়ে। আমাৰ সুখ-সম্পদৰ বাবে যেতিয়া অৱস্থা অনুকূল নহয়, তেতিয়া মুক্ত আৰু দৃঢ়-সংকল্প জাতি এটাৰ নিৰ্ব্বাচিত বিষয়াৰ জৰিয়তে মুকলি-মূৰীয়াকৈ সকলো সমস্যাৰ সম্মুখীন হোৱাৰ আৰু ভীতিহীনভাৱে সকলো বিপদকে আগভেটি ধৰাৰ ইচ্ছাতকৈ ডাঙৰ সম্পদ একো নাই।

( ১ )

বৰ্ত্তমান আমাৰ অৰ্থনৈতিক অৱস্থা শঙ্কাজনক। আমি কাৰ্য্যভাৰ লওঁ। সাত মাহ জোৰা অৰ্থনৈতিক অৱনতি ( Recession ), চাৰে-তিনি বছৰীয়া সোপাটিলা, সাত বছৰৰ ক্ষয়িষ্ণু অৰ্থনৈতিক বৃদ্ধি ( diminished economic growth ) আৰু ন বছৰ ধৰি চলি থকা ফাৰ্মৰ আয়ৰ নিম্নমুখী গতিৰ সময়ত।

যুদ্ধোত্তৰ কালত ( Since the Great Depression ) ব্যৱসায়ত দেউলীয়া হোৱাৰ সংখ্যা চৰম সীমা পাইছে এতিয়া। ১৯৫১ চনৰ পিচৰপৰা ফাৰ্মৰ আয় শতকৰা ২৫ ভাগ কমিছে। ১৯৫৮ চনৰ অলপ-কালৰ বাদে আমাৰ ইতিহাসত বীমা কৰা নিবনুৱাৰ সংখ্যা এতিয়া উচ্চতম। প্ৰায় চাৰে-পাঁচ নিযুত কৰ্ম্মহীন আমেৰিকাবাসীৰ ভিতৰত এক নিযুততকৈও বেছিয়ে চাৰি মাহ ধৰি কাম বিচাৰি আছে। আৰু প্ৰত্যেক মাহতে প্ৰায় ডেৰ লাখ মানুহৰ কাম-নোহোৱাকৈ পোৱা তাকৰীয়া বানচ শেষ হৈ আছে। আধা ভাগৰ এভাগ নিবনুৱাই প্ৰায় এক শ নৈৰাশ্যপূৰ্ণ আৰু সমস্যা-জৰ্জৰিত অঞ্চলত

নিৰাপদভাৱে জীৱন কটাইছে। বাকীখিনিৰ ভিতৰত আছে নিজৰ যোগ্যতা কামত লগাবলৈ নোপোৱা নতুন স্কুল-গ্রেজুয়েটসকল, কামৰপৰা খেদা-খোৱা খেতিয়কসকল—যিসকলে ভিৰণি পৰত কাম কৰি পাৰিয়ালৰ জীৱিকা উলিয়াইছিল, আৰু ধাতু, কল-কজা, মটৰগাড়ী আৰু বস্ত্র-শিল্প ইত্যাদি প্রধান প্রধান উদ্যোগত কাম হেৰুওৱা কাৰিকৰী শিক্ষা পোৱা আৰু শিক্ষা নোপোৱা বনুৱাসকল।

তাৰোপৰি ১৯৫৮ চনৰ অর্থনৈতিক অৱনতিৰ ( Recession )পৰা আমি সম্পূর্ণকৈ মুক্ত হৈ সুস্থ হৈ উঠিব পৰা নাই। আমাৰ মুঠ জাতীয় উৎপাদন এতিয়াও সম্পূর্ণ হৈ উঠা নাই। নিবনুৱা সমস্যাক স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিব পৰা নাই। জাতীয় উদ্যোগিক ক্ষমতাৰ এতিয়াও সদ্ব্যৱহাৰ হোৱা নাই।

মুঠ কথা, আমেৰিকাৰ অর্থনীতি বর্ত্তমান সংকটপূর্ণ। পৃথিৱীৰ আটাইতকৈ বেছি সম্পদেৰে ভৰা এই উদ্যোগিক দেশখন অর্থনৈতিক বৃদ্ধিৰ হাৰত আটাইতকৈ পিচ পৰা। যোৱা বসন্তৰ পিচৰপৰা আমাৰ অর্থনীতিৰ বৃদ্ধিৰ হাৰ দৰাচলতে তললৈ নামিছে। ব্যৱসায়ত টকা খটোৱাৰ হাৰ ( Business investment ) নিম্নমুখী। 'লাভৰ হাৰ হিচাপ কৰাতকৈ কমি গৈছে'। এক নিযুত বিক্রী নোহোৱা মটৰ-গাড়ী হিচাপত ওলাইছে। ক্রমে কম মানুহে কাম কৰিব লাগিছে, আৰু কাম কৰা সময় সপ্তাহত চল্লিশ ঘণ্টাৰো তললৈ নামিছে। আনফালে বস্তুৰ দাম বাঢ়িয়েই আছে। গতিকে আমেৰিকাৰ বহুতৰে বেছি দামী বস্তুৰ কাৰণে খৰচ কৰিবলৈ কম টকা আছে।

অর্থনৈতিক ভৱিষ্যৎ-বাণী কৰাটো অনিশ্চিত কলা। ইয়াৰ প্রমাণ এক বছৰ আগতে এই ঠাইৰেপৰা কৰা ভৱিষ্যৎ-বাণী—১৯৬০ চনটো "আমাৰ ইতিহাসত আটাইতকৈ সুফলা বছৰ হব।" সেয়ে হ'লেও ক্রমাগত সোপাটিলা আৰু ১৯৬১ আৰু '৬২ চনত হবলগা কিঞ্চিৎ সহজ নিবনুৱা সমস্যাৰ আগজাননী দি আহা হৈছে প্রায় একমুখে। এই চৰকাৰে অসহায়ভাৱে বৈ থাকিবলৈ বাঞ্ছা নকৰে।

অর্থনৈতিক অৱনতিৰ ( Recession ) অন্ত হোৱালৈকে বাট চাই আমি হাত সাবটি বহি থাকিব নোৱাৰো। নিবনুৱা সমস্যা দূৰ কৰিবলৈ, পৰি থকা সম্পদৰ সদ্ব্যৱহাৰ কৰিবলৈ, উৎপাদন বৃদ্ধি কৰিবলৈ, বস্তুৰ দাম স্থিৰ ৰাখি সুস্থ অর্থনৈতিক পৰিকল্পনাৰ সহায়ত বর্দ্ধিত অর্থনৈতিক বিকাশ সাধিবলৈ মুক্ত দেশ এখনে কি কৰিব পাৰে, তাক আমি জগতক দেখুৱাই দিব লাগিব।

অহা চৈধ্য দিনৰ ভিতৰত মই কংগ্ৰেছৰ ওচৰত ব্যক্তি বহিৰ আত্ম-নিৰ্ভৰশীল কৰিবলৈ নিবনুৱা ক্ষতিপূৰণৰ কাৰ্য্যকাল অস্থায়ীভাৱে বৃদ্ধি কৰাৰ বিধি-ব্যৱস্থা, নিবনুৱাৰ পৰিয়ালৰ বাবে অধিক খাদ্য যোগান আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীক সহায় কৰাৰ ব্যৱস্থা ; সদায় বনুৱা বাহি হোৱা অঞ্চ উন্নতিৰ ব্যৱস্থা ; যুক্তৰাজ্যৰ নিয়োগ বিনিময় বিভাগৰ কাৰ্য্য-প[illegible] বিস্তাৰ কৰাৰ উপায়, গৃহ-নিৰ্ম্মাণ আঁচনিৰ খৰগতিৰ ব্যৱস্থা, নিম্নতম মজুৰী বৃদ্ধি কৰি কম-মজুৰী পোৱা বনুৱাসকলৰ ক্ৰয়-শক্তি বঢ়োৱাৰ আঁচনি, উদ্যোগত টকা-খটোৱাৰ বাবে কৰ-কাটলৰ সুব্যৱস্থা, প্ৰাকৃতিক সম্পদৰাজিৰ বিকাশ বৃদ্ধি কৰাৰ আঁচনি, বয়-বস্তুৰ মূল্য স্থিৰ ৰখাৰ উপায়, সদ্যহতে উপশম পোৱাৰ আৰু লগতে দীৰ্ঘম্যাদী বৃদ্ধিৰ পথ মুকলি কৰিবলৈ নানান পৰিকল্পনা। আমাৰ দুৰ্ব্বলতাক ভিত্তি কৰি কৰা ই এক দলীয় পৰিকল্পনা নহয়। মোৰ বিশ্বাস, ই আমাৰ জাতীয় শক্তি বৃদ্ধি কৰিবলৈ কৰা জাতীয় পৰিকল্পা।

## ( ২ )

উপযুক্ত বিকাশ-ব্যৱস্থাৰদ্বাৰা উদ্যোগ আৰু কাৰিকৰী বিদ্যাৰ উন্নতি সাধি আমাৰ উৎপন্ন বয়-বস্তুবোৰ অধিক প্ৰতিযোগিতা-যোগ্য কৰিব পৰা যায়। আন্তৰ্জাতিক লেন-দেনৰ উদ্বৃত্তৰ ক্ষেত্ৰত ( Inter-national balance of payment ) ই গুৰুত্বপূৰ্ণ কথা। শঙ্কাপূৰ্ণ আলাপ-আলোচনা আৰু ভয়-বিহ্বল সমাধানৰ পৰামৰ্শবোৰলৈ কাণ নকৰি এই জটিল সমস্যাটো সঠিককৈ বিচাৰ কৰি চোৱা যাওক।

এইটো সঁচা যে ১৯৫৮ চনৰ পাচৰপৰা বিদেশত ব্যয় কৰা বা খটোৱা ধন আৰু বিদেশৰপৰা ঘূৰি অহা ধনৰ পাৰ্থক্য যথেষ্ট বৃদ্ধি পাইছে। আমাৰ লেন-দেনৰ উদ্বৃত্তৰ ( Balance of Payment ) ক্ষেত্ৰত এই ঘাটি তিনি বছৰত ১১ বিলিয়ন ডলাৰ বৃদ্ধি পাইছে। আৰু বিদেশৰ ডলাৰ-পতিসকলে তাক এনেভাৱে সোণলৈ সলাইছে যে আমাৰ ভঁৰালৰপৰা মুঠ ৫ বিলিয়ন মূল্যৰ সোণ বিদেশলৈ গৈছে। ১৯৫৯ চনৰ ঘাটিৰ প্ৰধান কাৰণ হ'ল বিশেষজ্ঞসকলৰ বিদেশী বজাৰত ঢুকাৰ অক্ষমতা, আৰু আমাৰ বয়-বস্তুৰ ওপৰত থকা নানা বাধা-নিষেধ আৰু আমাৰ বস্তুবোৰৰ অপ্ৰতিযোগিতামূলক দাম। আনহাতে ১৯৬০ চনৰ ঘাটিৰ প্ৰধান কাৰণ হ'ল নতুন সুবিধা আৰু অধিক লাভৰ আশাত বিদেশলৈ যোৱা বে-চৰকাৰী মূলধন।

তাৰোপৰি পশ্চিমীয়া দেশসমূহে দিয়া সামৰিক আৰু আন সাহায্যৰ বোজা আমাৰ দেশে নিজৰ ভাগতকৈ বেছি বব লগা হৈছে। বৰ্ত্তমানৰ নীতি চলি থাকিলে ১৯৬১ চনত আকৌ দুই বিলিয়ন ডলাৰ ঘাটি পৰিব বুলি কোৱা হৈছে। যিবিলাক দেশৰ ডলাৰৰ অৱস্থাৰ উন্নতি এই ঘাটি-বিলাকৰ ওপৰত নিৰ্ভৰ কৰি আছে সেই দেশৰ লোকে এতিয়া খোলাখুলি-ভাৱেই সন্দেহ প্ৰকাশ কৰিছে যে আমাৰ সোণৰ পুঁজি আমাৰ অঙ্গীকাৰ ৰক্ষা কৰিবলৈ স্বচ্ছল হৈ থাকিবনে নাথাকে।

এই সকলোবোৰ চিন্তাৰ কাৰণ, কিন্তু ভয়ৰ কাৰণ নহয়। কিয়নো আমাৰ বিত্তীয় অৱস্থা এতিযাও যথেষ্ট শক্তিশালী আন্তৰ্জাতিক বিত্ত ভাণ্ডাৰৰ ( International Monetary Fund)পৰা ধন উলিওৱাৰ আমাৰ অধিকাৰ, আমাৰ মুদ্ৰাৰ সহায়ক হিচাপে ৰখা সোণৰ পুঁজি আৰু ফেডাৰেল ৰিজাৰ্ভ ডিপোজিটকে ধৰি আমাৰ মুঠতে সোণৰ ভঁৰালত আৰু আন আন্তৰ্জাতিক বিত্ত তহবিলত ২২ বিলিয়ন ডলাৰ জমা আছে। মই কথা দিছোঁ যে এইথিনি আৱশ্যক হ'লে ডলাৰৰ মূল্যৰ সহায়ক হিচাপে ব্যৱহাৰ কৰা হব।

তাৰোপৰি বিদেশত আমাৰ যথেষ্ট সম্পদ আছে। আমি দিব লগাতকৈ পাব লগাৰ পৰিমাণ বহুত বেছি আৰু আমাৰ ৰপ্তানী আমদানিতকৈ পুনৰ বেছি হৈছে।

মুঠ কথা, সোণৰ ডলাৰ মূল্য প্ৰতি আউন্সত ৩৫ ডলাৰতকৈ বেছি কৰাৰ, বিনিময় নিয়ন্ত্ৰিত কৰাৰ, অৰ্থনৈতিক অধোগতি-প্ৰতিৰোধৰ ব্যৱস্থা হ্ৰাস কৰাৰ, নিয়ন্ত্ৰিত বাণিজ্য-নীতি পুনৰ প্ৰচলন কৰাৰ অথবা নানা দেশৰ প্ৰতি থকা আমাৰ সাহায্য হ্ৰাস কৰাৰ কোনো দৰকাৰ নাই আৰু আমি নকৰোঁ।

এই চৰকাৰে ডলাৰৰ মূল্য কোনো কালে সলনি নকৰে। ই আমাৰ অঙ্গীকাৰ।

অৱশ্যে সোণৰ সংকটৰ সম্ভাৱনা নাইকিয়া কৰিবলৈ আৰু পৰিশোধৰ ঘাটিৰ অৱস্থা সহজ কৰিবলৈ বিবেচনা আৰু জ্ঞানেৰে নতুন উপায় অৱলম্বন কৰাৰ আৱশ্যক আছে।

প্ৰধানতঃ আমাৰ ধন দিয়াৰ ক্ষমতাৰ প্ৰতি বিদেশৰ আস্থাৰ ওপৰতে আন্তৰ্জ্জাতিক সমস্যাবোৰত আমাৰ সফলতা বহুদিন ধৰি নিৰ্ভৰ কৰি আহিছে। এলানি কাৰ্য্যকৰী নিৰ্দ্দেশ, ব্যৱস্থাপক প্ৰতিবেধক আৰু আমাৰ মিত্ৰ দেশ-বোৰৰ লগত কিছুমান সহযোগৰ ব্যৱস্থা অলপতে প্ৰচলন কৰা হব। এই-

নিয়ন্ত্ৰণৰ উদ্দেশ্যে হব আমাৰ দেশত বিদেশী ধন খটাবলৈ আৰু ভ্ৰমণ কৰিবলৈ আকৃষ্ট কৰা, উদাৰ চৰকাৰী নীতিৰদ্বাৰা স্থিৰ মূল্যত আমেৰিকাৰ ৰপ্তানী বৃদ্ধি কৰা, বিদেশত অনাহকত বে-চৰকাৰী ধন খৰচ কৰিবলৈ সুবিধা দিয়া, *কৰ-কাটল আৰু শুল্ক বিভাগত থকা সুকভাবোৰ* আঁতৰোৱা আৰু [ '*আৰ্থিক সহযোগ আৰু বিকাশ' সংস্থা* ( Organization for Economic Co-*operation and Development ), নাটো ( N. A. T. O. ) আৰু অন্যান্য* সংস্থাৰ জৰিয়তে ] মুক্ত পৃথিৱীৰ সমূহীয়া প্ৰতিৰক্ষাৰ বাবে আৰু অনুন্নত দেশ-সমূহৰ উন্নতিৰ বাবে কৰা চেষ্টাত আমাৰ মিত্ৰ দেশবোৰৰ লগত সহযোগ কৰা। বৰ্ত্তমানৰ ঘাটি অৱস্থা চলি থাকে মানে বিদেশত আমাৰ ডলাৰ-ব্যয়ৰ ব্যৱস্থা সহজ কৰিবলৈ উপায় উদ্ভাৱন কৰা হব, অৱশ্যে বিদেশত আমাৰ দেশৰ কৰ্ত্তব্য পালন কৰি থকা লোকসকলৰ পৰিয়ালৰ ওপৰত সম্পূৰ্ণ বোজা জাপি নিদিয়াকৈ।

মুঠতে বিদেশত কৰা আমাৰ প্ৰচেষ্টাক সহায় কৰিবলৈ সকলো কৰা হব আৰু আগৰ নিচিনাকৈ ডলাৰক প্ৰকৃত ডলাৰ হিচাপে ৰাখিবলৈ (The dollar as "sound as a dollar" ) যত্নৰ ত্ৰুটি কৰা নহব।

( ৩ )

কিন্তু অন্তৰ্জাতিক শোধ বিনিময়তকৈও বেছি গুৰুতৰ হৈছে ঘাটি। বৰ্ত্তমান ১৯৬১ চনৰ বিত্তীয় বছৰটোৰ বাজেটত মুঠ ঘাটি ওলোৱাটো নিশ্চিত। ১৯৬২ চনৰ বিত্তীয় বছৰৰ বাবে যি বাজেট ইতিমধ্যে উত্থাপন কৰা হৈছে সি ঠিকমতে ৰব যদিহে কংগ্ৰেচে তাত অনুৰোধ কৰা সকলোবোৰ ৰাজহ-ব্যৱস্থা অনুমোদন কৰে আৰু আমাৰ অৰ্থনৈতিক উপদেষ্টাসকলে সম্ভৱ বুলি ভবাতকৈও বেছি আগতীয়া আৰু তীক্ষ্ণ অৰ্থনৈতিক পৰিবৰ্ত্তনে হিচাপ কৰা মতে সকলোবোৰ ৰাজহ উৎপাদন কৰিব পাৰে। সি যি কি নহওক, আগতেই স্থিৰ কৰা ব্যয় আৰু ৰাজহ-ব্যৱস্থাৰ ওপৰত নতুন চৰকাৰ গঠিত হোৱাটো কৰ্ত্তব্য। কোনো অৰ্থনৈতিক সংকট অথবা জাতীয় প্ৰতিৰক্ষাৰ কোনো জৰুৰী অৱস্থাৰ কথা বাদ দি আগৰ নিৰিখৰ ভিতৰত থাকি এখন ব্যয়ৰ কাৰ্য্যসূচী অনুসৰণ কৰা মোৰ ইচ্ছা, য'ত সোমাই লোৱা হব অৰ্থনৈতিক উদ্গতিৰ-পৰা পোৱা ৰাজহ আৰু যিয়ে আগৰ বাজেটৰ বিশেষ সলনি নকৰিব।

যিখিনি কৰিব লাগে সেইখিনি আমি নিশ্চয় কৰিম। আমাৰ জাতীয় গৃহস্থাপন অনেক অৱহেলিত আৰু আধৰুৱা কামেৰে ভৰি আছে। আমাৰ নগৰবোৰ আবৰ্জনাৰে পূৰ। "আমেৰিকাৰ প্ৰতি পৰিয়ালৰ বাবে এটি শুৱনি ঘৰ আৰু এটা উপযুক্ত পৰিবেশ" গঢ়ি তোলাই আমাৰ উদ্দেশ্য বুলি কংগ্ৰেচে ঘোষণা কৰাৰ সুদীৰ্ঘ বাৰ বছৰ পিচতো ২৫ নিযুত আমেৰিকাবাসী এতিয়াও নিম্নস্তৰৰ ঘৰত বাস কৰিবলগীয়া হৈ আছে। 'গৃহ-নিৰ্মাণ আৰু নগৰ-নীতি' নামৰ এক নতুন বিভাগৰ (Housing and Urban Affairs Department) তলত এক নতুন গৃহ-নিৰ্মাণ আঁচনিৰ এই বছৰত আৰম্ভক হব।

আমাৰ শিক্ষালয়বোৰত যিমান লাগে তাতকৈ দুই নিযুত বেছি ল'ৰা-ছোৱালী পঢ়ি আছে। ইইতক শিকায় নব্বৈ হাজাৰ শিক্ষকে, যিসকলৰ শিকাবলৈ উপযুক্ত শিক্ষা নাই। হাইস্কুল পাচ কৰা উত্তম ছাত্ৰবোৰৰ ভিতৰত এক-তৃতীয়াংশই ধনৰ অভাৱত উচ্চ শিক্ষাৰ সুবিধা নাপায়। চতুৰ্থ দশকৰ যুদ্ধকালীন শিশুবোৰে,—যিসকলে পঞ্চম দশকত স্কুলবিলাকত ভিৰ কৰিছিল, এতিয়া ষষ্ঠ দশকত কলেজত ভিৰ কৰিছে, আৰু আমাৰ কলেজ-বোৰত যথেষ্ট সা-সুবিধা নাই। পৃথিৱীৰ চুকে-কোণে থকা আমাৰ কৰ্ত্তব্যৰ অনুপাতত আমাৰ বিজ্ঞানীৰ, ইঞ্জিনীয়াৰৰ, শিক্ষকৰ অভাৱ। সাগৰ-বিদ্যা (oceanography), লুণীয়া পানীৰ সদ্ব্যৱহাৰৰ উপায় আৰু সকলো প্ৰগতিৰ ভেটি মৌলিক-গৱেষণা আমি অৱহেলা কৰি আহিছোঁ। স্কুলীয়া আৰু উচ্চ শিক্ষাৰ বাবে চৰকাৰী মঞ্জুৰী আৰু পিছুৱাই থব নোৱাৰি।

চিকিৎসা-গৱেষণাই অৱশ্যে নতুন নতুন বস্তু আবিষ্কাৰ কৰিছে; কিন্তু আয়ৰ অভাৱত (বিশেষকৈ বুঢ়াসকলৰ), হাচপাতালৰ বিছনাৰ নাটনিৰ বাবে, নাৰ্চিং-গৃহৰ অভাৱত আৰু ডাক্তৰ আৰু ডেণ্টিষ্টৰ অভাৱত এই আবিষ্কাৰবিলাক এতিয়াও বহুতৰে ক্ষমতাৰ বাহিৰত। সামাজিক-নিৰাপত্তা ব্যৱস্থাৰদ্বাৰা বৃদ্ধসকলৰ স্বাস্থ্যৰ যত্নৰ ব্যৱস্থা আৰু সা-সুবিধা আৰু উপযুক্ত মানুহৰ সংখ্যা বৃদ্ধি কৰাৰ ব্যৱস্থা এই বছৰতে কৰিবই লাগিব।

আমাৰ বিশুদ্ধ পানী যোগানৰ ব্যৱস্থা তাকৰীয়া। পৰিকল্পিত আৰু নাবালকে কৰা অপৰাধে (organised and juvenile crimes) কৰদাতাসকলৰ বছৰি লক্ষ লক্ষ ডলাৰ ক্ষতি কৰে; ইয়াৰ বাবে নতুন আইন প্ৰণয়ন আৰু পুৰণি আইনৰ উন্নত কাৰ্য্যকাৰিতাৰ ব্যৱস্থা হাতত লোৱাটো অত্যাৱশ্যকীয় হৈ পৰিছে। ভোট আৰু অন্যান্য ক্ষেত্ৰত বৰ্ণৰ নামত আমাৰে

প্ৰতিবেশী কিছুমান আমেৰিকাবাসীৰ প্ৰতি আইনগত অধিকাৰ অস্বীকাৰ কৰাটোৱেই আমাৰ জাতীয় বিবেকত আঘাত দি আছে আৰু মিত্ৰ-ৰাষ্ট্ৰবোৰে সেই কাৰণেই আমাক দোষাৰোপ কৰিছে যে আমাৰ গণতন্ত্ৰই আমাৰ ঐতিহ্যৰ মহান অংগীকাৰ ৰক্ষা কৰিব পৰা নাই। ব্যক্তিগত বিষয়ৰ নৈতিকতাই সামাজিক নৈতিক বিচাৰৰ লগত সঙ্গতি ৰাখি চলিব পৰা নাই। আমাৰ দেশৰ পঞ্চাশখন ৰাজ্যৰে এশ এবুৰি সমস্যা আৰু আঁচনি, যদিও এই বাণীত উল্লেখ কৰাটো সম্ভৱ নহয়, তথাপি কংগ্ৰেচ আৰু কাৰ্য্যপালিকা বিভাগৰ (Executive Branch) উভয়ৰে দৃষ্টি আকৰ্ষণৰ যোগ্য। এইবিলাকৰ বহুতৰ বিষয়ে অহা দুই সপ্তাহৰ ভিতৰত কংগ্ৰেচলৈ বতৰা দিয়া হ'ব।

## ( ৪ )

কিন্তু আজি পৃথিৱীৰ সমুখত যিবিলাক সমস্যাই দেখা দিছে তাৰ আগত আমাৰ সমস্যাবোৰ নিষ্প্ৰভ হৈ পৰে। যি কোনো দলৰ মানুহেই আগতে ৱাচিংটনৰ অফিচৰ অভিজ্ঞতা থাকিলেও, এই পদত অধিষ্ঠিত হৈ এই দহ দিনৰ ভিতৰতে অহা চাৰি বছৰৰ ভিতৰত সন্মুখীন হ'ব লগা সমস্যাৰ বিশালতা দেখি স্তব্ধ নহৈ নোৱাৰে। প্ৰতিদিনে সংকটবোৰ ঘনীভূত হৈ আছে। প্ৰতিদিনে সমাধানবোৰ জটিলতৰ হৈ গৈছে। অস্ত্ৰ-শস্ত্ৰৰ বিস্তাৰৰ লগে লগে আৰু বিৰুদ্ধ শক্তিবোৰ প্ৰবলতৰ হৈ অহাৰ লগে লগে আমি প্ৰতিদিনে চৰমতম বিপদৰ ওচৰ চাপি আহিছোঁ। মোৰ বিশ্বাস মতে মই কংগ্ৰেচক জনাই থোৱা উচিত, যোৱা দহ দিনৰ বিশ্লেষণৰপৰা এইটো কথা স্পষ্ট হৈ পৰিছে যে প্ৰত্যেক সংকটপূৰ্ণ অঞ্চলতে ঘটনা-চক্ৰ ঘূৰি গৈ আছে আৰু সময় আমাৰ অনুকূল হৈ থকা নাই।

এচিয়া মহাদেশত ভাৰত আৰু দক্ষিণ ভিয়েৎনামৰ সীমান্তৰপৰা লাওচৰ হংগলৈকে য'ত নৱলব্ধ স্বাধীনতা ৰক্ষাৰ বাবে সংগ্ৰাম চলি আছে, তাত চীনা কমিউনিষ্টসকলৰ বিৰামহীন চাপত গোটেই অঞ্চলৰে নিৰাপত্তা বিপন্ন হৈ পৰিছে। গোটেই এচিয়া আৰু গোটেই পৃথিৱীতে আমি যিটো বিচাৰোঁ, লাওচতো আমি তাকেই বিচাৰোঁ: জনগণৰ মুক্তি আৰু চৰকাৰৰ স্বাধীনতা। এই আদৰ্শবোৰ অনুসৰণ কৰাত আমাৰ দেশে সদায়ে যত্নপৰ হৈ থাকিব।

আফ্ৰিকাৰ কঙ্গো প্ৰদেশখন গৃহ-বিদ্ৰোহ, ৰাজনৈতিক বিশৃঙ্খলা আৰু জন-অশান্তিয়ে জৰ্জ্জৰিত কৰিছে। ৰাষ্ট্ৰসংঘৰ আইন-শৃঙ্খলা প্ৰতিষ্ঠা কৰিবলৈ

চলোৱা প্ৰচেষ্টা বিপন্ন হৈ পৰিছে বাঢ়ি অহা অশান্তিৰ দ্বাৰা, অমীমাংসিত সমস্যা আৰু বহুতো সদস্য-দেশৰ কমি অহা সমৰ্থনৰ ফলত। আমি কিন্তু ৰাষ্ট্ৰসংঘৰ মহান শান্তি-প্ৰচেষ্টাক সদায় সমৰ্থন কৰিম।

লেটিন আমেৰিকাত, তাৰ জনগণৰ শান্তিপূৰ্ণ আশাৰ বিপ্লৱৰ স্থবিধা লৈ কমিউনিষ্ট পাণ্ডাসকলে আমাৰ উপকূলৰপৰা মাত্ৰ নব্বৈ মাইল আঁতৰত ঘাটি পাতি লৈছে। কিউবাৰ বাইজৰ উন্নত জীৱন-ধাৰাৰ বাবে কৰা প্ৰচেষ্টাৰ লগত আমাৰ বিবাদ নাই। কিন্তু ঘৰুৱা স্বেচ্ছাচাৰিতা আৰু বৈদেশিক দমনৰ বিৰুদ্ধে আমাৰ আপত্তি। কিউবাৰ সামাজিক আৰু অৰ্থনৈতিক সংস্কাৰক উৎসাহ যোগোৱা উচিত। অৰ্থনৈতিক আৰু বাণিজ্য-নীতিৰ প্ৰশ্নৰ সদায় আপোচ-মীমাংসা কৰিব পাৰি; কিন্তু এই গোলাৰ্দ্ধত কমিউনিষ্ট প্ৰভাৱ কেতিয়াও মানি লব নোৱাৰি। হৰ্ন অন্তৰীপৰপৰা আৰ্কটিক চক্ৰলৈ (Arctic circle) এই অঞ্চলটো মুক্ত চৰকাৰৰ মুক্ত গোলাৰ্দ্ধ কৰাৰ উদ্দেশ্যে দুইখন আমেৰিকাকে সকলো বৈদেশিক দমন আৰু স্বেচ্ছাচাৰিতাৰপৰা মুক্ত কৰা প্ৰচেষ্টাত আমাৰ ভগ্নী-ৰাষ্ট্ৰবোৰৰ লগত সহযোগ কৰা আমাৰ স্বীকৃত নীতি।

ইউৰোপত আমাৰ মিত্ৰতা অসম্পূৰ্ণ আৰু কিছুমান ক্ষেত্ৰত আউল-লগা অৱস্থাত আছে। নাটোৰ (NATO) একতা অৰ্থনৈতিক প্ৰতিদ্বন্দ্বিতাই দুৰ্ব্বল কৰিছে আৰু জাতীয় স্বাৰ্থই খুলি খুলি খাইছে। ইয়াৰ ক্ষমতা এতিয়াও সম্পূৰ্ণভাৱে কামত লগোৱা হোৱা নাই, নাইবা এটা সমূহীয়া উদ্দেশ্যও সমুখত লব পৰা নাই। আনহাতে প্ৰতিৰক্ষা, বৈদেশিক সাহায্য, বিত্তীয় পুঁজি আৰু আমাৰ সকলোৰে সম্মুখীন হোৱা আন বহুতো সমস্যাৰ ক্ষেত্ৰত যি কোনো এটা আটলাণ্টিক শক্তিয়ে অকলে সমাধানৰ বাবে আগবাঢ়িব নোৱাৰে। আমাৰ স্বাৰ্থ আৰু আশা-নিৰাশাৰ লগত জড়িত থকা দেশবোৰৰ লগত ঘনিষ্ঠতাই আমাৰ দেশৰ প্ৰধান সম্বল।

আমাৰ প্ৰধানতম প্ৰত্যাহ্বান শীতল-যুদ্ধৰ সীমাৰ সিপাৰত। কিন্তু প্ৰথম ডাঙৰ বাধা হৈছে চোভিয়েট ইউনিয়ন আৰু কমিউনিষ্ট চীনৰ লগত আমাৰ সম্বন্ধ। আমি কেতিয়াও বিশ্বাস কৰিব নালাগিব যে তেওঁলোক পৃথিৱী দমন কৰাৰ উচ্চাশা ত্যাগ কৰিছে; যি উচ্চাশা তেওঁলোকে মাত্ৰ অলপতে আকৌ জোৰভাৱে ঘোষণা কৰিছে। বৰং আমাৰ কৰ্ত্তব্য হব তেওঁলোকক বুজাই দিয়া যে আক্ৰমণ আৰু অত্যাচাৰ তেওঁলোকৰ উদ্দেশ্য সাধনৰ বাবে মঙ্গলজনক

পন্থা নহয়। সন্মান, ব্যৱসায়-বজাৰ, বৈজ্ঞানিক কাৰ্য্যসাধন আনকি মানুহৰ মন জয় কৰাৰ বাবেও মুকলি-মূৰীয়া আৰু শান্তিপূৰ্ণ প্ৰতিযোগিতাৰ কথা বেলেগ। কিয়নো মানুহৰ মন জয় কৰিবলৈ যদি স্বাধীনতা আৰু সাম্যবাদে শান্তিপূৰ্ণভাৱে প্ৰতিযোগিতা কৰে, তেনেহলে মই ভৱিষ্যতলৈ ক্ৰমবৰ্দ্ধিত আশাৰে বাট চাই থাকিব পাৰোঁ।

এই অলেখ প্ৰত্যাহ্বানবোৰ গ্ৰহণ কৰিবলৈ, বিশ্বৰ এৰাব নোৱাৰা কামবোৰ কৰিবলৈ আমি ভালদৰে পুনৰ পৰীক্ষা কৰি চাব লাগিব আটাইবোৰ পন্থা: সামৰিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক।

ইটোৱে সিটোক ঢাকি ৰাখিবলৈ দিব নালাগিব। প্ৰেচিডেন্টৰ কোটত থকা আমেৰিকাৰ ঈগলটোৰ সোঁ-ঠেঙত আছে জলপাইৰ ডাল (olive branch—শান্তিৰ প্ৰতীক) আৰু বাওঁ-ঠেঙত আছে এমুঠি তীৰ। দুয়োটাকে সমান-গুৰুত্ব দিয়াই আমাৰ কাম্য।

**প্ৰথম কথা, আমি আমাৰ সামৰিক শক্তি টনকিয়াল কৰিবই লাগিব।** আমি ক্ৰমে অনিশ্চিত বিপদৰ মাজলৈ গৈ আছোঁ, য'ত সামৰিক আৰু কূটনৈতিক সম্ভাৱনাৰ বাবে এনেকুৱা এটা বিশ্বশক্তিৰ আৱশ্যক যিয়ে যি কোনো আক্ৰমণকে ব্যৰ্থ কৰিব পাৰে। তথাপি অতীতত সুস্থিৰ আৰু অচল সামৰিক নীতিৰ অভাৱত, আমাৰ জাতীয় আৱশ্যকতাৰ ক্ষেত্ৰত মৌলিক ধাৰণাৰ অভাৱত আৰু প্ৰশাসনিক খামখেয়ালীৰ বাবে হোৱা ভুল হিচাপৰ ফলত আমাৰ প্ৰতিৰক্ষা ব্যৱস্থা প্ৰকৃততে যথেষ্ট হয় নে নহয় সঠিককৈ কোৱা টান হৈ পৰিছে।

সেয়েহে মই প্ৰতিৰক্ষা-সচিবক আমাৰ আটাইবোৰ প্ৰতিৰক্ষা-ব্যৱস্থাৰে পুনৰ পৰীক্ষা কৰিবলৈ পৰামৰ্শ দিছোঁ: অঙ্গীকাৰ ৰক্ষা কৰাৰ আমাৰ ক্ষমতা, আমাৰ সামৰিক ঘাটি, সৈন্যদল আৰু সঙ্কেত-কেন্দ্ৰবোৰৰ কাৰ্য্য-ক্ষমতা, শক্তি আৰু বিস্তৃতি, আমাৰ সংগঠন আৰু অভিযানৰ যোগ্যতা আৰু ব্যয়, অপ্ৰচলিত ঘাটি আৰু সমৰ-কেন্দ্ৰৰ বিলুপ্তি সাধন, বৰ্ত্তমান আৰু ভৱিষ্যতৰ বিপদৰ মানত আমাৰ হাতত থকা সাধাৰণ (conventional) আৰু পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰৰ যথেষ্টতা, আধুনিকীকৰণ আৰু পৰিবহন ইত্যাদি। প্ৰাথমিক প্ৰতিবেদন ফেব্ৰুৱাৰীৰ শেষত দাখিল কৰিবলৈ কৈছোঁ। তাৰ পিচত সেই প্ৰতিবেদন অনুসৰি আৱশ্যকীয় আইনগত, বিত্তীয় অথবা কাৰ্য্যাকৰী ব্যৱস্থা হাতত লম।

*ইতিমধ্যে অত্যাৱশ্যকীয় তিনিটা ব্যৱস্থা হাতত লবলৈ প্ৰতিৰক্ষা সচিবক নিৰ্দ্দেশ দিছোঁ :*

*(১) আকাশী পৰিবহন ক্ষমতা সোনকালে বৃদ্ধি কৰিবলৈ মই নিৰ্দ্দেশ দিছোঁ। অধিক বিমান পৰিবহন ব্যৱস্থা লাভ কৰিব পাৰিলে মুহূৰ্ত্তৰ ভিতৰত* পৃথিৱীৰ যি কোনো ঠাইতে আমাৰ সাধাৰণ সেনা-বাহিনীয়ে (conventional forces) কৰ্ত্তব্য সাধনত ৰত হব পাৰিব। বিশেষকৈ ইয়াৰদ্বাৰা বহুদূৰ বিস্তাৰিত পৃথিৱীৰ বিভিন্ন অঞ্চলত সৰু যুদ্ধকে আৰম্ভ কৰি আমাৰ মূল সৈন্য শক্তিক এৰাই যাবলৈ অথবা ভুলাবলৈ কৰা প্ৰচেষ্টাক বাধা দিবলৈ আমি সমৰ্থ হম।

(২) পোলাৰিচ চাব্‌মেৰিন (Polaris submarine) পৰিকল্পনা জোৰ-ভাৱে আগবঢ়াই নিবলৈও মই নিৰ্দ্দেশ দিছোঁ। জাহাজ-নিৰ্ম্মাণৰ বাবে থোৱা পুঁজি এতিয়া ব্যৱহাৰ কৰিলে (অহা বিত্তীয় বছৰৰ বাবে আগতে ঠিক কৰা কণ্ট্ৰেক্টবোৰ এতিয়া দি) পৰিকল্পনা কৰাতকৈ অন্ততঃ ন মাহ আগতে যথেষ্ট সংখ্যক এই সাংঘাতিক জাহাজ নিৰ্ম্মাণ কৰিব পৰা যাব। এই নৌ-শক্তিয়ে কেতিয়াও প্ৰথমতে আক্ৰমণ নকৰে, কিন্তু সাগৰতলীত লুকাই থকা ইয়াৰ যথেষ্ট প্ৰত্যাক্ৰমণ শক্তি থাকিব, যিয়ে আমাৰ শত্ৰুক আমাৰ নিৰাপত্তাৰ ওপৰত আক্ৰমণ চলোৱাত নিৰাশ কৰিব।

(৩) আমাৰ ক্ষেপণাস্ত্ৰ পৰিকল্পনাকো আগবঢ়াই নিয়াৰ বাবে সোনকালে ব্যৱস্থা হাতত লবলৈও মই নিৰ্দ্দেশ দিছোঁ। প্ৰতিৰক্ষা-সচিবৰ প্ৰতিবেদন সম্পূৰ্ণ নহয়মানে আমি জোৰ দিম উন্নত সংগঠন আৰু সিদ্ধান্ত-গ্ৰহণ, অনাৱশ্যকীয় প্ৰশাসনীয় বেমেজালি দূৰীকৰণৰ আৰু আমাৰ ক্ষেপণাস্ত্ৰ নিৰ্ম্মাণত হোৱা দীৰ্ঘসূত্ৰিতাৰ দূৰীকৰণ ওপৰত। শান্তি বজাই ৰাখিবলৈ হ'লে আমাক লাগে এক শক্তিশালী অদমনীয় মিচিলি-বাহিনী, যিয়ে যি কোনো আক্ৰমণ-কাৰীকে আক্ৰমণৰ ভয় দেখুউৱাৰপাৰও বিৰত ৰাখিব পাৰিব, কাৰণ আক্ৰমণকাৰীয়ে জানিব যে তেওঁ আমাৰ একো বিশেষ ক্ষতি কৰিব নোৱাৰে বৰং নিজেহে ধ্বংস পাব। কিয়নো, মই শপথ গ্ৰহণৰ সময়তেই কৈছিলোঁ : "অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰা নহব বুলি আমি তেতিয়াহে নিশ্চিন্ত হব পাৰিম যেতিয়া আমাৰ হাতত নিঃসন্দেহে যথেষ্ট অস্ত্ৰ থাকিব।"

দ্বিতীয়তে, আমাৰ অৰ্থনৈতিক অস্ত্ৰও উন্নত কৰিব লাগিব। গোটেই অ-কমিউনিষ্ট জগতৰ বাবে এক সুস্থ আৰু বিকাশশীল অৰ্থনীতি গঢ়ি দি আন ৰাষ্ট্ৰবোৰক নিজৰ সমস্যাবোৰ সমাধানত সহায় কৰাত, তেওঁলোকৰ নিজৰ আশা-আকাঙ্ক্ষা অনুসৰণ কৰাত, আৰু নিজৰ বিপদ-আপদ নিজে ভেটা দিয়াত সাহায্য দিয়া কাৰ্য্যত আমাৰ ৰৰঙণি অত্যাৱশ্যকীয় আৰু অপৰিহাৰ্য্য। এই উদ্দেশ্য-সাধনত সম্মুখীন হোৱা সমস্যাবোৰ বিৰাট আৰু অভূতপূৰ্ব্ব। গতিকে তাৰ কাৰণে কৰা চেষ্টাও হব লাগিব লেণ্ড লীজ আৰু মাৰ্শ্বাল প্লেনৰ দৰে বৃহৎ আৰু অভূতপূৰ্ব্ব।

আন দেশ আৰু মহাদেশবোৰৰ অৰ্থনৈতিক, শিক্ষা-বিষয়ক আৰু সামাজিক বিকাশত সাহায্য দিয়াৰ বাবে এখন নতুন আৰু অধিক কাৰ্য্যকৰী আঁচনি হাতত লবলৈ মই কংগ্ৰেচক অনুৰোধ কৰিব খুজিছোঁ। এই আঁচনিত আমাৰ মিত্ৰ-শক্তিবোৰে দিয়া ৰৰঙণিৰ উচিত মূল্য দিব লাগিব আৰু তাক ভালদৰে উৎসাহ যোগাব লাগিব, আৰু আমাৰ নিজৰ কাৰ্য্যকৰী নীতি বিধানৰ ব্যৱস্থা কৰিব লাগিব, বৰ্ত্তমান আমাৰ কাৰ্য্যাৱলী নানা দিশৰপৰা খেলিমেলিপূৰ্ণ, যিয়ে আমাৰ শক্তি আৰু সামৰ্থ্যৰ অপচয় কৰি আছে। অতীতৰ আঁচনিবোৰৰ তুলনাত এই আঁচনিত দৰকাৰ হব: অল্পদিন-স্থায়ী জৰুৰী অৱস্থাৰ বাবে অধিক অদল-বদলৰ সুবিধা, দীৰ্ঘম্যাদী বিকাশৰ বাবে অধিক ব্যৱস্থা, সকলো পৰ্য্যায়তে শিক্ষাৰ-উন্নতিৰ প্ৰতি মনোযোগ, সাহাহ্য-প্ৰাপ্ত দেশৰ কাম, তেওঁলোকৰ প্ৰচেষ্টা, উদ্দেশ্যৰ ওপৰত অধিক জোৰ, সেই ৰাষ্ট্ৰবোৰে যাতে তেওঁলোকৰ ৰাইজৰ সামাজিক ন্যায়ৰ প্ৰতি অধিক মনোযোগী হয়, তাৰ ৰাইজৰ মাজত বহল ভিত্তিত অংশ গ্ৰহণ আৰু বিতৰণ আৰু উচ্চ মানৰ শাসন-ব্যৱস্থা আৰু ৰাজহ-ব্যৱস্থা, বহুবিভক্ত প্ৰচেষ্টাৰ সলনি জাতীয় আৰু আঞ্চলিক প্ৰগতিৰ বাবে অধিক শৃঙ্খলাবদ্ধ পৰিকল্পনা।

মই আশা কৰিছোঁ, চিনেটে 'অৰ্থনৈতিক সহযোগ আৰু বিকাশ সংস্থা'-টোক অনুমোদন কৰিবলৈ সোনকালে ব্যৱস্থা লব। আমাৰ মিত্ৰ-দেশবোৰৰ লগত এই প্ৰগতি প্ৰচেষ্টাত সহযোগ কৰাত এই অনুষ্ঠান এটা প্ৰধান সম্বল হব। তেতিয়া প্ৰত্যেক ৰাষ্ট্ৰই নিজস্ব সামৰ্থ্য অনুসৰি এই কামত ৰৰঙণি যোগাব পাৰিব। এই গুৰুদায়িত্বৰ আমাৰ অংশ পূৰ্ণভাৱে গ্ৰহণ কৰিবলৈ আমি প্ৰস্তুত থাকিলেও আমি অকলে সকলোখিনি কৰাটো আশা কৰা অনুচিত আৰু আমি কৰিব নোৱাৰোঁও।

দক্ষিণৰ আমাৰ ভগ্নী-ৰাষ্ট্ৰবোৰৰ প্ৰতি আমি এক নতুন ধৰণৰ প্ৰগতি প্ৰচেষ্টাৰ কথা দিছোঁ।—Abianza Para Progreso : প্ৰগতিৰ বাবে মিত্ৰতা। আমাৰ উদ্দেশ্য এখন মুক্ত আৰু সমৃদ্ধিশালী লেটিন আমেৰিকা, য'ত সকলো ৰাজ্যই আৰু সকলো নাগৰিকে এনেকুৱা এক অৰ্থনৈতিক আৰু সামাজিক প্ৰগতিৰ ভাগ লব পাৰিব যি তেওঁলোকৰ কৃষ্টি, জ্ঞান আৰু স্বাধীনতাৰ ক্ষেত্ৰত থকা ৰৰঙণিৰ লগত খাপ খাই যায়। প্ৰতিবেশীসকলৰ এই যুগ্ম প্ৰচেষ্টাত আমাৰ দেশৰ কৰ্ত্তব্যৰ আৰম্ভণি হিচাপে তলৰ পৰামৰ্শ কেইটি মই আগবঢ়াব খুজিছোঁ।—

(১) কংগ্ৰেচে ব'গোটাৰ চুক্তি মতে ( Act of Bogota ) স্বীকৃত সমুদায় ৫০০ নিযুত ডলাৰ দুইখন আমেৰিকাৰ সুস্থ প্ৰগতিৰ বাবে প্ৰথম পদক্ষেপ হিচাপে ব্যৱহাৰৰ ব্যৱস্থা কৰক, কেৱল শীতল যুদ্ধৰ চেলু হিচাপে নহয়।

(২) ৰাজ্যিক পৰিক্ৰমা বিভাগৰ ( Department of State ), অধীনত এটা "আন্তঃবিভাগীয় কাৰ্য্য-নিৰূপক বিভাগ ( Inter-departmental Task Force ) খোলা হওক। ইয়াৰ কাম হব দুইখন আমেৰিকা সংক্ৰান্ত কাৰ্য্য আৰু নীতিবোৰৰ উচ্চ পৰ্য্যায়ত সমন্বয় সাধন কৰা।

(৩) আমেৰিকা ৰাজ্য-সংস্থালৈ যোৱা আমাৰ প্ৰতিনিধিসকলে আন আন সদস্যসকলৰ লগত সহযোগ কৰি এই গোলাৰ্দ্ধত শান্তি ৰক্ষা আৰু বিদেশী প্ৰভাৱ বন্ধ কৰাত এই অনুষ্ঠানটোক সবল কৰি তোলক।

(৪) অন্যান্য ৰাষ্ট্ৰবোৰৰ লগত সহযোগ কৰি এই গোলাৰ্দ্ধত নিৰক্ষৰতা আৰু শিক্ষা বিষয়ত থকা অসুবিধাবোৰ দূৰ কৰাত আমি প্ৰবৃত্ত হওঁহক।

(৫) আৰু শেষত, আমাৰ এই অঞ্চলতে দাৰিদ্ৰ্য আৰু খাদ্যাভাৱ নিবাৰণৰ বাবে আমাৰ বিৰাট খাদ্য প্ৰাচুৰ্য্যক কেনেকৈ কামত লগাব পাৰি তাৰ উপায় উদ্ভাৱনৰ বাবে লেটিন আমেৰিকালৈ শান্তিৰ বাবে খাদ্য অভিযান ( Food-for-Peace Mission ) তুৰন্তে পঠিওৱা হওক।

এই চৰকাৰে শান্তিৰ বাবে খাদ্য আঁচনি সকলো প্ৰকাৰে বঢ়াই গৈ আছে। আমাৰ প্ৰচুৰ উৎপাদন পৃথিৱীৰ চুকে-কোণে অৰ্থনৈতিক প্ৰগতিৰ বাবে আৰু খাদ্যাভাৱ নিবাৰণৰ বাবে অধিক ফলদায়কভাৱে ব্যৱহাৰ কৰিব লাগিব। এই আঁচনিৰ ডিৰেক্টৰক মই সুধি পঠিয়াইছোঁ কি কি নতুন উপায়েৰে আমাৰ ৰাহিবোৰেৰে বিশ্বশান্তিৰ সম্ভাৱনা বঢ়াব পাৰি। তাৰ ভিতৰত আছে বিশ্ব খাদ্য-পুঁজি গঠনৰ ব্যৱস্থা।

আমাৰ অন্যতম মূল্যবান জাতীয় সম্পদ হৈছে আমাৰ কৰ্ম্ম-প্ৰাণ নৰ-নাৰী-সকল,—কেৱল কলেজৰে নহয়, সকলো বয়সৰে,—যিসকলে নিজৰ কৰ্ম্ম-কুশলতা, যত্ন আৰু আত্মোৎসৰ্গেৰে বিশ্ব-প্ৰগতিৰ বাবে যুঁজিবলৈ তৎপৰ হৈছে। এই শক্তি ব্যৱহাৰ কৰিব পাৰোঁ আমি এক জাতীয় শান্তি-বাহিনী গঠন কৰি। আৰু আন ৰাষ্ট্ৰবোৰৰ উপযুক্ত শিক্ষাপ্ৰাপ্ত লোকৰ অভাৱ দূৰ কৰিবলৈ ইয়াত সৰ্ব্বাঙ্গীণ আগ্ৰহ আৰু যোগ্যতা থকা মানুহকে লোৱা হব।

শেষত গোটেই অ-কমিউনিষ্ট জগতৰ প্ৰগতিৰ বাবে চেষ্টা কৰাৰ লগে লগে পূৰ্ব্ব-ইউৰোপৰ দেশবোৰৰ মঙ্গল আৰু স্বাধীনতাৰ কাৰণে থকা আমাৰ আগ্ৰহ পাহৰি যাব নালাগিব। বন্ধুতাৰ ঐতিহাসিক এনাজৰী কট্‌কটীয়া কৰিবলৈ আমাৰ জাতীয় স্বাৰ্থৰ অনুকূলে এই অঞ্চলত আমাৰ অৰ্থনৈতিক ব্যৱস্থাবোৰ অধিক বুজাপৰাৰে ব্যৱহাৰ কৰিবৰ উদ্দেশ্যে মই কংগ্ৰেচক অনুৰোধ কৰিছোঁ। ইয়াৰ বাবে পাৰস্পৰিক প্ৰতিৰক্ষা সাহায্য-নিয়ন্ত্ৰণ আইন ( Mutual Defence Assistance control Act ) সংশোধন কৰাটো দৰ্কাৰ হব। এই উদ্দেশ্যে মই চিনেটৰ সদস্য হিচাপে প্ৰস্তাৱ আগ-বঢ়াইছিলোঁ আৰু তাৰ ওপৰত যোৱা গ্ৰীষ্মত সদনত ভোট গ্ৰহণ কৰা হৈছিল। ইতিমধ্যে পোলেণ্ডত অকামিলা হৈ পৰি থকা আমাৰ পুঁজি শান্তি-প্ৰচেষ্টাত ব্যৱহাৰ কৰাৰ বাবে উপায় উদ্ভাৱন কৰিবলৈ পোলেণ্ড চৰকাৰৰ লগত মই আলোচনা কৰিবলৈ আশা কৰিছোঁ। ইয়াৰদ্বাৰা পোলেণ্ডৰ বাইজৰ প্ৰতি থকা আমাৰ একান্ত আগ্ৰহ আৰু বন্ধুতাৰ কথা প্ৰমাণিত হব।

তৃতীয়তে, আমি চোকা কৰি লব লাগিব আমাৰ ৰাজনৈতিক আৰু কূটনৈতিক অস্ত্ৰবোৰ। এয়েই সহযোগ আৰু সন্ধিৰ উপায় যাৰ ওপৰত শেষত নিৰ্ভৰ কৰিব বিশ্ব-শান্তি।

নিৰস্ত্ৰীকৰণ প্ৰচেষ্টা বৃদ্ধি কৰিবলৈ আৰু তাৰ সমন্বয় সাধন কৰিবলৈ, গৱেষণা আৰু অধ্যয়ন জোৰভাৱে চলাবলৈ আৰু মোৰ পৰিচালনাত অস্ত্ৰ-নিয়ন্ত্ৰণ আমাৰ জাতীয় নীতিৰ মুখ্য উদ্দেশ্য কৰিবলৈ মই ইতিমধ্যে ব্যৱস্থা হাতত লৈছোঁ। ভয়ানক অস্ত্ৰ-শস্ত্ৰৰ প্ৰতিযোগিতা আৰু তাত হোৱা ব্যয়ে আমাৰ সকলোবোৰ কাৰ্য্যকে তল পেলাই ৰাখিছে। এই প্ৰতিযোগিতা আমি বন্ধ কৰিবই লাগিব যাতে ই নতুন ৰাষ্ট্ৰবোৰৰ মাজত, নতুন আণৱিক

শক্তিবোৰৰ মাজত আৰু মহাশূন্যত বিয়পি নপৰে। আমাৰ প্ৰতিনিধিদলকলে সঠিক খবৰ আৰু সকলো সা-সুবিধা পাই থকাৰ ব্যৱস্থা আমি কৰিব লাগিব যাতে তেওঁলোকে নিজে কাৰ্য্যকৰী পৰামৰ্শ আগবঢ়াব পাৰে আৰু আনৰ পৰামৰ্শবোৰ শুদ্ধভাৱে বিচাৰ কৰি চাব পাৰে।

মই আন আন সংশ্লিষ্ট চৰকাৰসমূহক অনুৰোধ কৰিছোঁ। আণৱিক পৰীক্ষা বন্ধ কৰা বিষয়ে আলোচনা ন্যায়সঙ্গত কাললৈ বহু বথাত সম্মতি জনাবলৈ। কোনো কাৰ্য্যকৰী বুজাপৰাত উপনীত হবলৈ আমাৰ দৰে সমানে আগ্ৰহশীল যি কোনো দেশৰ লগতে এটা শেষ সিদ্ধান্ত গ্ৰহণ কৰিবৰ বাবে আলোচনা পুনৰাৰম্ভ কৰা আমাৰ উদ্দেশ্য।

ৰাষ্ট্ৰসংঘক শীতল-যুদ্ধৰ সমৰক্ষেত্ৰ হিচাপে নলৈ, শীতল-যুদ্ধ অন্ত কৰাৰ উপায় হিচাপে আমাৰ সমৰ্থন বৃদ্ধি কৰিব লাগিব। এই অনুষ্ঠানৰ ক্ৰমবৰ্দ্ধিত গুৰুত্ব আৰু দুগুণ হোৱা সদস্য-সংখ্যাৰ স্বীকৃতি স্বৰূপে আমি ৰাষ্ট্ৰসংঘলৈ আমাৰ প্ৰতিনিধিদল শকত আৰু শক্তিশালী কৰিব লাগিছোঁ, আৱশ্যকীয় অৰ্থ যাতে ই পাই থাকে তাৰ কাৰণে আমি যত্ন কৰিম, আৰু আমি যত্ন কৰিম ইয়াৰ সচিব-প্ৰধানৰ পদ-মৰ্য্যাদা অক্ষুণ্ণ ৰাখিবলৈ।

আৰু এই অনুষ্ঠান অধিক শক্তিশালী কৰাত আমাৰ লগত সহযোগ কৰিবলৈ মই আন আন সৰু সৰু ৰাষ্ট্ৰবোৰলৈ এক বিশেষ আবেদন জনাম। আমাতকৈ তেওঁলোকৰ নিৰাপত্তাৰ বাবে এই অনুষ্ঠান অত্যাৱশ্যকীয়। এই পৃথিৱীত ইয়েই একমাত্ৰ অনুষ্ঠান য'ত নিজৰ নিৰাপত্তাৰ বাবে কোনো দেশ শক্তিশালী হোৱাৰ দৰকাৰ নকৰে, য'ত সকলো দেশৰে সমান অধিকাৰ আছে আৰু য'ত যি কোনো দেশে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে, তাৰ সৈন্য-শক্তিৰ বলত নহয়, আদৰ্শৰ শক্তিৰ গুণত। এনেকুৱা এটা অনুষ্ঠানে সাৰ্বজনীন সমৰ্থন পোৱা যুগুত।

সৰ্বশেষত, এই চৰকাৰে চোভিয়েট ইউনিয়ন আৰু অন্যান্য ৰাষ্ট্ৰবোৰৰ লগত সহযোগৰ সকলো সম্ভাব্য উপায় সোনকালে উদ্ভাৱন কৰিবলৈ বিচাৰে, যাতে বিজ্ঞানৰ বিভীষিকাৰ সলনি বিজ্ঞানৰ দান আহৰণ কৰিব পৰা যায়। বিশেষকৈ, চোভিয়েট ইউনিয়নকে ধৰি আন সকলো ৰাষ্ট্ৰকে মই আহ্বান জনাইছোঁ। যেন তেওঁলোকে আমাৰ লগত যোগদান কৰে—বতৰৰ আগজাননী দিব পৰা এক আঁচনি প্ৰস্তুত কৰাত, উপগ্ৰাহিক বাতৰি-যোগান আঁচনি (communication satellite Program) কাৰ্য্যকৰী কৰাত আৰু সুদূৰ

মঙ্গল আৰু শুক্ৰ গ্ৰহ আৱিষ্কাৰৰ প্ৰবৃত্তি চলোৱাত, যি আৱিষ্কাৰে হয়তো এদিনাখন বিশ্ব-জগতৰ গভীৰতম ৰহস্য উদ্‌ঘাটন কৰিব পাৰিব।

বৰ্ত্তমান, আমাৰ দেশ মহাশূন্যৰ বিজ্ঞান আৰু কাৰিকৰী বিদ্যাত আগবঢ়া। আনহাতে চোভিয়েট ইউনিয়ন গধুৰ যান আকাশ-মাৰ্গত পৰিচালনা কৰাত আগবঢ়া। যদি এই প্ৰচেষ্টাবোৰ শীতল-যুদ্ধৰ তিক্ত আৰু অপচয়মূলক প্ৰতি-যোগিতাৰপৰা আঁতৰাই আনিব পৰা যায়, তেতিয়া হলে এই দুইখন দেশৰ আৰু লগতে আন আন দেশৰো মঙ্গল সাধন কৰা হব। যুক্তৰাজ্যই চোভিয়েট ইউনিয়ন আৰু আন আন দেশৰ বিজ্ঞানীসকলৰ লগত সহযোগ কৰি এই নৱলব্ধ জ্ঞান সকলোৰে অৱগত কৰাটো ইচ্ছা কৰে; আৰু তাতোকৈ বেছি ইচ্ছা কৰে তৃতীয়া দেশবোৰক কৃষি-বিজ্ঞানৰ শিক্ষা দিয়া, ব্যাধি-নিৰ্ম্মূল কৰা, বিজ্ঞানীসকল আৰু তেওঁলোকৰ জ্ঞান বিনিময়ৰ মাত্ৰা বৃদ্ধি আৰু আমাৰ নিজৰ বিজ্ঞানাগাৰবোৰৰ সুবিধা আন দেশৰ বিজ্ঞানীক দিয়া, যিবিলাক দেশৰ উপযুক্ত নিজা সা-সুবিধা নাই। প্ৰকৃতিয়ে আমাক সকলোৰে স্বাভাৱিক বন্ধু কৰিছে; গতিকে আমি দেখুৱাই দিব পাৰোঁ যে যাৰ লগত আমাৰ মত গভীৰভাৱে নিমিলে তেওঁৰ লগতো আমি মঙ্গলজনক সম্বন্ধ গঢ়ি তুলিব পাৰোঁ। এদিনাখন এইটোৱেই হব লাগিব বিশ্ব-শান্তি আৰু বিশ্ব-নীতিৰ মূলভেটি।

( ৫ )

আভ্যন্তৰীণ অৰ্থনীতি, আমাৰ লেন-দেনৰ উদ্বৃত্ত ( Balance of Payment ), আমাৰ বাজেট আৰু বিশ্ব-সমস্যাৰ বিষয়েই ইমান পৰে ক'লোঁ। আমাৰ শাসন-যন্ত্ৰৰ বিষয়েও অলপ কোৱা যুগুত হব। আমাৰ কৰ্ম্মচাৰী-বোৰ সাধু আৰু কৰ্ম্মপটু। কিন্তু তেওঁলোকৰ যথাসময়ত খিৰাংভাৱে কাম কৰাৰ ক্ষমতা বাধাপ্ৰাপ্ত হয় নানান কমিটি, ভীতি-ভাব আৰু জল্পনা-কল্পনাৰ দ্বাৰা, যিয়ে সিদ্ধান্ত আৰু কাৰ্য্য, পৰিকল্পনা আৰু বাস্তৱৰ মাজত এটা ক্ৰমবৰ্দ্ধিত বিভেদৰ সৃষ্টি কৰি আহিছে। আভ্যন্তৰীণ আৰু বৈদেশিক পৰিস্থিতি খৰ-গতিত বেয়াৰ ফালে ঢাল লৈ থকা সময়ত, এনেকুৱা অৱস্থা লোক-সেৱা আৰু দেশৰ কাৰণে বেয়া। আমি ইয়াৰ পৰিবৰ্ত্তন আনিব লাগিব।

লোকস্বাৰ্থ-সেৱাত তৎপৰতা, দায়িত্ব আৰু উদ্দীপনাক সদায়ে উৎসাহ যোগাবলৈ মই আৰু মোৰ মন্ত্ৰীসভাৰ সহকৰ্ম্মীসকল দৃঢ়-সংকল্প। সক-বৰ

সকলো চৰকাৰী কৰ্ম্মচাৰীয়ে জানি থোৱা উচিত যে এই চৰকাৰৰ দিনত এজন ব্যক্তিৰ পদ আৰু মৰ্য্যাদাৰ বিচাৰ কৰা হ'ব তেওঁৰ বিষয়ৰ গুৰুত্বৰদ্বাৰা,— তেওঁৰ অধীনত কাম কৰা কৰ্মচাৰীৰ সংখ্যা অথবা তেওঁৰ বাজেটৰদ্বাৰা নহয়। এইটো স্পষ্টভাৱে জানি থোৱা উচিত যে এই চৰকাৰে মতানৈক্য আৰু সাহসিকতাৰ মূল্য দিয়ে ; সুস্থ-পৰিবৰ্ত্তনৰ পৰিচায়ক হিচাপে সুস্থ মতভেদ আমি সমৰ্থন কৰোঁ। লোক-সেৱা গৰ্ব্বৰ বস্তু হোৱা উচিত। আমাৰ জাতীয় চৰকাৰৰ যি কোনো শাখাতে, যি কোনো পৰ্য্যায়তে কাম কৰা প্ৰত্যেক নৰ-নাৰীয়ে গৰ্ব্ব আৰু সন্মানেৰে কব পাৰিব লাগিব : "আমাৰ জাতীয় আৱশ্যকতাৰ সময়ত মই যুক্তৰাজ্য চৰকাৰৰ অধীনত কাম কৰিছিলোঁ।"

জাতীয় স্বাৰ্থৰ প্ৰতি একান্ত সাধনাৰ জৰিয়তেহে আমি আমাৰ দেশক সমস্যাপূৰ্ণ সমাগত বছৰ কেইটাৰ মাজেৰে আগবঢাই লৈ যাব পাৰিম। আমাৰ সমস্যাবোৰ সংকটপূৰ্ণ। জোৱাৰ আমাৰ প্ৰতিকূলে। ভাল হোৱাৰ আগতে আমি বেয়া খবৰহে শুনিবলৈ পাম। ভালৰ কাৰণে আশাৰে কাম কৰি যাওঁতে আমি সদায় বেয়াৰ কাৰণে নিজকে প্ৰস্তুত কৰি ৰাখিব লাগিব।

আমাৰ বিপদবোৰৰপৰা আমি পলাই যাব নোৱাৰোঁ। সেই বুলি বিপদক আমাক ভয়াৰ্ত্ত অথবা অকলশৰীয়া কৰিবলৈও নিদিওঁ। পৃথিৱীৰ বহু ঠাইত,— য'ত শক্তিৰ ভাৰসাম্য আমাৰ বিপক্ষে ঢাল লৈছে, মুক্তিৰ সমৰ্থকসকল বিষম-ভাৱে বিভক্ত হৈ পৰিছে। এইটো আমাৰ যুগৰ এটা পৰিহাস যে কঠোৰ আৰু শোষণ-ব্যৱস্থা এটাৰ নীতিয়ে তাৰ সেৱকসকলৰ মাজত শৃঙ্খলা আৰু প্ৰীতিৰ ভাব জন্মাব পাৰিছে কিন্তু স্বাধীনতাৰ সুফলবিলাক প্ৰায়েই সুবিধা, বস্তুবাদ আৰু এটা সহজ জীৱনৰ প্ৰতীকহে হৈ পৰিছে। কিন্তু স্বাধীনতাৰ সম্বন্ধে মোৰ ধাৰণা বেলেগ।

১৯৬১ চনত জীৱনযাত্ৰা সহজ নহব। সহজ কৰিবলৈ ইচ্ছা কৰিলেও, ভৱিষ্যত-বাণী কৰিলেও, আনকি খুজিলেও, সেইটো নহব। জোৱাৰ ওভোতাই পঠিওৱাৰ আগতে আৰু বহুত বিপৰ্য্যয় আহিব। কিন্তু আমি সেইবোৰ অতিক্ৰম কৰিবই লাগিব। সমগ্ৰ মানৱ-জাতিৰে আশা আমাৰ ওপৰত নিৰ্ভৰ কৰিছে, কেৱল এই সদনত থকা আমাৰ কেইজনৰ ওপৰতেই নহয়, লাওচৰ কৃষকৰ ওপৰত, নাইজেৰিয়াৰ মাছমৰীয়াৰ ওপৰত, কিউবাৰ নিৰ্ব্বাসিত-সকলৰ ওপৰত, স্বাধীনতা আৰু ভৱিষ্যতৰ বাবে কৰা আমাৰ আশা-আকাঙ্ক্ষাৰ ভাগ লোৱা সকলো জাতি, সকলো মানুহকে সচেতন কৰা চেতনাৰ ওপৰত ;

আৰু শেষ বিশ্লেষণত সি নিৰ্ভৰ কৰিছে আমাৰ এই মহান দেশৰ বাসিন্দাসকলৰ অধ্যৱসায় আৰু গৌৰৱৰ ওপৰত।

এজন মহান প্ৰেচিডেণ্টে, যাৰ জন্ম দিবস আজি আমি সন্মানেৰে পালন কৰোঁ, যোল বছৰ আগতে তেওঁৰ যুক্তৰাজ্যৰ প্ৰতি শেষ বাণীত কৈছিল,—'আমাৰ প্ৰাৰ্থনা, ঈশ্বৰে দিয়া অসীম সুযোগবোৰৰ আমি যেন যোগ্য হব পাৰোঁ।"

———

# তৃতীয় অধ্যায়

## আগতীয়া সংকটবোৰ।

"... ..অৰ্থনৈতিক, ৰাজনৈতিক, বৈজ্ঞানিক আৰু আন সকলো সংগ্ৰাম আৰু সামৰিক বিষয়ত মুক্ত-জগতৰ আত্ম-শৃঙ্খলাই যদি লৌহ-বৰ্ম্ম বজ্ৰ-মুঠিৰ লৌহ-শৃঙ্খলাৰ লগত ফেৰ মাৰিব নোৱাৰে, তেনেহলে স্বাধীনতাৰ সংকট বাঢ়িয়েই থাকিব।"

"আত্ম-সন্তুষ্টি, আত্ম-প্ৰশ্ৰয়ী আৰু নিমাখিত সমাজ-ব্যৱস্থা ইতিহাসৰ আৱৰ্জনাৰ লগত বিলীন হৈ যাব।"

"স্বাধীনতাৰ পৰিপন্থী নহলে কোনো ব্যক্তি, বা কোনো জাতি অথবা কোনো সমাজ ব্যৱস্থাৰে আমি বিৰুদ্ধে নাযাওঁ।

"......আলোচনা—বৈঠকত আমাৰ ধৈৰ্য্য অফুৰন্ত, যদিও আমাৰ সহজ বিশ্বাস-প্ৰৱণতাৰো সীমা আছে।......"

[ এজন সংবাদ-সেৱীয়ে যেতিয়া প্রেচিডেণ্ট কেনেডিক সুধিলে, তেওঁৰ প্রাৰম্ভিক ভাষণত কিয় তেওঁ কেৱল বিশ্বত আমেৰিকাৰ কথাকে আলোচনা কৰাত সীমাবদ্ধ থাকিল, তেতিয়া প্রেচিডেণ্টে মাত্র কৈছিল যে বৰ্ত্তমানৰ সমস্যা হৈছে যুদ্ধ আৰু শান্তি আৰু আমাৰ সমাজ-ব্যৱস্থা, আৰু হয়তো আমাৰ পৃথিৱীৰে জীয়াই থকাৰ সমস্যা। গতিকে ই আমাৰ সকলোৰে চিন্তাৰ কাৰণ হোৱাটো আৱশ্যকীয়।

পিচৰ ঘটনাৱলীয়ে তেওঁৰ এই আন্তৰ্জ্জাতিক সমস্যাৱলীৰ প্রতি সচেতনতাৰ সত্যতা প্রমাণ কৰিলে। তেওঁৰ চৰকাৰৰ প্রথম মাহ কেইটাত লাওস, কিউবা আৰু কঙ্গোত বহুল গুৰুত্বপূর্ণ সংকট দেখা দিলে।

নতুন চৰকাৰে কার্য্যভাৰ লোৱাৰ সময়ত কঙ্গোৰ সমস্যাৱলীয়ে বিষম বিশৃঙ্খলাৰ ৰূপ লৈছিল আৰু তাত চোভিয়েট হস্তক্ষেপৰ অশুভ সম্ভাৱনা বৃদ্ধি পাইছিল। ফেব্রুৱাৰীৰ ১৫ তাৰিখে এখন সাংবাদিক সন্মিলনত, প্রেচিডেণ্টে এই তীক্ষ্ণ সাৱধান বাণী শুনাইছিল। ]

[ চতুৰ্থ সাংবাদিক সন্মিলন,
১৫ ফেব্রুৱাৰী, ১৯৬১ চন ]

কঙ্গো ৰাষ্ট্ৰৰ আভ্যন্তৰীণ সমস্যাত একতৰফা হস্তক্ষেপৰ যি অশুভ সম্ভাৱনাই দেখা দিছে সেই বিষয়ে মই গভীৰভাৱে সচেতন। মই এই কথা বুজিবলৈ টান পাইছোঁ যে কোনো চৰকাৰে এনেকুৱা এটা বিপজ্জনক আৰু দায়িত্বহীন কাম কৰিবলৈ সঁচাকৈয়ে ভাবিব পাৰে।

এনেকুৱা এটা পৰিস্থিতিত যুক্তৰাজ্যৰ মনোভাব সম্বন্ধে কোনো ভুল ধাৰণা নথকাটো মই আৱশ্যকীয় বুলি ভাবোঁ। যুক্তৰাজ্যই কঙ্গোত ৰাষ্ট্ৰ-সংঘৰ উপস্থিতি সমৰ্থন কৰি আহিছে আৰু কৰি থাকিব। যুক্তৰাজ্যৰ মতে, সমগ্র কঙ্গোৰ হৈ আইনতঃ কব পাৰে ৰাষ্ট্ৰপতি কাচাভুবুৰ অধীনত গঠিত

হোৱা চৰকাৰেহে, যাক সংখ্যাগুৰু ভোটেৰে ৰাষ্ট্ৰসংঘৰ সাধাৰণ পৰিষদত ( general assembly) স্বীকাৰ কৰি লোৱা হৈছে। কাচাভুবু চৰকাৰ বহল ভিত্তিত গঠন কৰা ন্যায়সঙ্গত কথা। সেই সম্বন্ধে আলোচনা লিওপোল্ডভিল আৰু নিউইয়ৰ্কত চলি আছে। কিন্তু কঙ্গোৰ ভিন ভিন দলক ৰাজ্যৰ বিভিন্ন অংশৰ চৰকাৰ হিচাপে মানি লবলৈ গ'লে কঙ্গোৰ স্বাধীনতা আৰু একতা সাধনত খেলিমেলি আহি পৰিব আৰু সেই কাম কঠিন হৈ পৰিব।

ৰাষ্ট্ৰ-সংঘই কঙ্গোত শান্তি আৰু স্থিতাৱস্থা ঘূৰাই অনাত একমাত্ৰ নহলেও, সৰ্ব্বোত্তম ব্যৱস্থা আগবঢ়ায়। প্ৰধান মন্ত্ৰী নেহৰুৱে আজি আবেলি সাংবাদিকৰ আগত কোৱা কথাখিনি মই উল্লেখ কৰি কওঁ, "ৰাষ্ট্ৰসংঘ কঙ্গোৰপৰা আঁতৰি গ'লে এক বিপৰ্য্যয়ৰ সৃষ্টি হব।" এই মতৰ লগত মই সম্পূৰ্ণ একমত। কঙ্গোত ৰাষ্ট্ৰসংঘৰ উপস্থিতিয়েহে আফ্ৰিকাত শান্তি ৰক্ষা কৰিব পৰিব। যি কোনো চৰকাৰে কঙ্গোত একতৰফাভাৱে কৰিব খোজা হস্তক্ষেপৰ বিৰোধিতা কৰি ৰাষ্ট্ৰসংঘৰ চনদৰ মান অক্ষুণ্ন ৰখা ৰাষ্ট্ৰসংঘৰ আৰু ইয়াৰ প্ৰতিজন সদস্যৰে কৰ্ত্তব্য।

## লাওচ

( ২৩ মাৰ্চত পতা এক সাংবাদিক সন্মিলনত প্ৰেচিডেণ্টে লাওচৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিল। )

### [ অষ্টম সাংবাদিক সন্মিলন, ২৩ মাৰ্চ, ১৯৬১ চন ]

লাওচৰ বিষয়ে মই কব খুজিছোঁ। মই ভাবোঁ যে প্ৰত্যেকজন আমেৰিকাবাসীয়েই এই জটিল আৰু বিপদৰ সম্ভাৱনাপূৰ্ণ সমস্যাটো বুজি পোৱা উচিত। আমাৰ চৰকাৰৰ আৰম্ভণিৰ আগদিনাখন জেনেৰেল আইচেনহাৱাৰৰ লগত মই এই কঠিন বিষয়টোৰ ওপৰতেই আটাইতকৈ বেছি আলোচনা কৰিছিলোঁ। আৰু তেতিয়াৰেপৰা আমাৰ চৰকাৰে এই সমস্যাটো অতি জৰুৰী বুলি বিবেচনা কৰি আহিছে।

লাওচৰ সমস্যাৰ লগত আমি ১৯৫৪ চনৰপৰাই ঘনিষ্ঠভাৱে জড়িত। সেই বছৰত জেনেভাত বিশ্ব-শক্তিবোৰৰ এক সন্মিলনত সকলোৱে ইণ্ডোচীনৰ সংগ্ৰামৰ মীমাংসা কৰিবলৈ সন্মত হৈছিল। ফৰাচী ইউনিয়নৰপৰা সদ্যমুক্ত লাওচ এখন নতুন ৰাষ্ট্ৰ আছিল। ১৯৫৪ চনৰ চুক্তিত স্পষ্টভাৱে কোৱা হৈছিল যে এই নতুন ৰাষ্ট্ৰখন বিদেশী প্ৰভাৱৰপৰা মুক্ত এখন নিৰপেক্ষ ৰাষ্ট্ৰ হব। এই নতুন দেশখনত কেবাটাও ভিন্নপন্থী দল আছিল; কিন্তু প্ৰথম কেইবছৰত, এখন ঐক্যপূৰ্ণ আৰু নিৰপেক্ষ ৰাষ্ট্ৰ গঢ়াত প্ৰকৃতপক্ষে আগবাঢ়িব পৰা গৈছিল। কিন্তু ইয়াৰ নিৰপেক্ষতা ধ্বংস কৰিবলৈ কমিউনিষ্টপন্থী দলে এটা চেষ্টা চলাই আছিল আৰু ১৯৬০ চনৰ শেষভাগত কিছুমান আকস্মিক ঘটনা ঘটিল। কমিউনিষ্ট আৰু তেওঁলোকৰ সমৰ্থকসকলে এক নতুন আৰু তীব্ৰ সামৰিক পন্থা অৱলম্বন কৰিলে।

এই সামৰিক প্ৰচেষ্টাত পাথেট-লাও নামেৰে জনাজাত স্থানীয় কমিউনিষ্ট-সকলে বাহিৰৰপৰা সমৰ্থন আৰু নিৰ্দেশ পাইছিল। মই দুখেৰে কব লগা হৈছে যে চোভিয়েট বিমান যুদ্ধক্ষেত্ৰলৈ বহুল পৰিবহন কাৰ্য্যত বেছিকৈ চকুত পৰিছিল—১৯৬০ চনৰ ১৩ ডিচেম্বৰৰপৰা প্ৰায় এহেজাৰবাৰ—আৰু বিশেষকৈ কমিউনিষ্ট উত্তৰ-ভিয়েটনামৰপৰা যুদ্ধ-বিশেষজ্ঞসকল আহিছিল, আৰু বিদেশৰপৰা গধুৰ অস্ত্ৰ-শস্ত্ৰবোৰ যোগোৱা হৈছিল। এইবিলাকৰ উদ্দেশ্য আছিল সামৰিক শক্তিৰে লাওচৰ সৰ্ব্বসন্মত নিৰপেক্ষতা ধ্বংস কৰা। বাহিৰৰ-পৰা উদগনি পোৱা এই যুদ্ধই বৰ্ত্তমানৰ সংকটপূৰ্ণ অৱস্থাৰ সৃষ্টি কৰিছে।

আমাৰ চৰকাৰৰ নীতি ভালদৰে ভাবি চোৱা হৈছে আৰু আমি যিমান পাৰোঁ সিমান পৰিষ্কাৰকৈ আন আন চৰকাৰক আমাৰ কথা বুজাই দিবলৈ খুজিছোঁ।

**প্ৰথম ঃ** কোনো বিদেশী শক্তি বা শক্তি-গোষ্ঠীৰ প্ৰভাৱমুক্ত, কাৰো বিৰুদ্ধ নোহোৱা, কাৰো অধীনত নথকা এক নিৰপেক্ষ আৰু স্বাধীন লাওচক আমি জোৰ আৰু মুক্তভাৱে সমৰ্থন কৰোঁ। বৰ্ত্তমানৰ আইনত গঠিত চৰকাৰৰ প্ৰতি আমাৰ সমৰ্থনৰ উদ্দেশ্য সেয়ে। যদি আগতে প্ৰকৃতপক্ষে নিৰপেক্ষ লাওচৰ প্ৰতি আমাৰ সমৰ্থনক ভুল বুজাৰ কিবা সম্ভাৱনা আছিল, এতিয়া সেইবোৰ আঁতৰ হোৱা উচিত।

**দ্বিতীয় ঃ** যদি এই সমস্যাৰ এটা শান্তিপূৰ্ণ সমাধান কাম্য, তেনেহলে বাহিৰৰপৰা কমিউনিষ্টসকলে উদগনি দিয়া বৰ্ত্তমানৰ সশস্ত্ৰ আক্ৰমণ বন্ধ হব

লাগিব। যদি এই আক্ৰমণ বন্ধ কৰা নহয়, তেনেহলে যিবিলাকে প্ৰকৃততে নিৰপেক্ষ লাওচৰ সমৰ্থন কৰে, তেওঁলোকে তেওঁলোকৰ প্ৰতিক্ৰিয়া পুনৰ বিচাৰ কৰিবই। আৱশ্যকীয় কাৰ্য্যব্যৱস্থাৰ বাবে কেৱল ৱাচিংটনতে সাৱধানে বিচাৰ কৰা নহয়, অহা সোমবাৰৰপৰা আৰম্ভ হবলগা চিয়াটো ( SEATO ) সন্মিলনত আমাৰ মিত্ৰশক্তিবোৰৰ লগত বিচাৰ কৰা হব। চিয়াটো—দক্ষিণ-পূব এচিয়া চুক্তি সংস্থা ১৯৫৪ চনত আমাৰ পুৰণি চৰকাৰৰ শক্তিশালী নেতৃত্বত গঠিত হৈছিল। চিয়াটোৰ সকলো সদস্যই লাওচৰ ওপৰত চলোৱা আক্ৰমণৰ বিৰুদ্ধে বিশেষ চুক্তি সম্পন্নৰ দায়িত্বভাৰ গ্ৰহণ কৰিছে।

এই ক্ষেত্ৰত আমাৰ দৃঢ়-চিত্ততাৰ কথা কোনেও সন্দেহ কৰা উচিত নহয়। লাওচৰ আন্তৰ্জাতিকভাৱে স্বীকৃত সত্তাৰ পৰিবৰ্ত্তনৰ ভয় আমাৰ সমুখত দেখা দিছে। এই ভীতি লাওচৰ বাইজৰ মনোভাৱৰ বিৰুদ্ধে গৈছে, লাওচৰ বাইজে বিচাৰে কেৱল স্বাধীনতা আৰু নিৰপেক্ষতা। দেশৰ বাহিৰৰপৰা পৰিচালিত আভ্যন্তৰীণ বিৰুদ্ধবাদীসকলৰ সামৰিক অভিযানে এই ত্ৰাসৰ সৃষ্টি কৰিছে। দক্ষিণ-পূব এচিয়াত শান্তি প্ৰতিষ্ঠা কৰিবলৈ হ'লে, ইয়াক বন্ধ কৰিবই লাগিব।

তৃতীয়ঃ লাওচক স্বাধীনতা আৰু নিৰপেক্ষতাৰ পথত পুনৰ প্ৰতিষ্ঠা কৰিবলৈ লাওচৰ নেতাসকলৰ মাজত আৰু আন আন সংশ্লিষ্ট দেশবোৰৰ মাজত গঠনমূলক বুজাপৰাৰ সৃষ্টি হোৱাটো আমি সৰ্ব্বান্তঃকৰণে বাঞ্ছা কৰোঁ। অনতিপলমে বিভেদৰ অন্ত কৰি সন্ধি স্থাপন কৰাৰ হকে আগবঢ়োৱা বৃটিচ চৰকাৰৰ প্ৰস্তাৱটো আমি সৰ্ব্বান্তঃকৰণেৰে সমৰ্থন কৰোঁ। এনেকুৱা সমস্যাবিলাকৰ শান্তিপূৰ্ণ সমাধানৰ বাবে ৰাষ্ট্ৰসংঘৰ সকলো সদস্যৰে যি কৰ্ত্তব্য, সেই বিষয়ে আমি সদায় সজাগ। আমি আশা কৰিছোঁ আনসকলোৱেও একেদৰেই এই দায়িত্বৰ কথা সুঁৱৰি চাব।

হে মোৰ সহযাত্ৰী আমেৰিকানসকল, লাওচ আমেৰিকাৰপৰা অনেক দূৰত, কিন্তু আজিৰ পৃথিৱী নিচেই সৰু। ইয়াৰ দুই নিযুত শান্তিপ্ৰিয় মানুহ অষ্ট্ৰিয়াতকৈ তিনগুণ ডাঙৰ এখন দেশত বাস কৰে। যদি লাওচে নিজৰ নিৰপেক্ষ স্বাধীনতা হেৰুৱাবলগীয়া হয়, তেনেহ'লে গোটেই দক্ষিণ-পূব এচিয়াৰে নিৰাপত্তা বিপন্ন হব। আমাৰ সকলোৰে লগতে লাওচৰ নিৰাপত্তা সকলোৱে মানি লোৱা নিৰপেক্ষতাৰ ওপৰত নিৰ্ভৰ কৰিছে।

আমেৰিকাৰ বাইজ আৰু গোটেই পৃথিৱীকে মই স্পষ্টভাৱে বুজাই দিব খোজোঁ যে লাওচত আমি বিচাৰিছোঁ শান্তি,—যুদ্ধ নহয়, এখন প্ৰকৃতপক্ষে

নিৰপেক্ষ চৰকাৰ, শীতল যুদ্ধৰ বলি নহয়; আলোচনা-বৈঠকত হোৱা এক মীমাংসা, যুদ্ধ ক্ষেত্ৰত হোৱা সিদ্ধান্ত নহয়। আমি কাৰ্যপন্থা হাতত লম আমাৰ মিত্ৰ-শক্তিবোৰৰ লগত ঘনিষ্ঠ সহযোগ কৰি আৰু লাওচৰ চৰকাৰৰ ইচ্ছাৰ অনুকূলে। আমি প্ৰলোভিত নাইবা প্ৰতাৰিত নহওঁ, অথবা আন কোনো পৰিস্থিতিৰ মাজত নিক্ষিপ্ত নহওঁ। কিন্তু মই জানোঁ, প্ৰত্যেকজন আমেৰিকাৰ লোকে জানিব খোজে যে মুক্ত জগতৰ ৰাইজ আৰু নিৰাপত্তাৰ প্ৰতি তেওঁৰ যি কৰ্তব্য সেই কৰ্তব্য সাধিত হবনে নহয়।

## কিউবা

(১৯৬০ চনৰ ভিতৰত যুক্ত-ৰাজ্যৰ ৰাইজ আৰু চৰকাৰে কিউবাৰ ঘটনাৱলী ক্ৰমাৎ বাঢ়ি অহা শঙ্কাৰে লক্ষ্য কৰি আছিল। ১৯৬১ চনৰ ২৫ জানুৱাৰীত প্ৰেচিডেণ্ট কেনেডিয়ে প্ৰথম সাংবাদিক সন্মিলনত এই বিষয়ে কৈছিল।)

[ প্ৰথম সংবাদিক সন্মিলন,
২৫ জানুৱাৰী, ১৯৬১ চন ]

প্ৰশ্ন : কি চৰ্ত্তত কিউবাৰ লগত কূটনৈতিক সম্পৰ্ক পুনৰ স্থাপন হব পাৰে বুলি আপুনি ভাবে? এতিয়া সেই বিষয়ে কিবা ব্যৱস্থা লোৱা কথা আপুনি চিন্তা কৰিছেনে?

প্ৰেচিডেণ্ট : পিচৰ প্ৰশ্নটোৰ উত্তৰ হিচাপে কব লাগিব, বৰ্ত্তমান সময়ত এই কাম হাতত লবলৈ আমি খোজা নাই।......এই চৰকাৰ লেটিন আমেৰিকা, আৰু কেৰিবিয়ানত হোৱা বিপ্লৱবোৰৰ প্ৰতি অতিকৈ আগ্ৰহান্বিত, যি ৰাইজৰ জীৱনৰ মানদণ্ড উন্নত কৰিব পাৰে। কিন্তু আমাৰ দুশ্চিন্তা তেতিয়া হয়, যেতিয়া এই বিপ্লৱবোৰৰ সুবিধা লয় বাহিৰৰ শক্তিয়ে আৰু সেইবোৰৰ উদ্দেশ্য সংশ্লিষ্ট ৰাইজৰ উদ্‌গতি নহৈ হৈ পৰে এই গোলাৰ্দ্ধত অচিনাকি কোনো আদৰ্শৰ উপস্থাপন। সঁচাকৈয়ে দুশ্চিন্তাৰ বিষয়, বিশেষকৈ যেতিয়া বাহিৰৰ হস্তক্ষেপে সামৰিক সমৰ্থনৰ ৰূপ লয়, এই পশ্চিম গোলাৰ্দ্ধৰে শান্তি আৰু নিৰাপত্তা বিপন্ন কৰে।

( ১২ এপ্ৰিলৰ এক সাংবাদিক সন্মিলনত কিউবাৰ বিষয়ে পুনৰ কোৱা হৈছিল। )

[ নৱম সাংবাদিক সন্মিলন,
১২ এপ্ৰিল, ১৯৬১ চন ]

প্ৰশ্ন : মিঃ প্ৰেচিডেণ্ট, যোৱা বছৰৰ—যোৱা সপ্তাহৰ—আপোনাৰ শ্বেত-পত্ৰত ( white paper ) বৰ কূটনৈতিক ভাষাৰে কিউবাত—কমিউনিজমে ক্ষমতা লোৱাৰ কথা উল্লেখ কৰা হৈছে। আপুনি বাৰু ভাবে নে যে ফিডেল কেষ্ট্ৰো ব্যক্তিগতভাৱে এজন কমিউনিষ্ট ?

প্ৰেচিডেণ্ট : অনেক সময়ত কমিউনিষ্ট বিপ্লৱৰ প্ৰতি তেওঁ তেওঁৰ আদৰ দেখুৱাইছে। বহুতো কমিউনিষ্ট লোকক তেওঁ উচ্চ পদত নিয়োগ কৰিছে।... ...মিঃ কেষ্ট্ৰোৰ মই চৰিত্ৰ বিশ্লেষণ কৰিব খোজা নাই; কেৱল মই কব খুজিছোঁ। এইটোৱেই যে তেওঁ তেওঁৰ নিজৰ কথাৰে এই গোলাৰ্দ্ধত গণতান্ত্ৰিক শাসনৰ, এই গোলাৰ্দ্ধৰে আন আন অংশত নিজৰ ৰাইজৰ জীৱনযাত্ৰা উন্নত কৰিব খোজা গণতান্ত্ৰিক উদাৰপন্থী নেতাসকলৰ বিৰোধিতা কৰিছে আৰু তেওঁ নিজকে অতি গভীৰভাৱে চীন-চোভিয়েট গোষ্ঠীৰ লগত সংশ্লিষ্ট কৰাইছে আৰু সেই গোষ্ঠীৰ প্ৰভাৱ এই গোলাৰ্দ্ধত বিস্তাৰ কৰিবলৈ আগ্ৰহ দেখুৱাইছে।

[তাৰ পিচত ১৭ এপ্ৰিলৰ ৰাতি-পুউৱাৰ আগতে কিউবাৰ নিৰ্ব্বাসিতসকলৰ এটা সামৰিক দলে তেওঁলোকৰ মাতৃভূমি আক্ৰমণৰ চেষ্টা কৰিছিল, কিন্তু শোচনীয়ভাৱে পৰাজিত হৈছিল। মিঃ কেনেডিৰ অধীনত আৰু আগতে মিঃ আইচেনহাৱাৰৰ অধীনত, যুক্তৰাজ্য চৰকাৰে নিৰ্ব্বাসিতসকলক নানা সাহায্য দিছিল; এই পৰাজয় এটা ডাঙৰ আঘাত হৈ পৰিল। প্ৰেচিডেণ্ট কেনেডিৰ শাসনৰ প্ৰথম বছৰত এইটোৱেই বোধকৰোঁ আটাইতকৈ বেদনাদায়ক ঘটনা।

তিনিদিন পিচত প্ৰেচিডেণ্টে আমেৰিকাৰ বাতৰি-কাকত সম্পাদক সমিতিৰ (Amarican society of Newspaper editors) প্ৰতি দিয়া এক ভাষণত এই বিষয়ে কৈছিল।]

[ আমেৰিকাৰ বাতৰি-কাকত সম্পাদক সমিতিলৈ দিয়া ভাষণ, ২০ এপ্রিল, ১৯৬১ চন ]

আমাৰ নিচিনা এক মহান গণতন্ত্ৰৰ প্ৰেচিডেণ্টৰ আৰু আপোনালোকৰ নিচিনা ডাঙৰ কাকতৰ সম্পাদকসকলৰ বাইজৰ প্ৰতি এক সাধাৰণ কৰ্ত্তব্য আছে : প্ৰকৃত সত্য সহজ, সৰল আৰু নিৰ্ভুলভাৱে প্ৰকাশ কৰাটো। এই কৰ্ত্তব্যকে মনত ৰাখি যোৱা চৌবিশ ঘণ্টাৰ ভিতৰত থিৰ কৰিলোঁ অলপতে কিউবাত হৈ যোৱা ঘটনাৱলী এই সময়ত আলোচনা কৰিবলৈ।

স্বাধীনতাৰ বাবে সংগ্ৰাম চলি থকা বিভিন্ন অঞ্চলৰ দৰে এই অশান্ত দ্বীপটোতো খবৰ ভাল হওক ছাৰি বেয়াৰ ফালেহে ঢাল লৈছে। মই আগতেই কৈছোঁ যে এই সংগ্ৰাম কিউবাৰ এজন স্বেচ্ছাচাৰীৰ বিৰুদ্ধে কিউবাৰ দেশপ্ৰেমিকসকলৰ সংগ্ৰাম। যদিও আমি আমাৰ সহানুভূতিক চাপ দি ৰখাটো ভাবিব নোৱাৰোঁ, তথাপি আমি বাৰে বাৰে কৈ আছিলোঁ যে আমাৰ সশস্ত্ৰ-বাহিনীয়ে কেতিয়াও হস্তক্ষেপ নকৰে।

আমাৰ নিজৰ অথবা আমাৰ মিত্ৰ-শক্তিৰ ওপৰত আক্ৰমণ নোহোৱাকৈ আমেৰিকাই হস্তক্ষেপ কৰাটো আমাৰ ঐতিহ্য আৰু আন্তৰ্জ্জাতিক কৰ্ত্তব্যৰ পৰিপন্থী। কিন্তু বুৰঞ্জীয়ে প্ৰমাণ কৰিব যে আমাৰ সংযমৰো এটা সীমা আছে। এই গোলাৰ্দ্ধৰ দেশবিলাকে যদি বাহিৰৰ কমিউনিষ্ট অনুপ্ৰবেশৰ প্ৰতিৰোধ কৰাত নিজৰ কৰ্ত্তব্য পালন কৰিব নোৱাৰা অৱস্থাত, আন্তঃ-আমেৰিকান হস্তক্ষেপ নিৰোধ নীতিৰ ( Inter-American doctrine of non-interference ) অন্তৰালত যদি কোনোবাই হাত সাবটি বহি থকাৰ চেলু বিচাৰে, তেনেহলে মই স্পষ্টভাৱে কব খোজোঁ যে আমাৰ দেশৰ নিৰাপত্তা ৰক্ষা কৰাৰ মূল দায়িত্ব পালন কৰিবলৈ এই চৰকাৰে পিচ নোহোঁহকে। তেনেকুৱা এটা সময় আহিলে, বুদাপেষ্টৰ ৰক্তাক্ত পথৰ চেকা থকা-সকলৰপৰা আমি 'হস্তক্ষেপ'ৰ বিষয়ে উপদেশ-বাণী শুনিব নোখোজোঁ। অথবা কিউবাৰ সেই এমুঠি সাহসী উদ্বাস্তৰে লাভ কৰা ফলাফলক গ্ৰহণ বা আশা কৰি ক্ষান্ত নাথাকোঁ। যদিও তেওঁলোক তেওঁলোকৰ দ্বীপটোৰ স্বাধীনতা পুনৰুদ্ধাৰ কৰিবৰ বাবে ভীষণ বিপৰ্য্যয়ৰো সন্মুখীন হবলৈ দৃঢ়-প্ৰতিজ্ঞ আছিল, তথাপি তেওঁলোকে জানিছিল যে তেওঁলোকে মাথোঁ এটা অকলশৰীয়া দ্বীপে নহয়, আৰু আমাৰ কথা কেৱল হস্তক্ষেপ নকৰা বা দুখ প্ৰকাশ কৰাতেই শেষ নহয়।

সমসাময়িক অথবা অতীত বুৰজীত স্বেচ্ছাচাৰিতাৰ (Totalitarianism) বিৰুদ্ধে এমুঠি স্বাধীনতা-সংগ্ৰামী লোকে অস্ত্ৰ তোলাৰ দৃষ্টান্ত এয়েই প্ৰথম নহয়।

নিজৰ মাতৃভূমিৰ স্বাধীনতাৰ বাবে যুঁজা সাহসী নৰ-নাৰীৰ ওপৰেৰে কমিউনিষ্ট টেঙ্ক-অভিযান এয়েই প্ৰথম নহয়। অথবা কিউবাকে ধৰি পৃথিৱীৰ যি কোনো ঠাইতে স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে মুক্তিৰ অনন্ত সংগ্ৰামৰ ই য়ে শেষ পৰ্ব্ব নহয়।

মিঃ কেষ্ট্ৰোৱে কৈছে যে এই লোকসকল ধনৰ লোভত যুঁজা সৈনিক। বাতৰি-কাকতৰ মতে, উপকূলত থকা উদ্বাস্তু যোদ্ধাসকলৰপৰা শেষ বাতৰি আহিছে তেওঁলোকৰ বিদ্ৰোহী অধিনায়কৰপৰা, যেতিয়া তেওঁক সোধা হৈছিল তেওঁ অপসাৰিত হব খোজে নে নাই। তেওঁ উত্তৰ দিছিল: "মই কেতিয়াও এই দেশ নেৰোঁ।" এই সমিধান কোনো ধনলোভী সৈনিকৰ হব নোৱাৰে। তেওঁ পৰ্ব্বতমালাত থকা অসংখ্য গৰিলা-যোদ্ধাৰ লগত যোগদান কৰিবলৈ গৈছে। এই গৰিলাসকলো সমানে দৃঢ়-সংকল্প যে শ্বহীদ-সকলৰ আত্মত্যাগ কেতিয়াও পাহৰি যোৱা নাযায় আৰু কিউবাক কেতিয়াও কমিউনিষ্টসকলৰ হাতত এৰি দিব নোৱাৰি। আৰু আমিও ইয়াক এৰি দিবলৈ ৰাজী নহওঁ।

কিউবাৰ বাইজে এতিয়াও তেওঁলোকৰ শেষ কথা কোৱা নাই। ইতিমধ্যে মিঃ কেষ্ট্ৰোৰ এসময়ৰ সমৰ্থকসকলে বৰ্ত্তমান আমাৰ প্ৰতি যি বিদ্বেষেৰে তেওঁৰ দমন-নীতিক শ্ৰদ্ধা কৰে সেই বিদ্বেষ সৃষ্টি কৰিবলৈ কৰা তেওঁৰ প্ৰচেষ্টাক আমিও নিমাতে গ্ৰহণ নকৰোঁ। কিন্তু এই সাৰগৰ্ভ ঘটনাটোৰপৰা সকলোৱে শিকিব পৰা বহুত কথা আছে। কিছুমান কথা এতিয়াও হয়তো অস্পষ্ট হৈ আছে, কিছুমান কথা কিন্তু এতিয়া স্পষ্ট হৈ পৰিছে।

প্ৰথমতঃ, এইটো স্পষ্ট হৈ পৰিছে, কিউবাতে হওক বা পৃথিৱীৰ আন কোনো ঠাইতেই হওক, কমিউনিজ্‌ম্‌ৰ শক্তি উলাই কৰিব নোৱাৰি। পুলিচী ৰাজ্য এখনৰ সুবিধা, তাৰ গণ-সন্ত্ৰাসৰ ব্যৱস্থা আৰু মুক্ত বিভেদৰ বিস্তাৰ বন্ধ কৰিবলৈ চলোৱা বন্দী কৰাৰ ব্যৱস্থা স্বেচ্ছাচাৰিতাৰ পতন আশাকৰাসকলে কেতিয়াও হেয়জ্ঞান কৰিব নোৱাৰে। অৰ্থনৈতিক, ৰাজনৈতিক, বৈজ্ঞানিক আৰু আন সকলো সংগ্ৰাম আৰু সামৰিক বিষয়ত মুক্ত জগতৰ আত্ম-শৃঙ্খলাই যদি লৌহ-বৰ্ম্ম-বজ্ৰমুঠিৰ লৌহ-শৃঙ্খলাৰ লগত ফেৰ মাৰিব নোৱাৰে তেনেহলে স্বাধীনতাৰ সংকট দিনক দিনে বাঢ়িবই।

দ্বিতীয়তঃ, এইটো স্পষ্ট যে এই গোলার্দ্ধৰ সকলো স্বাধীন ৰাষ্ট্ৰৰ লগ হৈ এই দেশে কিউবাত বিদেশী কমিউনিষ্টৰ হস্তক্ষেপ আৰু দমনৰ বিভীষিকাৰ বিষয়ে অধিক বাস্তৱ আৰু নিকট লক্ষ্য ৰাখিব লাগিব। আমাৰ সীমান্তৰপৰা নব্বৈ মাইল আঁতৰত থকা লৌহ-আৱৰণৰ টেঙ্ক্ আৰু বিমান দেখি আমেৰিকাৰ ৰাইজ আত্ম-সন্তুষ্ট হৈ বহি নাথাকে। কিন্তু কিউবাৰ নিচিনা সৰু দেশ এখন আমাৰ নিৰাপত্তাৰ সংকট হোৱাতকৈও এই গোলার্দ্ধত থকা অন্যান্য স্বাধীন ৰাষ্ট্ৰবোৰৰ প্ৰতিহে সংকটৰ প্ৰধান ঘাটি। তেওঁলোকৰ স্বাৰ্থ আৰু নিৰাপত্তাহে আজি গভীৰ সংকটৰ সম্মুখীন, আমাৰ নহয়। তেওঁলোকৰ আৰু লগতে আমাৰো কাৰণে আমি আমাৰ সদিচ্ছা প্ৰদৰ্শন কৰিব লাগিব।

কাৰণ সুস্পষ্ট, সময় উকলি গ'ল। আমি আৰু আমাৰ লেটিন আমেৰিকাৰ বন্ধুসকলে এই সত্য উপলব্ধি কৰিব লাগিব যে আমাৰ গোলার্দ্ধত স্বাধীনতাৰ জীৱন-সংগ্ৰামৰ বিষয়টো আৰু আমি পিচ পেলাই থব নোৱাৰোঁ। আন কিছুমান বিষয়ত নহ'লেও, এই বিষয়ত কোনো মধ্য-স্থান থাকিব নোৱাৰে। একেলগে আমি গঢ়িব লাগিব এই গোলার্দ্ধ য'ত স্বাধীনতা বাচি থাকিব পৰিব, আৰু য'ত যি-কোনো স্বাধীন ৰাষ্ট্ৰ বাহিৰৰ শত্ৰুৰ দ্বাৰা আক্ৰান্ত হ'লে আশ্বস্ত থাকিব পাৰে এই ভাবি যে আমাৰ সকলো সম্বল তেওঁলোকৰ সাহায্যৰ আহ্বান গ্ৰহণ কৰিবলৈ সদায় প্ৰস্তুত।

তৃতীয়তঃ, এইটো এতিয়া আগতকৈ স্পষ্ট হৈ পৰিছে যে পৃথিৱীৰ সকলো ঠাইতে আমি এক অবিৰাম সংগ্ৰামৰ সম্মুখীন হৈছোঁ, যি সংগ্ৰাম সামৰিক অথবা আণবিক অস্ত্ৰৰ সংঘৰ্ষতকৈও গভীৰ। সেনাবাহিনী আছে যথেষ্ট সংখ্যক-ভাৱে। আণবিক অস্ত্ৰ-শস্ত্ৰও আছে। কিন্তু সিবিলাকে মাত্ৰ এখন পৰ্দাৰ কাম কৰিছে যাৰ অন্তৰালত অন্তৰ্বিপ্লৱ, অনুপ্ৰবেশ আৰু আন বহুতো অন্যায় কৌশল ক্ৰমবৰ্দ্ধিত হাৰত চলি আছে। আমাৰ সেনাবাহিনীয়ে হস্তক্ষেপ কৰিব নোৱাৰা পৰিস্থিতিত দুৰ্ব্বল ঠাইবিলাক এখনৰ পিচত এখনকৈ লৈয়েই আছে।

ক্ষমতাই এই পন্থাৰ প্ৰমাণপত্ৰ—ক্ষমতা, শৃঙ্খলা আৰু ঠগামি। দুৰ্দ্দশাগ্ৰস্ত মানুহৰ ন্যায়সঙ্গত অসন্তুষ্টিৰ ই সুবিধা গ্ৰহণ কৰিছে। চৰকাৰ নিৰ্ব্বাচনৰ আত্মাধিকাৰৰ বৈধ হেপাহক কামত লগোৱা হৈছে। কিন্তু এবাৰ ক্ষমতাত অধিষ্ঠিত হোৱাৰ পিচত, অভাৱ দূৰ কৰাৰ মিঠা মিঠা কথাবোৰ তল পৰি যায়, সকলো আত্মাধিকাৰ নাইবিয়া হয় আৰু কিউবাত হোৱাৰ নিচিনা

আশাৰ বিপ্লৱৰ অঙ্গীকাৰ পৰিণত হয় এক সন্ত্ৰাসৰ ৰাজত্বত। এমুঠি ডেকা কিউবাবাসীয়ে নিজৰ স্বাধীনতা পুনৰুদ্ধাৰৰ বাবে কৰা প্ৰতিবাদত স্বাধীন ৰাষ্ট্ৰবোৰৰ পথে-ঘাটে যিসকলে স্বতঃস্ফূৰ্ত "বিশৃঙ্খলতা" "( Roits )" প্ৰদৰ্শন কৰিছিল, তেওঁলোকে মনত পেলোৱা উচিত কিমান শ শ উদ্বাস্তু ঘূৰি যাব নোৱাৰে হাঙ্গেৰীলৈ, উত্তৰ কোৰিয়ালৈ, উত্তৰ ভিয়েৎনামলৈ, পূব জাৰ্মেনীলৈ, বা পোলেণ্ডলৈ অথবা আন কোনো দেশলৈ য'ৰপৰা স্থিৰ-গতিত উদ্বাস্তুৰ দল বাহিৰলৈ আহিয়েই আছে। আৰু প্ৰমাণ কৰিছে তেওঁলোকৰ মাতৃভূমিত চলি থকা নিষ্ঠুৰ নিপীড়নৰ কথা।

এই নতুন আৰু গভীৰ সংগ্ৰামৰ বিশ্বাসঘাতকী ৰূপটো আমি নেদেখাকৈ থকা নাই। কিউবাতে হওক বা দক্ষিণ ভিয়েৎনামতেই হওক, আমি এই নতুন ধ্যান-ধাৰণাৰ বুজ লোৱাত, নতুন নতুন দুৰভিসন্ধিবোৰ বুজি পোৱাত, আৰু সেইবোৰ প্ৰতিৰোধ কৰাত নতুন সচেতনতাৰে কাম কৰাত গাফিলতি কৰিবলৈ আমাৰ সাহস নাই। এই সংগ্ৰাম যে কোনো ঢাকঢোল নবজোৱাকৈ গোটেই পৃথিৱীতে হাজাৰ হাজাৰ গাঁৱে-ভূয়ে, হাটে-বজাৰে আৰু বিদ্যালয়ে বিদ্যালয়ে দিনে-ৰাতিয়ে চলিব লাগিছে, সেই কথাও অনুভৱ নকৰাকৈ থকাৰ আমাৰ সাহস নাই।

কিউবাৰ, লাওচৰ, এচিয়া আৰু লেটিন আমেৰিকাৰ বাঢ়ি অহা কমিউনিষ্ট-ধ্বনিৰ সকলো বাণী একেই আত্ম-সন্তুষ্ট, আত্ম-প্ৰশ্ৰয়ী আৰু নিমাখিত সমাজ-ব্যৱস্থাবোৰ বুৰঞ্জীৰ আৱৰ্জনাৰ লগত বিলীন হৈ যাব। কেৱল শক্তিশালী, পৰিশ্ৰমী, দৃঢ়-প্ৰতিজ্ঞ, সাহসী, আৰু যিসকলে আমাৰ সংগ্ৰামৰ প্ৰকৃত ৰূপ বুজি পাইছে, তেওঁলোকহে হয়তো বাচি থাকিব পাৰিব।

ইয়াতকৈ ডাঙৰ কাম আজি আৰু আমাৰ দেশ বা চৰকাৰৰ আগত নাই। আন কোনো কামৰ বাবে আমাৰ যত্ন আৰু শক্তিৰ ইমান দৰকাৰ নাই। বৰ বেছি দীঘলীয়াভাৱে আমি ক্ষান্ত আছোঁ আমাৰ পুৰণি সামৰিক আৱশ্যকতাক লৈ, আমাৰ সাজু হৈ থকা সৈন্যবাহিনী অথবা যুদ্ধৰ বাবে প্ৰস্তুত ক্ষেপণাস্ত্ৰক লৈ। এতিয়া এইটো পৰিষ্কাৰ হোৱা উচিত যে এয়েই যথেষ্ট নহয়, এটাও ক্ষেপণাস্ত্ৰ ব্যৱহাৰ নকৰাকৈ অথবা কোনো সীমান্ত পাৰ নোহোৱাকৈ আমি আমাৰ নিৰাপত্তা তিলে তিলে, ইথন দেশৰ পিচত সিথনকৈ হেৰুৱাব পাৰোঁ।

এই অভিজ্ঞতাৰপৰা আমি শিক্ষালাভ কৰিব খুজিছোঁ। আমাৰ গোষ্ঠীৰ সকলো অনুষ্ঠান আৰু কাৰ্য্যপন্থা, আমাৰ সকলো সামৰিক সম্বলেৰে আমি পুনৰবিচাৰ কৰিবলৈ আৰু নতুন গতি দিবলৈ খুজিছোঁ। বহুত ক্ষেত্ৰত যুদ্ধতকৈও বেছি জটিল এক সংগ্ৰামৰ বাবে—য'ত আমি সঘনে নৈৰাশ্যৰ সন্মুখীন হ'ব লাগিব—আমাৰ প্ৰচেষ্টা ঘনীভূত কৰিবলৈ বিচাৰিছোঁ।

কিয়নো, মোৰ দৃঢ় বিশ্বাস, আমাৰ দেশৰ আৰু গোটেই স্বাধীন জগতৰে সকলোবোৰ আৱশ্যকীয় সম্পদ আছে, সকলো কৰ্ম্ম-কুশলতা আছে আৰু মানুহৰ মুক্তিত বিশ্বাসৰপৰা পোৱা অধিক শক্তি আছে। মোৰ বিশ্বাস, বুৰঞ্জীত এই কথা লিখা থাকিব, এই তিক্ত সংগ্ৰামে এই শতিকাৰ পঞ্চম দশকৰ শেষভাগত আৰু ষষ্ঠ দশকৰ আগভাগত চৰম বিন্দু পাইছিল। সেয়েহে, আমেৰিকা যুক্তৰাজ্যৰ প্ৰেচিডেণ্ট হিচাপে মই ঘোষণা কৰিব খুজিছোঁ যে ত্যাগ আৰু দুৰ্য্যোগৰ কথা চিন্তা নকৰি আমাৰ নীতিৰ জীৱন আৰু জয়ৰ বাবে মই দৃঢ়-প্ৰতিজ্ঞ।

## সংঘৰ্ষৰ স্বৰূপ—

(সদায় সলনি হৈ থকা কিন্তু যথাৰ্থতে একেই ৰূপৰ সংকটপূৰ্ণ আন্তৰ্জাতিক সমস্যাৱলীয়ে প্ৰেচিডেণ্ট কেনেডিক এই সংঘৰ্ষৰ স্বৰূপ সম্বন্ধে নিজৰ মতামত প্ৰকাশ কৰিবলৈ বহুতো সুবিধা দিছিল। জাতিৰ প্ৰতি তেওঁৰ দ্বিতীয় বাণীত তেওঁ এই বিষয়ে বিস্তৃত আলোচনা কৰিছিল। এই গুৰুত্বপূৰ্ণ বাণীৰপৰা তলৰ কথাকেইটা উদ্ধৃত কৰা হ'ল।)

[ জৰুৰী জাতীয় আৱশ্যকতাৰ বিষয়ে কংগ্ৰেচলৈ বিশেষ বাণী, ২৫ মে, ১৯৬১ চন ]

সংবিধানৰ নিৰ্দ্দেশ অনুযায়ী "মাজে সময়ে কংগ্ৰেচক দেশৰ খা-খবৰ জনাই থকা" মোৰ কৰ্ত্তব্য। যদিও এই নীতি আগৰেপৰা এটা বছেৰেকীয়া কথা হিচাপে লৈ অহা হৈছে, তথাপি সময়-বিশেষে এই ঐতিহ্য ভঙ্গ কৰাও হৈছে।

বৰ্ত্তমান বিশেষ সময় আহি পৰিছে, আৰু আমি এক অসাধাৰণ প্ৰত্যাহ্বানৰ সন্মুখীন হৈছোঁ। আমাৰ শক্তি আৰু আমাৰ আদৰ্শই আমাৰ দেশক স্বাধীনতাৰ হকে সংগ্ৰামত নায়কৰ ভাৰ দিছে।

ইতিহাসত ইয়াতকৈ বেছি জটিল অথবা গুৰুভাৰ থাকিব নোৱাৰে। আমি সদায় স্বাধীনতাৰ সপক্ষে। ই আমাৰ আদৰ্শ; ইয়েই আনৰ প্ৰতি আমাৰ একমাত্ৰ কৰ্ত্তব্য। কোনো বন্ধু, কোনো নিৰপেক্ষ লোক আৰু কোনো শত্ৰুৱে আনদৰে ভবা অনুচিত। স্বাধীনতাৰ পৰিপন্থী নহলে আমি কোনো ব্যক্তি, কোনো দেশ অথবা কোনো সমাজ-ব্যৱস্থাৰে বিপক্ষে নাযাওঁ। অথবা কোনো নতুন সামৰিক নীতি প্ৰবৰ্ত্তন কৰিবলৈ মই ইয়াত থকা নাই। মোৰ উদ্দেশ্য হৈছে স্বাধীনতাৰ নীতিৰ উদ্‌গতি সাধন কৰা।

স্বাধীনতাৰ প্ৰতিৰক্ষা আৰু সম্প্ৰসাৰণৰ বাবে বৰ্ত্তমান বিৰাট সমৰক্ষেত্ৰ হৈছে এচিয়া, লেটিন আমেৰিকা, আফ্ৰিকা আৰু মধ্য-প্ৰাচ্য, এই উঠি অহা মানৱতাৰ দেশবোৰ। মানুহৰ ইতিহাসত তেওঁলোকৰ বিপ্লৱ সৰ্ব্ববৃহৎ। অন্যায়, অত্যাচাৰ আৰু সুবিধাবাদৰ তেওঁলোকে অৱসান বিচাৰে। অকল সেয়ে নহয়, বিচাৰে নতুনৰ পাতনি।

তেওঁলোকৰ এই বিপ্লৱ আমি সমৰ্থন কৰিম শীতল যুদ্ধলৈ ভ্ৰূক্ষেপ নকৰি,' লাগিলে তেওঁলোকে মুক্তিৰ বাবে যি ৰাজনৈতিক অথবা অৰ্থনৈতিক পন্থাকেই অৱলম্বন নকৰক কিয়।

কিয়নো স্বাধীনতাৰ বিৰুদ্ধবাদীসকলে এই বিপ্লৱৰ সৃষ্টি কৰা নাই; অথবা তেওঁলোকে এই বিপ্লৱৰ অনুকূল অৱস্থাও সৃষ্ট কৰা নাই। কিন্তু তেওঁলোকে এই বিপ্লৱৰ ঢৌৰ বোকোচাত উঠিব খুজিছে, ইয়াক হাতৰ মুঠিত ৰাখিব খুজিছে।

তথাপি তেওঁলোকৰ আক্ৰমণ বেছি ভাগ সময়তেই লুকাই চুৰকৈ কৰা, খোলাখুলিভাৱে নহয়। তেওঁলোকে কোনো ক্ষেপণাস্ত্ৰ নিক্ষেপ কৰা নাই, তেওঁলোকৰ সেনাদল কদাচিৎহে বাহিৰত দেখা যায়। তেওঁলোকে প্ৰত্যেক অশান্ত ঠাইলৈকে পঠিয়ায় অস্ত্ৰ-শস্ত্ৰ, সংগঠক, সাহায্য, কাৰিকৰী বিশেষজ্ঞ আৰু প্ৰচাৰ। কিন্তু যেতিয়া যুঁজৰ আৱশ্যক হয়, তেতিয়া সেই কাম কৰা হয় লোকৰ দ্বাৰা, গৰিলা যোদ্ধাৰ দ্বাৰা ৰাতি, অকলশৰীয়াভাৱে আক্ৰমণ কৰা হত্যাকাৰীৰ দ্বাৰা,—যি হত্যাকাৰীয়ে অকল ভিয়েৎনামতে যোৱা বাৰ মাহত চাৰি হাজাৰ অসামৰিক বিষয়াৰ প্ৰাণনাশ কৰিছে,—বিশ্বাসঘাতক,

পশ্চাদ্গামী আৰু বিদ্ৰোহীৰ দ্বাৰা, যিবিলাকে কিছুমান ক্ষেত্ৰত স্বাধীন ৰাষ্ট্ৰবোৰৰ গোটেই অঞ্চলকে নিয়ন্ত্ৰিত কৰে।

এই লেখত লবলগীয়া অস্ত্ৰবোৰৰ সহায়ত স্বাধীনতাৰ শত্ৰুসকলে তেওঁলোকৰ ৰাজত্ব কট্‌কটীয়া কৰিবলৈ, আৰু পৃথিৱীৰ নৱতম ৰাষ্ট্ৰবোৰৰ আশা-আকাঙ্ক্ষাৰ সুবিধা গ্ৰহণ, নিয়ন্ত্ৰণ আৰু শেষত তাক নাশ কৰিবলৈ পৰিকল্পনা কৰে। আৰু এই দশক শেষ হোৱাৰ আগতে এই কাম শেষ কৰাবো তেওঁলোকৰ উচ্চাকাঙ্ক্ষা আছে। ই ইচ্ছা আৰু উদ্দেশ্য, শক্তি আৰু হিংসাৰ সংঘৰ্ষ, মন আৰু আত্মা, জীৱন আৰু ৰাজ্যৰ সংগ্ৰাম। এই সংগ্ৰামত আমি একাষৰীয়া হৈ চাই থাকিব নোৱাৰোঁ। আদিৰেপৰা কৰি অহাৰ দৰে এতিয়াও আমি সকলো দেশৰে স্বাধীনতা আৰু সমতাৰ সমৰ্থন কৰোঁ। এই দেশ জন্মিছে বিপ্লৱৰ জৰিয়তে আৰু ডাঙৰ-দীঘল হৈছে স্বাধীনতাৰ পোহৰত। গতিকে স্বেচ্ছাচাৰিতাৰ বাবে আমি ৰাজআলি এৰি দিব নেখোজোঁ।

এই প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ কোনো সহজ এটা পন্থা নাই। অভিজ্ঞতাৰপৰা আমি জানিব পাৰিছোঁ যে কোনো জাতিৰে অকলশৰীয়াভাৱে পৃথিৱীৰ সকলোবোৰ সমস্যা সমাধান কৰাৰ অথবা বিপ্লৱমুখী গতি নিয়ন্ত্ৰণ কৰাৰ ক্ষমতা বা জ্ঞান নাই। আৰু আমি বুজি পাইছোঁ যে, সাহায্যদানৰ পৰিসৰ বৃদ্ধি কৰিও আমাৰ নিৰাপত্তা সদায় বৃদ্ধি কৰা নাযায়; কোনো কাম আগতে কৰিবলৈ গ'লে সাময়িক পৰাজয়ৰ সম্ভাৱনা আছে, আণবিক অস্ত্ৰই অন্তৰ্বিদ্ৰোহ বাৰণ কৰিব নোৱাৰে; কোনো মুক্ত জাতিকে তেওঁলোকৰ নিজৰ ইচ্ছা আৰু শক্তি নহলে মুক্ত ৰাখিব নোৱাৰি, আৰু কোনো দুখন দেশ বা দুটা পৰিস্থিতি সম্পূৰ্ণভাৱে একে নহয়। ...

১৯৬১ চনত এখন দেশ হিচাপে আমি দৃঢ়-প্ৰতিজ্ঞ যে স্বাধীনতা বাচিবই লাগিব আৰু জয়ী হবই লাগিব। যিমানেই বিপৰ্যয় আৰু পৰাজয় নাহক কিয়, আমি কিছুমান বৰ ডাঙৰ সুবিধা লাভ কৰিম।

প্ৰথমতঃ এইটো অতি সাধাৰণ কথা যে আমি স্বাধীনতাৰ ফলীয়া। ধুৰন্ধীৰ পাণ্ডিৰেপৰা আৰু বিশেষকৈ দ্বিতীয় মহাসমৰৰ পিচৰপৰা গোটেই পৃথিৱীতে স্বাধীনতাৰ জয় হৈ আহিছে।

দ্বিতীয় প্ৰধান কথা হ'ল এই যে আমি অকলশৰীয়া নহয়। গোটেই পৃথিৱীতে আমাৰ বন্ধু আৰু মিত্ৰ শক্তিবোৰ আছে। তেওঁলোক আমাৰ স্বাধীনতাৰ সাধনাৰ অংশীদাৰ। ঐতিহ্যপূৰ্ণ আৰু ফলদায়ক বন্ধুত্বৰ প্ৰতীক

হিচাপে মই অলপতে ভ্ৰমণ কৰিবলৈ ওলোৱা আমাৰ মহৎ মিত্ৰ-শক্তি ফৰাচীদেশৰ নাম উল্লেখ কৰিব নোৱাৰোনে ? ফৰাচী দেশলৈ মোৰ এই ভ্ৰমণ আৰু পশ্চিম জগতৰ এজন মহান নায়ক প্ৰেচিডেণ্ট দ্য-গ'লৰ লগত হবলগা আলোচনালৈ আগ্ৰহেৰে বাট চাই আছোঁ। এই সাক্ষাৎ বিশেষ গুৰুত্বপূৰ্ণ হব, ঘনিষ্ঠ আৰু বিস্তাৰিত আলোচনাৰপৰা আমাৰ দুইখন দেশৰ সম্বন্ধ কট্‌কটীয়া হব আৰু বিশ্ব-শান্তি আৰু মুক্তিৰ উমৈহতীয়া উদ্দেশ্যও সাধিত হব। এনেকুৱা গভীৰ আলোচনাৰ বাবে নিষ্প্ৰাণ মতৈক্যৰ আৱশ্যক নকৰে। ই বৰং বিশ্বাস আৰু বুজাপৰাৰ এক প্ৰশস্ত পথ মুকলি কৰিব।

তৃতীয় প্ৰধান সম্বল হ'ল শান্তিৰ প্ৰতি আমাৰ স্পৃহা। আমাৰ এই স্পৃহা আন্তৰিক আৰু মোৰ বিশ্বাস, বিশ্বই এই কথা জানে। এই কথাৰ আমি প্ৰমাণ দিছোঁ আণৱিক পৰীক্ষা বন্ধ কৰা আলোচনা বৈঠকত আমাৰ ধৈৰ্য্যৰ দ্বাৰা, আৰু প্ৰমাণ দিছোঁ ৰাষ্ট্ৰসংঘত, য'ত আমাৰ উদ্দেশ্য হৈছে সৰু সৰু ৰাষ্ট্ৰবোৰৰ স্বাধীনতাৰ ৰক্ষক হিচাপে এই অনুষ্ঠানৰ উপকাৰিতা বজায় ৰখা। এইবোৰ আৰু অন্যান্য বহুতো ক্ষেত্ৰত আমাৰ বিপক্ষৰ সঁহাৰি উৎসাহজনক নহয়।

তথাপি এইটো আৱশ্যকীয় যে তেওঁলোকে জনা উচিত, আলোচনা বৈঠকত আমাৰ ধৈৰ্য্য অসীম যদিও আমাৰ সহজ পতিয়ন-স্বাভাৱৰো সীমা আছে, আমাৰ শান্তিৰ স্পৃহা অফুৰন্ত, আনহাতে নিৰাপত্তা ৰক্ষাৰ বাবে আমাৰ দৃঢ়-প্ৰতিজ্ঞা অচল-অটল। এইবোৰ কাৰণতেই ব্যক্তিগতভাৱে ভাব বিনিময় কৰিবলৈ চোভিয়েট প্ৰধান মন্ত্ৰীৰ লগত দেখা কৰাটো ভাল হব বুলি মই বহুদিনৰপৰা ভাবি আছোঁ। ভিয়েনাত এই সাক্ষাৎ দুয়োৰো বাবে সুবিধাজনক হব। অষ্ট্ৰিয়াৰ চৰকাৰেও অনুগ্ৰহ কৰি আমাক স্বাগত জনাইছে। কোনো আনুষ্ঠানিক কাৰ্য্যসূচীৰ কথা ভবা নাই আৰু কোনো চুক্তিপত্ৰৰো ব্যৱস্থা হোৱা নহয়। কিন্তু আমি পৰিষ্কাৰভাৱে বুজাই দিম যে আমেৰিকাৰ চিন্তা আৰু স্বাধীনতাৰ বাবে, ৰাচিয়াৰ ৰাইজৰ লগত আমি মিলা-প্ৰীতিৰে থাকিব খোজোঁ, আমাৰ কোনো জয়, কোনো বহতীয়া ঘাটি অথবা কোনো ধন-সোণৰ অভিলাষ নাই। আমি কেৱল বিচাৰিছোঁ এনেকুৱা দিন যেতিয়া "কোনো দেশে কোনো দেশৰে বিৰুদ্ধে অস্ত্ৰ নধৰিব, অথবা কোনেও যুদ্ধৰ কথা একো নাজানিব।"

সৰ্ব্বশেষত, এই সংগ্ৰামত আমাৰ প্ৰধানতম সম্বল হ'ল আমেৰিকাৰ ৰাইজ—এইবোৰ কামৰ বাবে খৰচ বহন কৰিবলৈ তেওঁলোকৰ আগ্ৰহ ; এক সুদীৰ্ঘ সংগ্ৰামক বুজিবলৈ আৰু গ্ৰহণ কৰিবলৈ ; তেওঁলোকৰ সম্পদবোৰৰ আন কম ভাগ্যবান মানুহক ভাগ দিবলৈ ; মই অনুৰোধ কৰামতে কৰদান আৰু কৰ সংগ্ৰহৰ সুৰুঙাবোৰ বন্ধ কৰাত সহায় কৰিবলৈ ; বস্তুৰ মূল্য বৃদ্ধি, দৰ্মহা বৃদ্ধি, কিবা বিশেষ শস্যৰ অনাৱশ্যক উৎপাদন, সামৰিক সংবাদ প্ৰচাৰ, অনাৱশ্যক ব্যয়, ব্যৱসায়ত একাধিপত্য নাইবা অনিষ্টকৰভাৱে কাম বন্ধ কৰাতকৈ আত্মসংযম অভ্যাস কৰিবলৈ ; শান্তি-বাহিনীত, বা সেনা-বাহিনীত, বা ফেডাৰেল চিভিল চাৰ্ভিচত অথবা কংগ্ৰেচত কাম কৰিবলৈ, স্কুলত, নগৰত, নিজৰ আৰু ল'ৰা-ছোৱালীৰ শাৰীৰিক যোগ্যতাত শ্ৰেষ্ঠ হবলৈ চেষ্টা কৰিবলৈ, বে-সামৰিক প্ৰতিৰক্ষাত অংশ লবলৈ ; আমাৰ সমাজক শক্তিশালী কৰিবৰ বাবে উচ্চতৰ ডাক খৰচ, উচ্চতৰ দৰ্মহা-কৰ আৰু শিক্ষকৰ উচ্চতৰ দৰ্মহা বহন কৰিবলৈ ; আমাৰ দেশলৈ বাহিৰৰপৰা অহা ছাত্ৰ আৰু ভ্ৰমণকাৰীসকলৰ প্ৰতি বন্ধুতা দেখুৱাবলৈ—( এওঁলোকৰ অনেকেই নিজ নিজ দেশৰ ভৱিষ্যত নেতা )—যাতে তেওঁলোকে আমেৰিকাৰ এখন দৃঢ় আৰু সৌহাৰ্দ্দ্যপূৰ্ণ ছবি মনত লৈ ঘূৰি যাব পাৰে ; আৰু সৰ্ব্বশেষত দেশৰ ভিতৰত, আটাইকেইখন ৰাজ্যতে আৰু সকলো জাতিৰ মাজতে গণতন্ত্ৰ অভ্যাস কৰিবলৈ, পৰস্পৰে পৰস্পৰক সন্মান কৰিবলৈ, আৰু সকলো নাগৰিকৰে সাংবিধানিক অধিকাৰ ৰক্ষা কৰিবলৈ।

মই এনেকুৱা এটা কাৰ্য্যৰ কাৰণে আহ্বান জনোৱা নাই যিয়ে কোনো আমেৰিকাবাসীকে অলপ অসুবিধা, অলপ কষ্ট অথবা অলপ ত্যাগ স্বীকাৰ নকৰোৱাকৈ থকা নাই। কিন্তু তেওঁলোকে সঁহাৰি জনাইছে ; আৰু কংগ্ৰেচত থকা আপোনালোকেও কৰ্ত্তব্য সাধনত সঁহাৰি দিছে। সেয়েহে আজি এই নতুন আৰু ডাঙৰ দাবীবোৰৰ প্ৰতি সঁহাৰি জনোৱাৰ বাবে মই দৃঢ়-বিশ্বাসেৰে আবেদন কৰিছোঁ।

# চতুৰ্থ অধ্যায়

## প্ৰতিৰক্ষা

"আমাৰ অস্ত্ৰ-শস্ত্ৰৰ মুখ্য উদ্দেশ্য যুদ্ধ নহয়, শান্তি।"

"বৰ্ত্তমান পৃথিৱীৰ সমুখত দেখা দিয়া সমস্যাৱলী সামৰিক নীতিৰে সমাধান কৰিব নোৱাৰি।"

"আমাৰ অস্ত্ৰ-শস্ত্ৰ কেতিয়াও প্ৰথমতে আক্ৰমণ কৰিবলৈ ব্যৱহাৰ কৰা নহয়।"

"দুৰ্ব্বলতাৰে তেওঁলোকক প্ৰলোভিত কৰাৰ সাহস আমাৰ নাই। কাৰণ আমাৰ হাতত নিশ্চিতভাৱে যথেষ্ট অস্ত্ৰ-শস্ত্ৰ থাকিলেহে আমি নিঃসন্দেহ হব পাৰিম যে সেইবোৰ কেতিয়াও ব্যৱহাৰ কৰা নহয়।"

"সাধাৰণ অথবা আণবিক অস্ত্ৰেৰে মুক্ত জগতৰ যি কোনো অংশতে আক্ৰমণ কৰিবলৈ ভাবি থকা যি কোনো আক্ৰমণকাৰীয়ে জানি থোৱা উচিত যে আমাৰ প্ৰত্যাক্ৰমণ হব যথোপযুক্ত, বছা বছা, তীব্ৰ গতিৰ আৰু কাৰ্য্যকৰী।"

## মূল প্ৰতিৰক্ষা-নীতিসমূহ

( আন্তৰ্জাতিক অশান্তিৰে পৰিপূৰ্ণ বছৰ এটাত, জাতীয় নিৰাপত্তাৰ বাবে গম্ভীৰ চিন্তা হোৱাটো স্বাভাৱিক। অন্যান্য বিষয়ৰ দৰে এই বিষয়তো নতুন চৰকাৰে পুৰণি সমস্যাৱলী নতুনকৈ চালি-জাৰি চাইছিল আৰু নতুন কথাত তাৎপৰ্য্যপূৰ্ণ গুৰুত্ব আৰোপ কৰিছিল।

প্ৰেচিডেণ্টে জাতীয় নিৰাপত্তাৰ ওপৰত প্ৰথম প্ৰধান ঘোষণা কৰে ২৮ মাৰ্চত প্ৰতিৰক্ষা বাজেট সম্পৰ্কে কংগ্ৰেচলৈ দিয়া তেওঁৰ বিশেষ ভাষণত। )

[ প্ৰতিৰক্ষা বাজেটৰ ওপৰত দিয়া কংগ্ৰেচৰ প্ৰতি বিশেষ বাণী, ২৮ মাৰ্চ, ১৯৬১ চন ]

আমেৰিকাৰ সশস্ত্ৰ-বাহিনীৰ অধিনায়ক হিচাপে আৰু বৰ্ত্তমান আৰু ভৱিষ্যতত আমাৰ জাতীয় নিৰাপত্তাৰ বিষয়ে মোৰ চিন্তাৰ ফলস্বৰূপে, মই দায়িত্ব গ্ৰহণৰ পিচত আমাৰ জাতীয় নিৰাপত্তাৰ বাবে দৰ্কাৰী আমাৰ হাতত বৰ্ত্তমানে থকা আৰু পৰিকল্পনা কৰা সামৰিক সম্ভাৰ যথেষ্ট হয় নে নহয় সেই বিষয়ে যিমান চিন্তা কৰিছোঁ সিমানকৈ আন কোনো বিষয়ে কৰা নাই।

(১) আমাৰ অস্ত্ৰ-শস্ত্ৰৰ মূল উদ্দেশ্য যুদ্ধ নহয়, শান্তি : সেইবোৰ যে ব্যৱহাৰ কৰা নহব সেই বিষয়ে নিশ্চিন্ত হোৱা, সৰু, ডাঙৰ, সাধাৰণ, আণবিক সকলো যুদ্ধ বন্ধ কৰা, যি কোনো আক্ৰমণ নিৰৰ্থক বুলি সকলো আক্ৰমণ-কাৰীৰে বিশ্বাস জন্মোৱা, বিবাদৰ কূটনৈতিক সমাধানৰ বাবে সহায় হোৱা, অস্ত্ৰ-প্ৰতিযোগিতাৰ অন্ত পেলাবলৈ আমাৰ চুক্তি সম্পাদনৰ ক্ষমতা বঢ়োৱা। পৃথিৱীৰ সমুখত বৰ্ত্তমান দেখা দিয়া মূল সমস্যাৱলী সামৰিক নীতিৰে সমাধান কৰিব নোৱাৰি। অথবা আমাৰ নীতি বা জাতি হিচাপে আমাৰ মানসিকতা নাইবা আমাৰ অৰ্থ-নীতি এক বৃহৎ স্থায়ী সামৰিক শক্তি ৰখাৰ ওপৰত নিৰ্ভৰ কৰিব নেলাগিব। আমাৰ সামৰিক নীতি যথেষ্ট পৰিমাণে নমনীয় হব লাগিব আৰু নিয়ন্ত্ৰণাধীন হব লাগিব যাতে অশান্তি হ্ৰাস কৰিবলৈ শান্তিপূৰ্ণ-ভাৱে সমাধান কৰিবলৈ আৰু অস্ত্ৰ সীমাবদ্ধ কৰিবলৈ কৰা আমাৰ সকলো প্ৰচেষ্টা আৰু কাৰ্য্য সাধনত বাধা নপৰে। প্ৰতিৰক্ষা ব্যৱস্থা আৰু কূটনীতি

[illegible] এটা [illegible] আনটো ব্যৱহাৰ কৰিব পৰা যায়; এটা আনটোৰ পৰিপূৰক হব লাগিব।

অতি জটিল আৰু জৰুৰী নিৰস্ত্ৰীকৰণ সমস্যাটো ১৯৪৫ চনৰ পাঁচৰপৰা বহুলভাৱে আলোচনা কৰা হৈছে; কিন্তু বিশেষ একো উন্নতি লাভ কৰিব পৰা নাই। ইজনে সিজনক দোষাৰোপ কৰি থাকিলে এইবিলাক বিষয়ত লাভ একো নহয়। আমাৰ ফালৰপৰা আমি পুনৰ চেষ্টা চলাবলৈ প্ৰস্তুত। এই ক্ষেত্ৰত আমি লক্ষ্য কৰিছোঁ যে যোৱা কেইবছৰমানত দুয়োপক্ষৰে প্ৰকাশ্য স্থান মতে বুজাপৰাত উপনীত হোৱাৰ ঘোষিত আগ্ৰহৰ লগত জড়িত আছে শক্তিশালী হোৱাৰ দৃঢ় মনোভাব। আমাৰ ফালৰপৰা আমি জানো যে এই কথাত কেৱল তাৰ্কিক ( dialectical ) সত্য থাকিব পাৰে। আৰু কাৰ্য্যতঃ এই কথা প্ৰমাণ কৰিবলৈ আমি সকলো কৰিম। নিৰস্ত্ৰীকৰণ সম্বন্ধে আন পক্ষৰ লগত গভীৰ আলোচনা কৰাৰ লগত বৰ্ত্তমান আমাৰ বাজেট সম্পূৰ্ণ-ৰূপে খাপ খাই পৰে। প্ৰকৃতপক্ষে কামত আগবাঢ়িব পাৰিলে সংকটাৱস্থা হ্ৰাস হোৱাৰ লগে লগে আমাৰ অস্ত্ৰ শস্ত্ৰও হ্ৰাস কৰা হব।

(২) প্ৰথমতে আক্ৰমণ কৰিবলৈ আমাৰ অস্ত্ৰ-শস্ত্ৰ কেতিয়াও ব্যৱহাৰ কৰা নহয়। ই দুৰ্ব্বলতাৰ স্বীকাৰোক্তি নহয়, শক্তিৰ ঘোষণা। ই আমাৰ জাতীয় ঐতিহ্য। এই নীতিৰপৰা আক্ৰমণকাৰীয়ে যি সুবিধা পাব সেই সুবিধা নাশ কৰিবলৈ যি কোনো আক্ৰমণকে অতি তীব্ৰ আৰু তীক্ষ্ণভাৱে প্ৰতিৰোধ কৰাত আমাৰ সেনা-বাহিনীৰ ক্ষমতা এনেদৰে বঢ়াব লাগিব যাতে যি কোনো ভাবী· আক্ৰমণকাৰীয়েই বুজি পাব যে তেনে যি কোনো আক্ৰমণ নিৰৰ্থক আৰু অপচয়মূলক হে হব। সৰ্ব্বাত্মক যুদ্ধৰ ক্ষেত্ৰত এই নীতিৰ দ্বাৰা বুজিব লাগিব যে আমাৰ সেই ক্ষমতা প্ৰথম আক্ৰমণৰপৰা বাচি যোৱা সৈন্যসকলৰ হাতত হে থাকিব। অন্য দেশৰ ওপৰত প্ৰথম আক্ৰমণ চলাবলৈ আমি আমাৰ সেনাবাহিনীক গঢ়ি তোলা নাই। আমি কেতিয়াও আক্ৰমণৰ ভয় নেদেখুৱাওঁ বা আক্ৰমণ আৰম্ভ নকৰোঁ। কিন্তু আক্ৰান্ত হ'লে, আমাৰ উত্তৰ হব তীব্ৰ আৰু কাৰ্য্যকৰী।

(৩) আমাৰ সমৰ-সৰঞ্জাম আমাৰ নিৰাপত্তা আৰু অঙ্গীকাৰ ৰক্ষা কৰিবলৈ যথেষ্ট হব লাগিব, ইচ্ছামতে স্থিৰ কৰা বাজেটৰ কোনো উৰ্দ্ধতম সীমাৰে সীমিত নোহোৱাকৈ। এই দেশ শক্তিশালী হবলৈ চেষ্টা কৰিব পাৰে; দুৰ্ব্বল হবলৈ নহয়। নিজকে শক্তিশালী কৰি ৰাখিবলৈ যি দৰকাৰ হয় আমি

তাকে কৰিম। অবশ্যে বৈজ্ঞানিক অথবা প্ৰশাসনিক প্ৰগতিৰ সময়ত, নতুন সামৰিক নীতি বিজ্ঞানৰ সহায় লৈ অধিক কাৰ্য্যকৰী আৰু উপযুক্ত প্ৰতিৰক্ষাৰ ব্যৱস্থা অথবা অস্ত্ৰ-শস্ত্ৰৰ নিয়ন্ত্ৰণ আৰু সীমিতকৰণৰ বাবে আন্তৰ্জাতিক ব্যৱস্থাৰ যোগেদি আমাৰ সামৰিক ব্যয় হ্ৰাস কৰাৰ সকলো সুবিধাকে গ্ৰহণ কৰিব লাগিব। কিন্তু আৱশ্যক হলে বৰ্দ্ধিত খৰচ বহন কৰিবলৈ আমি সঙ্কুচিত হ'ব নালাগিব। মই আজি উথাপিত কৰা ১৯৬২ চনৰ বিত্তীয় বছৰটোৰ বাবে ৬৫০ নিযুত ডলাৰৰ অধিক ব্যয় যদিও তুলনামূলকভাৱে কম, তথাপি অত্যন্ত জৰুৰী। আমাৰ প্ৰতিৰক্ষা ব্যৱস্থাসমূহ পৰীক্ষা কৰি চোৱাৰ আগতেই ঠিক কৰা বাজেটৰ দ্বাৰা ইয়াৰ বিচাৰ কৰিব নোৱাৰি। দৰাচলতে শেষত মই উথাপন কৰা সকলোবোৰ অদল-বদলৰে মুঠ প্ৰতিক্ৰিয়া হ'ব এখন মিতব্যয়ী বাজেট তৈয়াৰ কৰা। কিন্তু মই এতিয়াই কথা দিব নোৱাৰো যে পিচত অপৰিহাৰ্য্য অৱস্থাৰ বাবে আৰু বেছি ব্যয় কৰিব নালাগিব। অন্যান্য ৰাষ্ট্ৰবোৰে পালন কৰা নীতিৰ ওপৰত বহুখিনি নিৰ্ভৰ কৰে। আমাৰ জাতীয় উৎপাদনৰ এটা অনুপাত হিচাপে, আমাৰ মুঠ বাজেটৰ এটা অংশ হিচাপে আৰু আগৰ যুদ্ধকালীন অৱস্থাত কৰা আমাৰ জাতীয় প্ৰচেষ্টাৰ তুলনাত প্ৰতিৰক্ষা ব্যয়ৰ এই বৃদ্ধি আমাৰ নাগৰিকসকলে কৰা ইচ্ছাতকৈ আৰু তেওঁলোকৰ নিৰাপত্তা-বীমা কিনাৰ সামৰ্থ্যতকৈ অনেক কম। আমি আশা কৰিছোঁ নিৰাপত্তা বীমাৰ আৱশ্যক নহ'ব, কিন্তু তাক আমি কিনিবই লাগিব।

(৪) যুদ্ধ আৰু শান্তিৰ সকলো সময়তে আমাৰ সৈন্যবাহিনী মূলতঃ বে-সামৰিক নিয়ন্ত্ৰণাধীন হ'ব লাগিব। কোনো সংঘৰ্ষত আমাৰ যোগদানৰ সিদ্ধান্ত গ্ৰহণ, কোনো ভীতি প্ৰদৰ্শনৰ প্ৰতি আমাৰ প্ৰত্যুত্তৰ দান, আণবিক অস্ত্ৰ প্ৰয়োগৰ আৰু এখন সৰু যুদ্ধক ডাঙৰ যুদ্ধৰ ৰূপ দিয়াৰ সিদ্ধান্ত গ্ৰহণ— এই সকলোবোৰ কাম কৰিব নিয়মিতভাৱে গঠিত বে-সামৰিক কৰ্তৃপক্ষই। ইয়াৰ কাৰণে আৱশ্যক কাৰ্য্যকৰী আৰু ৰক্ষিত অনুষ্ঠান, নীতি, সা-সুবিধা আৰু কোনো আক্ৰমণৰ সময়ত সংবাদ প্ৰেৰণৰ উপযুক্ত ব্যৱস্থা, আৰু লগতে আৱশ্যক বে-সামৰিক কৰ্তৃপক্ষই গভীৰ আৰু নিৰ্ব্বাচিত সিদ্ধান্ত গ্ৰহণৰ বাবে উপযুক্ত প্ৰতিৰক্ষাৰ মূল ব্যৱস্থা। এই বাণী আৰু বাজেটে উক্ত মৌলিক-নীতিকে দাঙি ধৰিছে। প্ৰতিৰক্ষা-সচিব আৰু মই আমাৰ প্ৰবীণ সামৰিক উপদেষ্টা-সকলৰপৰা আন্তৰিকতাপূৰ্ণ পৰামৰ্শ পাইছোঁ। দৰাচলতে তেওঁলোকে এই বাজেটত উল্লেখ কৰা বেছিভাগ সিদ্ধান্তকে সমৰ্থন কৰে। কিন্তু সংবিধানে

মোৰ ওপৰতহে আৰ্পি দিয়া সিদ্ধান্ত গ্ৰহণৰ দায়িত্ব মই আন কাকো দিয়া নাই।

(৫) আমাৰ অস্ত্ৰ-শস্ত্ৰ আৰু প্ৰতিৰক্ষা ব্যৱস্থা যুক্তৰাজ্য অথবা আমাৰ কোনো মিত্ৰশক্তিৰ ওপৰত ইচ্ছানুযায়ী চলোৱা আণৱিক আক্ৰমণ প্ৰতিৰোধ কৰিব পৰা হব লাগিব। কোনো সম্ভাব্য আক্ৰমণকৰীয়ে ভালদৰে বুজিব লাগিব যে আমাৰ প্ৰচুৰ প্ৰতিৰোধ-শক্তি প্ৰথম আক্ৰমণৰ পাচতো অক্ষুণ্ণ থাকিব আৰু তেওঁলোকৰ প্ৰতিৰক্ষা ব্যৱস্থা ভেদ কৰি তেওঁলোকৰ অপূৰণীয় ক্ষতি সাধন কৰিব পাৰিব। প্ৰায় একত্ৰিশ মাহ আগতে চিনেটৰ প্ৰতি দিয়া এক ভাষণত মই আঙুলিয়াই দিছিলোঁ যে এই প্ৰতিৰোধ-ব্যৱস্থা আক্ৰমণৰ আগতে হাতত থকা ক্ষেপণাস্ত্ৰৰ তুলনামূলক সংখ্যাধিক্যৰ ওপৰত নিৰ্ভৰ নকৰে। কেইবছৰমানৰপৰা এইটো ৰাজহুৱাভাৱে স্বীকাৰ কৰা হৈছে যে আমাৰ দেশ ক্ষেপণাস্ত্ৰৰ ক্ষেত্ৰত পৃথিৱীত আগবাঢ়ি থাকিব পৰা নাই। তাৰোপৰি কোনো সংঘৰ্ষত আমি প্ৰথমতে আক্ৰমণ নকৰোঁ। কিন্তু আমাৰ আছে প্ৰথম আক্ৰমণৰ পিচত বাচি থাকি অতি ভীষণভাৱে প্ৰত্যাক্ৰমণ কৰিব পৰা ক্ষমতা আৰু এই ক্ষমতা আমাৰ হাতত থাকিবই লাগিব। এই প্ৰতিৰোধ-ক্ষমতা ক্ষেপণাস্ত্ৰ আৰু বোমাৰু বিমানৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ নকৰে, নিৰ্ভৰ কৰে সিবিলাকৰ সাজু হৈ থকাৰ, আক্ৰমণত বাচি থকাৰ ক্ষমতাৰ ওপৰত, আৰু আমাৰ জাতীয় উদ্দেশ্য-সাধন আৰু সামৰিক লক্ষ্যভেদৰ নিয়ন্ত্ৰণৰ নিশ্চয়তা আৰু নমনীয়তাৰ ওপৰত।

(৬) সৰু সৰু যুদ্ধেৰে স্বাধীন জগতৰ অনুক্ৰমে কৰা ক্ষয় বন্ধ কৰিবলৈ আমাৰ শান্তি আৰু মিত্ৰশক্তিবোৰৰ লগত আমাৰ সৈন্যবাহিনী নিয়োগৰ ব্যৱস্থা যথেষ্ট শক্তিশালী হব লাগিব। বিদেশত থকা আমাৰ সৈন্যবাহিনীৰ এইটো মুখ্য উদ্দেশ্য হব লাগিব। অ-আণৱিক আৰু গৰিলা যুদ্ধ ১৯৪৫ চনৰ পিচৰপৰা স্বাধীন জগতৰ নিৰাপত্তাৰ প্ৰতি অতি সংশয় আৰু স্থায়ী ভয়ৰ কাৰণ হৈ উঠিছে। বিদেশত থকা অথবা বিদেশত যুঁজিবলৈ থোৱা আমাৰ সৈন্যবাহিনীৰ দলবিলাকক সেইবোৰ সংঘৰ্ষ প্ৰতিৰোধ কৰিব পৰাকৈ গঢ় দিব পৰা যায়, যিবোৰ সংঘৰ্ষত বিস্তাৰিত আণৱিক আক্ৰমণৰ সম্ভাৱনা নাই। চিৰাচৰিত অস্ত্ৰ-শস্ত্ৰৰে প্ৰতিৰোধ কৰিব নোৱাৰা তাঙৰ আক্ৰমণৰ ক্ষেত্ৰত উপযোগী যি কোনো কাম কৰিব পৰাকৈ আমি সাজু হৈ থাকিব লাগিব। কিন্তু বৰ্ত্তমান আমাৰ উদ্দেশ্য আমাৰ প্ৰতিৰোধ-ব্যৱস্থা অ-আণৱিক অস্ত্ৰ-শস্ত্ৰতে আবদ্ধ

ৰাখিবলৈ আমাৰ ক্ষমতা বৃদ্ধি কৰা আৰু আমাৰ প্ৰতিযোগীসকলৰ দুৰ্ব্বলতা প্ৰতিপন্ন কৰি সৰু সৰু আক্ৰমণৰ আগ্ৰহ প্ৰশমিত কৰা। পৃথিবীৰ প্ৰায় সকলোবোৰ অঞ্চলতে যি কোনো মুকলি আক্ৰমণ, অন্তৰ্বিপ্লৱ আৰু গৰিলা যুদ্ধৰ বিৰুদ্ধে স্থানীয় প্ৰতিৰক্ষাৰ প্ৰধান অংশ স্থানীয় লোক আৰু সৈন্যই বহন কৰিব লাগিব। গভীৰ ভয়ৰ কাৰণ দেখিলে শক্তিশালী, সহজে চলন-ফুৰণ কৰিব পৰা আৰু এই ধৰণৰ যুদ্ধৰ শিক্ষা পোৱা সৈন্যবাহিনী,—যাৰ কিছুসংখ্যক নিশ্চয় আগতীয়া অঞ্চলবোৰত ব্যৱহাৰ কৰা হব পাৰে,—ইত্যাদি সাহায্য যথেষ্ট পৰিমাণে দিব পৰাকৈ আমি সাজু থাকিব লাগিব। বিমান আৰু নৌ-পৰিবহণ ক্ষমতা আৰু বিভিন্ন বিদেশী ঘাটিত আগতে জমা কৰি থোৱা সামগ্ৰী যথেষ্ট পৰিমাণে থাকিব লাগিব।

(৭) আমাৰ প্ৰতিৰক্ষা-ব্যৱস্থা নমনীয় আৰু দৃঢ়-প্ৰতিজ্ঞ হব লাগিব। সাধাৰণ অথবা আণবিক অস্ত্ৰেৰে স্বাধীন জগতৰ যি কোনো অংশতে আক্ৰমণ কৰোঁ বুলি ভাবি থকা যি কোনো সম্ভাব্য আক্ৰমণকাৰীয়ে জানি থোৱা উচিত যে আমাৰ প্ৰত্যাক্ৰমণ হব যথোপযুক্ত, নিৰ্ব্বাচিত, তীব্ৰ আৰু কাৰ্য্যকৰী। ইয়াৰ প্ৰকৃত ৰূপ আৰু স্থানৰ বিষয়ে নিশ্চিত নহলেও, তেওঁলোকে এইটো নিশ্চিতভাৱে জানি থোৱা উচিত যে আমাৰ কৰ্ত্তব্য পালন কৰিবলৈ যি কোনো দৰ্কাৰী ব্যৱস্থা হাতত লোৱাৰ বাবে আমাৰ ক্ষমতা প্ৰচুৰ আৰু আমি দৃঢ়-প্ৰতিজ্ঞ। অস্ত্ৰ-শস্ত্ৰ আৰু সামৰিক নীতি ইচ্ছানুযায়ী বাছি লবলৈ আমাৰ উৎপাদন-গতি সলনি কৰিবলৈ আৰু সকলো অৱস্থাতে, কম সময়ৰ নিৰ্দ্দেশতে সঘনে সলনি হৈ থকা অৱস্থা বা লক্ষ্যৰ লগত খাপ খাব পৰাকৈ আমাৰ সেনা-বাহিনীৰ পৰিচালনা সলনি কৰিবলৈ আমি সমৰ্থ হব লাগিব। বে-সামৰিক কৰ্ত্তৃপক্ষৰ নিৰ্দ্দেশ মতে সময়, অৱস্থা আৰু লক্ষ্যভেদে চিন্তা কৰি বাছি বাছি আমাৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰিব পৰা হব লাগিব, আৰু আমাৰ প্ৰতিৰক্ষা সুদীৰ্ঘ পুনৰাক্ৰমণ আৰু আকস্মিক প্ৰথম আক্ৰমণৰ সম্মুখত নিৰাপদ হব লাগিব। উৎপাদন-ক্ষমতা ক্ৰয় কৰিবলৈ আৰু কল্যাণমূলক আঁচনি আৰম্ভ কৰিবলৈ,—যিবিলাক আঁচনি হয়তো কেতিয়াও ব্যৱহাৰ কৰিবলগীয়া নহবও পাৰে,—এই বাজেটত ভৱিষ্যতে ইচ্ছানুযায়ী বিকল্প ক্ৰয়ৰ ব্যৱস্থা দিবৰ বাবে এক বীমা-নীতিৰ প্ৰচলন কৰা হৈছে।

(৮) আমাৰ প্ৰতিৰক্ষা-ব্যৱস্থাক এনেভাৱে গঢ় দিব লাগিব যাতে বিবেচনাহীন বা অচিন্তাপূৰ্ব্ব মহাসমৰৰ সম্ভাৱনা হ্ৰাস হয়, সৰু যুদ্ধ এখন

অনাকাংক্ষিতভাৱে মহানগৰক পৰিণত কৰাৰ দিশে ভুল হয় অথবা কোনো ঘটনা বা শত্ৰুৰ মনোভাবৰ ভুল হিচাপ বা ভুল অৰ্থ কৰাৰ আশংকা নাইকিয়া হয়। আকস্মিক আক্ৰমণ বন্ধ কৰিবলৈ, আণৱিক অস্ত্ৰৰ বিস্তৃতি বন্ধ কৰিবলৈ চুক্তি সম্পাদনৰ বাবে চলোৱা আমাৰ কূটনৈতিক প্ৰচেষ্টা আৰু দৰাচলতে অস্ত্ৰৰ প্ৰতিযোগিতা অন্ত পেলাবলৈ কৰা আমাৰ সকলো প্ৰচেষ্টাৰে উদ্দেশ্য এয়ে। আমাৰ নিজস্ব ইচ্ছা আৰু প্ৰতিজ্ঞাৰ কথা পৰিষ্কাৰভাৱে বুজাই দিবলৈ আৰু এখন দেশে আন এখন দেশৰ প্ৰত্যুত্তৰক কম মূল্য দিয়াতো ( যিটো কথা অতীতত বহুবাৰ ঘটি গৈছে ) বাধা দিবলৈ আমি সকলো দেশৰ মাজত অধিক আদান-প্ৰদানৰ বাবে চেষ্টা কৰিম। তদুপৰি আমাৰ নিজৰো সামৰিক কাৰ্য্যাৱলীকো অমনোযোগিতাৰ ফলত হব পৰা দুৰ্ঘটনাৰপৰা আঁতৰত ৰাখিব লাগিব। কিন্তু তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল আমি নিশ্চিত হব লাগিব যে আমাৰ প্ৰতিশোধ-ক্ষমতা ভয়ানক ভুল হোৱাৰ সম্ভাৱনাপূৰ্ণ অস্পষ্ট পৰিস্থিতিত গ্ৰহণ কৰা সিদ্ধান্তৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া নহয়।

এই সময়ত অথবা এই ভাষণত আমাৰ শক্তিক লৈ গৰ্ব্ব কৰা বা আমাৰ বিপদ আৰু দৰ্কাৰৰ ওপৰতে আলোচনা কৰি থকা যুগুত নহব। এইখিনিকে কোৱাটো যথেষ্ট হব যে ইয়াৰ পিচত উল্লেখ কৰিব খোজা বাজেটৰ পৰামৰ্শবোৰ, আৰু লগতে অন্যান্য নীতি, প্ৰশাসনিক আৰু লগৰীয়া সাল-সলনি আৰু অধ্যয়নবোৰ—যিবিলাক বৰ্ত্তমান প্ৰশাসনীয়ভাৱে হাতত লোৱা হৈছে, এই সকলোবোৰৰ উদ্দেশ্য হৈছে ওপৰত উল্লেখ কৰা নীতি অনুসৰি আমাৰ প্ৰতিৰক্ষা-ব্যৱস্থা অধিক শক্তিশালী, নমনীয় আৰু নিয়ন্ত্ৰণাধীন কৰা। ··

( প্ৰেচিডেণ্টৰ ভাষণৰ বাকী অংশত প্ৰতিৰক্ষা বাজেট সম্বন্ধে তেওঁ দিয়া বিস্তাৰিত পৰামৰ্শবোৰ উল্লেখ কৰা হৈছে। এই ভাষণ সামৰণি মাৰিছিল তলত দিয়া কথাখিনিৰে :)

বৰ্ত্তমান আমাৰ সামৰিক-ব্যৱস্থা শক্তিশালী। কিন্তু ভৱিষ্যতত আমাৰ নিৰাপত্তাৰ বাবে আৱশ্যকীয় সামৰিক-শক্তি লাভ কৰিবলৈ এতিয়া আমি নিশ্চিত কাৰ্য্যপন্থা হাতত লব লাগিব। বিপদৰ বিৰুদ্ধে প্ৰস্তুতিয়েই আমাৰ নিৰাপত্তাৰ আশা। প্ৰতিৰক্ষা আঁচনিত যিবিলাক পৰিবৰ্ত্তনৰ পৰামৰ্শ মই আগ-

বঢ়াইছোঁ, সিবিলাকে অহা বিপদপূৰ্ণ বছৰ কেইটাত এই দেশৰ নিৰাপত্তা বহুত বৃদ্ধি কৰিব। এই জাতীয় নিৰাপত্তাৰ কাৰণে অধিক ধনৰ বাবে অনুৰোধ কৰাটো মনোৰঞ্জক নহয়। মই আগতে জোৰ দি কৈছোঁৱেই যে আমাৰ হাবিয়াস হ'ল শান্তিপূৰ্ণ সমাধানত; সংকট হ্ৰাস কৰাত, আলাপ-আলোচনাৰ যোগেদি বিবাদ নিষ্পত্তি কৰাত, কিন্তু যুদ্ধক্ষেত্ৰত নহয়। মোৰ বিশ্বাস এই উদ্দেশ্য সাধনত এইবোৰ নীতিয়ে সহায় কৰিব। এইবোৰ মই কংগ্ৰেচ আৰু দেশৰ আগত দাঙি ধৰিছোঁ।

## আত্মৰক্ষাৰ ব্যৱস্থা

( দুমাহ পিচত যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় পৰিষদলৈ দিয়া দ্বিতীয় বাণীত প্ৰেচিডেণ্টে পুনৰ প্ৰতিৰক্ষাৰ বিষয়ে কৈছিল। )

## মিত্ৰতাৰ ব্যূহ

[ জৰুৰী জাতীয় আৱশ্যকতাৰ বিষয়ে কংগ্ৰেচলৈ দিয়া বিশেষ বাণী, ২৫ মে, ১৯৬১ চন ]

কিন্তু আমি যেতিয়া কওঁ আমাৰ ধ্যান-ধাৰণাৰ আদান-প্ৰদান, গঠন আৰু প্ৰতিযোগিতাৰ কথা, তেতিয়া আনসকলে অস্ত্ৰ-শস্ত্ৰৰ কথা কয় আৰু ভয় দেখুৱায়। সেয়েহে আমি আমাৰ প্ৰতিৰক্ষা-ব্যৱস্থা শক্তিশালী কৰি ৰখাৰ আৰু আত্মৰক্ষাৰ বাবে আনৰ লগত সহযোগ কৰাৰ ব্যৱস্থা কৰিছোঁ। যোৱা কেইসপ্তাহৰ ঘটনাৱলীয়ে আমাক এই ব্যৱস্থাবোৰৰ বিষয়ে নতুনকৈ চিন্তা কৰিবলগীয়া কৰিছে।

স্বাধীনতাৰ এই প্ৰতিৰক্ষাৰ প্ৰাণকেন্দ্ৰ হ'ল পৃথিৱী-জোৰা মিত্ৰতাৰ ব্যূহ, যাৰ পৰিসৰ এজন গণতান্ত্ৰিক ( Democratic ) প্ৰেচিডেণ্টৰ দ্বাৰা উত্থাপিত আৰু প্ৰজাতান্ত্ৰিক ( Republican ) কংগ্ৰেচৰ দ্বাৰা অনুমোদিত উত্তৰ আটলাণ্টিক চুক্তি সংস্থাৰ ( N.A.T.O. )পৰা এজন প্ৰজাতান্ত্ৰিক প্ৰেচিডেণ্টৰ দ্বাৰা উত্থাপিত আৰু গণতান্ত্ৰিক ( Democratic ) কংগ্ৰেচৰ দ্বাৰা অনুমোদিত

দক্ষিণ-পূব এছিয়া চুক্তি সংস্থালৈকে (SEATO) বিস্তৃত। এই মিত্ৰতা চুক্তি-বোৰ সম্পাদন কৰা হয় চতুৰ্থ আৰু পঞ্চম দশকত। ষষ্ঠ দশকত সেইবোৰ শক্তিশালী কৰা আমাৰ কৰ্তব্য।

পৰিবৰ্তিত শক্তি-সমতা ৰক্ষা কৰিবলৈ আমি নাটোৰ (NATO) প্ৰচলিত ক্ষমতা বৃদ্ধি কৰাত অধিক জোৰ দিছোঁ। লগতে আমাৰ দৃঢ় বিশ্বাস যে নাটোৰ আণৱিক প্ৰতিৰোধ-ক্ষমতাও যথেষ্ট শক্তিশালী কৰি ৰাখিব লাগিব। এই উদ্দেশ্যে নাটো-গোষ্ঠীক পাঁচখন আৰু দৰ্কাৰ হ'লে বেছি পোলাৰিচ চাব্‌মেৰিন দিবলৈ আমাৰ ইচ্ছা স্পষ্টকৈ কৈ দিছোঁ। এই কথা মূলতঃ প্ৰেচিডেণ্ট আইচেনহাৱাৰে ভাবিছিল।

দ্বিতীয়তঃ আত্ম-ৰক্ষাৰ বাবে কৰা মিত্ৰতাৰ প্ৰধান কথা হ'ল সামৰিক সাহায্য আঁচনি (Military Assistance program)। স্থানীয় আক্ৰমণ, অন্তৰ্বিপ্লৱ, বিদ্ৰোহ অথবা গৰিলা-যুদ্ধৰ বিৰুদ্ধে স্থানীয় প্ৰতিৰক্ষাৰ ব্যৱস্থা প্ৰধানত স্থানীয় সেনাই কৰিব লাগিব। এই সেনাবাহিনীবোৰৰ তেনেকুৱা ভীতিবোৰ প্ৰতিৰোধ কৰাৰ আৱশ্যকীয় ক্ষমতা আৰু ইচ্ছা থাকিলে, আমাৰ হস্তক্ষেপৰ বিশেষ দৰকাৰ নাই। য'ত ইচ্ছা আছে কিন্তু আৱশ্যকীয় ক্ষমতাৰ অভাৱ, তাত আমাৰ সামৰিক সাহায্য আঁচনিয়ে কাম কৰিব পাৰে। কিন্তু আৰ্থিক সাহায্যবোৰৰ দৰে এই সাহায্য আঁচনিবো নতুনকৈ গুৰুত্ব আৰোপৰ আৱশ্যক। আভ্যন্তৰীণ সন্মান আৰু স্থায়িত্বৰ বাবে অত্যাৱশ্যকীয় সামাজিক, ৰাজনৈতিক আৰু সামৰিক সংস্কাৰৰ প্ৰতি লক্ষ্য নকৰাকৈ এই সাহায্য আগ-বঢ়াব নোৱাৰি। ন্যায়সংগত স্থানীয় আৱশ্যকতা আৰু আমাৰ নিজৰ সামৰিক নীতিৰ লগত থাপ খোৱাকৈ সাজ-সৰঞ্জাম আৰু প্ৰশিক্ষণ দিব লাগিব। কেৱল আমাৰ সামৰিক সামগ্ৰীৰ যোগানৰ ক্ষমতা অথবা কোনোবা স্থানীয় নেতাৰ সামৰিক প্ৰদৰ্শন কৰা হেপাহ অনুসৰি নহয়।

সামৰিক সাহায্যই সামৰিক উদ্দেশ্য সাধন কৰাৰ উপৰিও অৰ্থনৈতিক প্ৰগতিতো বৰঙণি যোগায়। আমাৰ সামৰিক ইঞ্জিনীয়াৰসকলে তাকে কৰিছে। ..

অহা বিত্তীয় বছৰত সামৰিক সাহায্যৰ বাবে সৰ্বমুঠ ১.৮৮৫ বিলিয়ন ডলাৰ অনুমোদন কৰিবলৈ মই কংগ্ৰেচক অনুৰোধ জনাইছোঁ। এই সংখ্যা যোৱা বছৰৰ সংখ্যাতকৈ কম, কিন্তু আন ৰাষ্ট্ৰবোৰক তেওঁলোকৰ স্বাধীনতা ৰক্ষাত নিশ্চিন্ত কৰিবলৈ এই সংখ্যা ন্যূনতম।

## আমাৰ নিজৰ সামৰিক আৰু খবৰ-সংগ্ৰহ বৰ্ম

…অ-আণবিক আক্ৰমণ প্ৰতিৰোধ কৰাৰ কাৰণে আমাৰ ক্ষমতা আৰু বঢ়াবলৈ মই নিৰ্দ্দেশ দিছোঁ। কেৱল এটা বিষয়ৰ বাহিৰে আনবোৰ প্ৰচলিত ক্ষেত্ৰত নতুনকৈ বহুল ভিত্তিত মানুহ লোৱাৰ বৰ্ত্তমান কোনো দৰ্কাৰ নাই। বৰং সহজ অদল-বদলৰ অধিক সুবিধাৰ্থে বৰ্ত্তমান অৱস্থাৰ পৰিবৰ্ত্তন আমাৰ এতিয়া আৱশ্যক।

সেই কাৰণে প্ৰতিৰক্ষা-সচিবক মই নিৰ্দ্দেশ দিছোঁ: সেনাবাহিনীৰ বিভাগীয় ভেটি আধুনিক ধৰণে পুনৰ্গঠন কৰিবলৈ, অ-আণবিক গোলাবৰ্ষণৰ শক্তি বঢ়াবলৈ, যি কোনো পৰিস্থিতিতে কৌশলপূৰ্ণ পৰিবহনৰ সুবিধা বঢ়াবলৈ, যি কোনো প্ৰত্যক্ষ অথবা পৰোক্ষ বিপদ ভেটিবৰ বাবে বদ-বদলৰ সুবিধা বঢ়াবলৈ, আমাৰ প্ৰধান মিত্ৰ-শক্তিবোৰৰ লগত সহযোগৰ সমন্বয় সাধনৰ সুবিধা বৃদ্ধি কৰনলৈ, আৰু ইউৰোপত যন্ত্ৰপাতিৰে সজ্জিত অধিক বাহিনী ৰাখিবলৈ, আমাৰ সা-সঁজুলিবোৰ আধুনিক কৰিবলৈ আৰু প্ৰশান্ত মহাসাগৰ আৰু ইউৰোপত উভয়তে নতুন বিমান-বাহিনী ৰাখিবলৈ।

আৰু দ্বিতীয়তে, আমাৰ এই নতুন সামৰিক ভেটি অতি আধুনিক সা-সৰঞ্জামেৰে গঢ় দিবৰ বাবে ১০০ নিযুত ডলাৰৰ এটা বেলেগ অনুদান অনুমোদন কৰিবলৈ মই কংগ্ৰেচক অনুৰোধ কৰিছোঁ।

তৃতীয়তে, আমাৰ মিত্ৰ-শক্তিবোৰৰ সহায়ত বৰ্ত্তমান আমাৰ হাতত থকা সেনাবাহিনীক অ-আণবিক যুদ্ধ, প্ৰাথমিক কামবোৰ আৰু আণবিক যুদ্ধ চালনৰ বাবে উপযোগী কৰি তোলাৰ কাম দ্ৰুতভাৱে আৰু যথেষ্ট পৰিমাণে বৃদ্ধি কৰিবলৈ মই প্ৰতিৰক্ষা-সৰিচক নিৰ্দ্দেশ দিছোঁ।

তাৰোপৰি, আমাৰ বিশেষ আণবিক বাহিনীবোৰ বঢ়োৱা হব আৰু পুনৰ্গঠন কৰা হব। গোটেই বাহিনীতে বিশেষ কৌশল আৰু স্থানীয় লোকৰ লগত কাম কৰিবলৈ আৱশ্যকীয় ভাষাৰ ওপৰত নতুনকৈ জোৰ দিব লাগিব।

চতুৰ্থতে, উচ্চ প্ৰশিক্ষণপ্ৰাপ্ত ৰিজাৰ্ভ বাহিনীৰ এটা শকত অংশ সোনকালে কামত খটুৱাবৰ বাবে সেনাবিভাগে পৰিকল্পনা কৰি আছে।

পঞ্চমতে, কোনো সীমিত যুদ্ধকালীন জৰুৰী অৱস্থাত সঁহাৰি দিবলৈ আমাৰ নৌ-বাহিনীৰ আগৰ টনকিয়াল অৱস্থাক আৰু বৃদ্ধি কৰা হব। ইয়াৰ

বাবে নৌ-বাহিনীৰ সৈন্যসংখ্যা ১২০,০০০লৈ বঢ়াবলৈ ৬০ নিযুত ডলাৰ অনুমোদন কৰিবৰ বাবে মই কংগ্ৰেচক অনুৰোধ কৰিছোঁ।

সৰ্ব্বশেষত, এই গোপন বিপদৰ যুগত আত্মৰক্ষাৰ ন্যায়সঙ্গত আৰু আৱশ্যকীয় উপায় হিচাপে আমাৰ গোটেই খবৰ-সংগ্ৰহ ব্যৱস্থাকে পুনৰ পৰীক্ষা কৰি চাব লাগিব আৰু আমাৰ অন্যান্য নীতি ব্যৱহাৰৰ লগত ইয়াৰ সমন্বয় সাধন কৰিব লাগিব।

## বে-সামৰিক প্ৰতিৰক্ষা

আমাৰ জাতীয় নিৰাপত্তা আঁচনিৰ এটা মূল কথা বে-সামৰিক প্ৰতিৰক্ষা, যিটো আমি ইমান দিনে ভালদৰে চিন্তা কৰা নাই। এই অৱস্থাৰ সৃষ্টি বৰ্ত্তমান পৰিস্থিতিৰ বাবে হোৱা নাই, হৈছে আমাৰ জাতীয় অৱহেলাৰ বাবে। যোৱা দশকত আমি বহুতো ব্যৱস্থাৰ কথা ভাবিছিলোঁ; কিন্তু এক সুস্থিৰ কাৰ্য্যসূচী লব নোৱাৰিলোঁ। আমাৰ ৰাজহুৱা চিন্তা অনিচ্ছা, উদাসীনতা, আৰু সন্দেহেৰে বিকৃত, আৰু বে-সামৰিক প্ৰতিৰক্ষাৰ বহুত আঁচনি ইমান বহুল আৰু অবান্তৰ যে সিবোৰে আৱশ্যকীয় সমৰ্থন পোৱাৰ অযোগ্য।

বে-সামৰিক প্ৰতিৰক্ষাই কি কৰিব পাৰে আৰু কি নোৱাৰে তাকেই এই চৰকাৰে গভীৰভাৱে চিন্তা কৰি আছে। সম্ভাৱতে এই কাম সমাধা কৰিব নোৱাৰি। এই ব্যৱস্থা অকামিলা হৈ নপৰিব বুলি বা ধ্বংসপ্ৰাপ্ত নহব বুলি অথবা আকস্মিক আক্ৰমণৰ ৰক্ষা-কৱচ হব পাৰিব বুলি নিশ্চয়কৈ কব নোৱাৰি; আৰু আণৱিক আক্ৰমণৰপৰা ই আমাক ৰক্ষা কৰিব নোৱাৰে।

আণৱিক আক্ৰমণৰপৰা আমাৰ শত্ৰুক বিৰত কৰিব পাৰিম তেতিয়াহে যেতিয়া আমাৰ প্ৰতিশোধ-ক্ষমতা অতি শক্তিশালী আৰু অভেদ্য হব, যেতিয়া শত্ৰুৱে জানিব যে আমাৰ শক্তিয়ে তেওঁক ধ্বংস কৰিব পাৰিব। সেই শক্তি যদি আমাৰ হাতত থাকে, আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ বে-সামৰিক প্ৰতিৰক্ষা ব্যৱস্থা নালাগে। সেই শক্তি আমাৰ নাথাকিলে বে-সামৰিক প্ৰতিৰক্ষাই সেই ঠাই সম্পূৰ্ণৰূপে পূৰাব নোৱাৰে।

কিন্তু এই প্ৰতিৰোধ-ধাৰণাই গঢ় লয় বিবেচক মানুহে কৰা যুক্তি-সম্মত হিচাপৰ ওপৰত ভিত্তি কৰি। আৰু আমাৰ এই পৃথিৱীৰ, বিশেষকৈ দুৰ্বল শক্তিকাৰ বুৰঞ্জীয়ে আমাৰ মনত পেলাই দিয়ে কোনো অযুক্তিকৰ আক্ৰমণ,

ভুল হিচাপ, আকস্মিক যুদ্ধ অথবা সৰুকৈ আৰম্ভ হৈ বিৰাট ৰূপ ধাৰণ কৰা যুদ্ধৰ ( য'ত দুয়ো পক্ষই ইমান দূৰ আগবাঢ়ি যায় যে শেষত গৈ ই অপ্ৰতিৰোধ্য আৰু অচিন্ত্যপূৰ্ব্ব হৈ পৰে ) পূৰ্ণ সম্ভাৱনাৰ কথা। এই ভিত্তিত শত্ৰুৰ ভুল হিচাপৰ ক্ষেত্ৰত বে-সামৰিক নাগৰিকক ৰক্ষা কৰাৰ বাবে বে-সামৰিক প্ৰতিৰক্ষা ব্যৱস্থাৰ গুৰুত্ব আছে। আমাৰ বিশ্বাস, এই ব্যৱস্থা প্ৰয়োগৰ কেতিয়াও আৱশ্যক নহব; কিন্তু এই ব্যৱস্থা হাতত ৰাখিবই লাগিব, নহলে বিপদৰ আগতে আগেয়ে কৰিব লগা চিন্তা নকৰা বুলি আমি নিজকে কেতিয়াও ক্ষমা কৰিব নোৱাৰিম।

এই কথাবিলাক মানি লোৱাৰ পিচত, বৰ্ত্তমান তেজষ্ক্ৰিয়তাৰপৰা ৰক্ষা পোৱা আশ্ৰয় ব্যৱস্থাৰ হিচাপ কৰা আৰু নতুন আশ্ৰয়ৰ ব্যৱস্থা হাতত লবৰ বাবে এক জাতীয় দীঘলীয়া আঁচনি গ্ৰহণ কৰাত পলম কৰাৰ কোনো যুক্তি নাই। বিস্তৃত আণৱিক যুদ্ধৰ সময়ত এই ব্যৱস্থাই হাজাৰ হাজাৰ মানুহক ভয়ানক তেজষ্ক্ৰিয়তাৰপৰা ৰক্ষা কৰিব। গোটেই আঁচনিখনৰে সঠিক কাৰ্য্য-ক্ষমতাৰ বাবে কেৱল নতুন আইনগত কৰ্ত্তৃত্ব আৰু অধিক ধনৰে দৰ্কাৰ নহয়, সুস্থিৰ সাংগঠনিক বিধি-ব্যৱস্থাৰো আৱশ্যক আছে।

গতিকেই ১৯৫৮ চনৰ ১ নম্বৰ পুনৰ্গঠন আঁচনিৰপৰা পোৱা কৰ্ত্তৃত্বৰ বলত মই এই আঁচনিৰ দায়িত্ব উচ্চ-পদস্থ বে-সামৰিক বিষয়া প্ৰতিৰক্ষ-সচিবক দিছোঁ। এই মহাদেশৰ প্ৰতিৰক্ষাৰ দায়িত্ব তেওঁৰ ওপৰত আগৰে-পৰাই আছে। নেতৃত্ব আৰু নীতিৰ ক্ষেত্ৰত এই কাম বে-সামৰিক হোৱাটো নিতান্ত আৱশ্যক আৰু এই ৰূপ বৰ্ত্তমান সলনি কৰা নহয়।……

( জুলাইৰ ২৫ তাৰিখে দিয়া এক ভাষণত প্ৰেচিডেণ্টে পুনৰ বে-সামৰিক প্ৰতিৰক্ষাৰ বিষয়ে কৈছিল : )

[ বাৰ্লিনৰ বিষয়ে জাতিৰ প্ৰতি বতৰা,
২৫ জুলাই, ১৯৬১ চন। ]

…· এই ক্ষেপণাস্ত্ৰৰ যুগত বোমা পৰাৰ সময়ত আমাৰ নাগৰিকসকলে কি কৰা উচিত আৰু ক'লৈ যোৱা উচিত সেই কথা নজনাকৈ আণৱিক যুদ্ধৰ সম্ভাৱনাৰ কথা ভাবাটো দায়িত্বহীনতাৰ কথা। মে মাহত বে-সামৰিক প্ৰতিৰক্ষাৰ নতুন কাম হাতত লোৱা হব বুলি মই কথা দিছিলোঁ। যোৱা

সপ্তাহত বে-সামৰিক প্ৰতিৰক্ষা-ডিৰেক্টৰৰ পৰামৰ্শ মতে এই আঁচনিৰ মূল দায়িত্ব সঁপি দিছোঁ। প্ৰতিৰক্ষা-সচিবৰ ওপৰত, যাতে এই কাম আমাৰ মহাদেশীয় প্ৰতিৰক্ষা প্ৰচেষ্টাৰ লগত সমন্বয় ৰাখি উচ্চতম বে-সামৰিক মহলত কৰিব পৰা যায়। কাইলৈ মই তলৰ জৰুৰী উদ্দেশ্যবিলাকৰ বাবে ধন অনুমোদন কৰিবলৈ কংগ্ৰেচক অনুৰোধ জনাম: আক্ৰমণৰ সময়ত তেজস্ক্ৰিয়তাৰপৰা ৰক্ষা পোৱা, আশ্ৰয়ৰ বাবে বৰ্ত্তমানে থকা চৰকাৰী আৰু বে-চৰকাৰী সকলো গৃহৰে হিচাপ লোৱা আৰু চিহ্নিত কৰা; সেই আশ্ৰয়-গৃহবিলাকত খাদ্য, পানী, প্ৰাথমিক প্ৰতিবিধানৰ সঁজুলি আৰু জীয়াই থকাৰ কাৰণে অন্যান্য ন্যূনতম সামগ্ৰীবোৰ মজুত ৰখাৰ ব্যৱস্থা কৰা; সিবিলাকত স্থানৰ বৃদ্ধি কৰা, বিমান আক্ৰমণ সঙ্কেত আৰু তেজস্ক্ৰিয়তা নিৰূপণ ব্যৱস্থা উন্নয়ন কৰা, যাৰ ভিতৰত আছে বৰ্ত্তমানে সাজি থকা ঘৰে ঘৰে সঙ্কেত দিব পৰা এক নতুন ব্যৱস্থা; আৰু দৰ্কাৰী সময়ত হাজাৰ হাজাৰ জীৱন বচাব পৰা অন্যান্য ব্যৱস্থা, যিবিলাক যিমান সোনকালে পৰা যায় সিমান সোনকালে কামত লগোৱা হব।

আক্ৰমণৰ সময়ত যিবিলাক পৰিয়াল আণৱিক অস্ত্ৰৰ দ্বাৰা আহত নহয় তেওলোকৰ জীৱন বচাব পৰা যাব যদিহে তেওলোকক আশ্ৰয় লবলৈ সাৱধান কৰি দিয়া হয় আৰু সেই আশ্ৰয়ৰ আগতীয়া ব্যৱস্থা হাতত থাকে। আমাৰ দেশক, আমাৰ পৰিয়ালবিলাকক এই নিৰাপত্তাৰ কথা দিয়াটো আমাৰ কৰ্ত্তব্য। ইউৰোপৰ আমাৰ বন্ধুসকলৰ তুলনাত, এই ধৰণৰ প্ৰতিৰক্ষাৰ আৱশ্যকতা আমাৰ উপকূলত নতুন। কিন্তু আৰম্ভ কৰাৰ সময় এয়েই। অহা কেইমাহত প্ৰত্যেক নাগৰিককে আক্ৰমণৰ সময়ত তেওঁৰ পৰিয়ালক ৰক্ষা কৰিবলৈ অচিৰে কি ব্যৱস্থা লব লাগে সেই বিষয়ে শিক্ষা দিব পাৰিম বুলি মই আশা কৰিছোঁ। মই জানো আপোনালোকেও ইয়াতকৈ একো কম কৰিবলৈ নিবিচাৰে।

বে-সামৰিক প্ৰতিৰক্ষাৰ বাবে ধৰা ২০৭ নিযুত ডলাৰ যোগ দিলে মুঠ নতুন প্ৰতিৰক্ষা বাজেটৰ খৰচ ৩.৪৫৪ বিলিয়ন ডলাৰ হয়গৈ; আৰু এই বছৰটোৰ বাবে সৰ্ব্বমুঠ বাজেট হয় ৪৭.৫ বিলিয়ন ডলাৰ। জানুৱাৰী মাহৰ পিচত প্ৰতিৰক্ষা বাজেটত ৬ বিলিয়ন ডলাৰ বৃদ্ধি হব আৰু ইয়াৰ ফলস্বৰূপে চৰকাৰী হিচাপ মতে ৫ বিলিয়নতকৈও অধিক বাজেটৰ ঘাটি হব। ট্ৰেজাৰী-সচিব আৰু অন্যান্য অৰ্থনৈতিক উপদেষ্টাসকলে অৱশ্যে মোক কৈছে যে আমাৰ অৰ্থনীতিৰ এইখিনি ভাৰ বহন কৰিব পৰা ক্ষমতা আছে।

# পঞ্চম অধ্যায়

## মহাশূন্য

"এক নতুন বৃহৎ আমেৰিকাৰ উদ্যমৰ বাবে এয়েই সময়; এই দেশে মহাশূন্য আবিষ্কাৰত আগৰণুৱা আসন লোৱাৰ এয়েই সময়,—যি আবিষ্কাৰে এই পৃথিৱীত আমাৰ ভৱিষ্যতৰ হয়তো চাবিকাঠি ৰাখিব পাৰে।"

"......ই কেৱল এটা প্ৰতিযোগিতা নহয়। মহাশূন্যৰ পথ আমাৰ কাৰণে মুকলি; আৰু এই ৰহস্যভেদৰ ভাগ লোৱাত আমাৰ আগ্ৰহ আনৰ কামৰ দ্বাৰা প্ৰভাৱান্বিত নহয়। আমি মহাশূন্যলৈ গৈছোঁ। এই কাৰণেই যে মানৱ জাতিয়ে যি কৰে মুক্ত জগতে তাৰ অংশ সম্পূৰ্ণৰূপে পাবই লাগিব।"

"এইটো পৰিষ্কাৰভাৱে আমি জানি থোৱা উচিত যে এক নতুন কামৰ সংকল্প লবলৈ মই কংগ্ৰেচ আৰু দেশক আবেদন কৰিছোঁ। এই কাম বৰ দীঘলীয়া হব আৰু ইয়াৰ বাবে গধুৰ ব্যয়ো হব। আধা-বাট গৈ অথবা বিঘিনি দেখি বৈ যোৱাতকৈ একেবাৰে নোযোৱাই ভাল।"

( ১৯৬১ চনৰ গোটেই বছৰটোতে চোভিয়েট ইউনিয়নে মহাশূন্য-বিজ্ঞানৰ প্ৰধান প্ৰধান বিষয়বোৰত বৰ বেছিকৈ আগবাঢ়ি আছিল। ১২ এপ্ৰিলত ৰাচিয়াই কক্ষপথত প্ৰথম মানুহ নিক্ষেপ কৰিছিল। ৬ আগষ্টত পুনৰ তাকেই কৰিছিল। আনহাতে যুক্তৰাজ্যই দুজন মানুহ কেৱল অৰ্দ্ধ-কক্ষত পৰিচালিত কৰিয়েই ক্ষান্ত হৈ থাকিবলগীয়া হৈছিল। দুখন সাংবাদিক-মেলত প্ৰেচিডেণ্টে কৰা মন্তব্যৰপৰা এই বিষয়ে চৰকাৰে কৰা চিন্তাৰ পৰিচয় পোৱা যায়। ফেব্ৰুৱাৰী মাহত প্ৰেচিডেণ্টে সমাচাৰ-সেৱীসকলক কৈছিল : )

[ তৃতীয় সাংবাদিক মেল,
৮ ফেব্ৰুৱাৰী, ১৯৬১ চন। ]

আমাৰ মৰ্য্যাদা বঢ়াবলৈ শূন্য-মাৰ্গত এজন মানুহো পাঠিয়াব নোৱাৰাটো চিন্তাৰ বিষয়। কিন্তু এজন মানুহক অনিশ্চিত বিপদৰ মাজলৈ পঠিয়াব আমি খোজা নাই আৰু সেয়েহে আমাৰ কামত আমি অতি সাৱধানে আগবাঢ়ি আছোঁ ; আৰু শূন্য-মাৰ্গত মানুহ পঠিওৱাত দ্বিতীয় হ'লেও মই সন্তুষ্ট হম যেতিয়া শূন্যলৈ যোৱা ব্যক্তিজন উচিতভাৱে নিৰাপদে থাকিব পাৰে।

( ১২ এপ্ৰিলত—চোভিয়েট প্ৰক্ষেপণৰ তাৰিখ—এজন সাংবাদিকে পুনৰ এই কথাটো তুলিছিল আৰু প্ৰেচিডেণ্টে এক স্পষ্ট উত্তৰ দিছিল : )

[ নৱম সাংবাদিক মেল,
১২ এপ্ৰিল, ১৯৬১ চন। ]

প্ৰশ্ন : মিঃ প্ৰেচিডেণ্ট, কংগ্ৰেচৰ এজন সদস্যই আজি কৈছে যে মহাশূন্য-যাত্ৰাত আমেৰিকা ৰাচিয়াৰ পিছ-পৰি থকা দেখি তেওঁ বিৰক্ত হৈছে।...... এই ক্ষেত্ৰত আমি ৰাচিয়াক লগ ধৰাৰ আৰু হয়তো অতিক্ৰম কৰাৰ আশা কি ?

প্ৰেচিডেণ্ট : সঁচা কথা, চোভিয়েট ইউনিয়নে গধুৰ ওজন লব পৰা ডাঙৰ যান ব্যৱহাৰ কৰি যথেষ্ট সুবিধা গ্ৰহণ কৰিছে, আৰু কিছুকালৰ বাবে এই সুবিধা তেওঁলোকে পায়েই থাকিব। এই কথাত কোনোবাই যিমানেই

বিৰক্ত নহওক, আৰু মোতকৈ কোনো বেছি বিৰক্ত নহয়, এইটো সঁচা কথা যে এই কামত সময় লাগিবই আৰু মই ভাবোঁ এই কথা আমি মানি লব লাগিব। ......মই আশা কৰিছোঁ, সংশ্লিষ্ট ব্যক্তিজনৰ জীৱনৰ নিৰাপত্তা সম্পৰ্কীয় সমস্যাৰ প্ৰতি উচিত সাৱধনতা অৱলম্বন কৰি এই বছৰতে আমি প্ৰচেষ্টা চলাবলৈ সমৰ্থন হম। কিন্তু আমি পিছ-পৰি আছোঁ।

মই নিশ্চিত যে তেওঁলোকে আগবাঢ়ি থাকিবলৈ গভীৰ চেষ্টা চলাই আছে। শনি গ্ৰহৰ ওপৰত আমি অধিক জোৰ দিছোঁ, Rover-অৰ ওপৰত আমি অধিক জোৰ দিছোঁ। আমাক অধিক শক্তিশালী স্থান দিব পৰা আন আন ব্যৱস্থাবোৰ উন্নত কৰাত আমি জোৰ দিছোঁ। এই সকলোবিলাক অতি ব্যয়মূলক, কোটি কোটি ডলাৰৰ কাম।

গতিকে আপোনাৰ প্ৰশ্নৰ উত্তৰ হিচাপে যুক্তৰাজ্যৰ প্ৰতি মোৰ বাণীত কোৱাৰ দৰে কব খুজিছোঁ যে ভাল খবৰৰ আগতে আমি বেয়া খবৰ পাম; আৰু তেওঁলোকক লগ পাবলৈ আমাক সময় লাগিব। মই আশা ৰাখিছোঁ, অন্যান্য কিছুমান ক্ষেত্ৰত আমি আগবাঢ়ি যাব পাৰিম, যিবিলাকে মানৱ-জাতিৰ হয়তো বেছি দীৰ্ঘ-ম্যাদী উপকাৰ সাধন কৰিব। কিন্তু বৰ্ত্তমান ক্ষেত্ৰত আমি পিছ-পৰি আছোঁ।

-

(তাৰ পিচত মে মাহত প্ৰেচিডেণ্ট কেনেডিয়ে প্ৰথম আমেৰিকান মহাকাশ-যাত্ৰীজনক সন্মান জানোৱাৰ মধুৰ কৰ্ত্তব্য পালন কৰিছিল।)

## [ কমাণ্ডাৰ অ্যালেন বি. শ্বেপাৰ্ডৰ প্ৰতি মন্তব্য, ৮ মে, ১৯৬১ চন ]

কমাণ্ডাৰ শ্বেপাৰ্ড আৰু শ্ৰীমতী শ্বেপাৰ্ডক আদৰণি জনোৱাত আমাৰ সকলোৰে হৈ মই মহান আনন্দ প্ৰকাশ কৰিব খুজিছোঁ। মই ভাবোঁ, এই মহান দেশৰ নাগৰিক হিচাপে তেওঁলোকে জানে যে তেওঁক লৈ আমি কিমান গৰ্ব্বিত, তেওঁৰ সাধনত আমি কিমান সুখী, আৰু আমাৰ দেশৰ তেওঁ কি মহান সেৱা কৰিছে। আৰু শ্ৰীমতী শ্বেপাৰ্ডক লৈও আমি গৰ্ব্বিত। মোৰ বিশ্বাস আন আন মহাকাশ-যাত্ৰীসকলে এই কথা জানে যে তেওঁলোকক লৈও আমি সমানে গৰ্ব্বিত। কমাণ্ডাৰ শ্বেপাৰ্ডে আঙুলিয়াই দিছে যে ই এটি সমূহীয়া

প্ৰচেষ্টা য'ত বহুতো মানুহ সংশ্লিষ্ট আছে। মই ভাবোঁ, এনেকুৱা বিশি এসল আমেৰিকানৰ লগত সংযুক্ত থাকি তেওঁ গৌৰৱান্বিত—যিসকলক সম্মা জনাবলৈ পাই আমি সকলোৱে আজি আনন্দিত, যিসকল মহাশূন্য-যাত্ৰাত তেওঁৰ লগৰীয়া। গতিকে মই ভাবোঁ, তেওঁলোক সকলোকে ইয়াৰ ভাগ লবলৈ দিয়া উচিত। পৰিশ্ৰমী আৰু স্বাস্থ্যবান তেওঁলোক; বাকীসকল ৱাচিংটনৰ কৰ্ম্মী।.........

লগতে এই কথাটোও মই স্বীকাৰ কৰিব খুজিছোঁ যে বিফলতাৰ সকলো সম্ভাৱনাৰ মাজত মুকলিভাৱে এই যাত্ৰা আৰম্ভ কৰা হৈছিল; বিফল হোৱা-হলে আমাৰ দেশৰ সম্মানত বেয়াকৈ আঘাত লাগিলহেতেন। যিহেতু এই কাম ডাঙৰ বিপদৰ মাজত সমাধা কৰা হৈছে, গতিকে মোৰ মতে আমি গৰ্ব্ব কৰিব পাৰোঁ যে আমাৰ এই মুক্ত সমাজে ডাঙৰ বিপদৰ মাজতো বহুত লাভ কৰিব পাৰে।

( মে মাহৰ শেষভাগত প্ৰেচিডেণ্টে সেই বছৰত মহাশূন্য সম্বন্ধে চৰকাৰৰ নীতিৰ অতি গুৰুত্বপূৰ্ণ আলোচনা কৰিছিল। )

[ জাতীয় জৰুৰী আৱশ্যকতাৰ বিষয়ে কংগ্ৰেচলৈ বিশেষ বাণী, ২৫ মে, ১৯৬১ চন ]

পৃথিৱীত বৰ্ত্তমান চলি থকা স্বাধীনতা আৰু স্বেচ্ছাচাৰিতাৰ বিবাদত জয়লাভ কৰিবলৈ হ'লে, যিবিলাক মানুহে কোনটো পথ লব তাৰ বিষয়ে চিন্তা কৰি আছে, সেইবিলাক লোকৰ মনত ১৯৫৭ চনৰ স্পুটনিকৰ দৰে যোৱা কেইসপ্তাহৰ মহাশূন্য আৱিষ্কাৰৰ নাটকীয় ঘটনাৱলীয়ে কি প্ৰভাৱ পেলাব পাৰে, সেই কথা আমি স্পষ্টভাৱে বুজিব লাগিব। মোৰ দায়িত্ব গ্ৰহণৰ আৰম্ভণিৰপৰাই আমাৰ মহাশূন্য প্ৰচেষ্টা পৰীক্ষা কৰি থকা হৈছে। জাতীয় মহাশূন্য সম্মিলনৰ চেয়াৰমেন আমাৰ ভাইচ্ প্ৰেচিডেণ্টৰ পৰামৰ্শমতে কি ক্ষেত্ৰত আমি শক্তিশালী আৰু কি ক্ষেত্ৰত নহয়, কি ক্ষেত্ৰত আমি সফল হব পাৰোঁ, কি ক্ষেত্ৰত নোৱাৰোঁ সেই বিষয়ে বিচাৰ কৰি চোৱা হৈছে। দীঘল পদক্ষেপ লোৱাৰ এয়েই সময়, নতুন এক আমেৰিকান মহোৎসৱৰ এয়েই সময়, এই দেশে মহাকাশ আৱিষ্কাৰত স্পষ্ট নেতৃত্ব লোৱাৰ এয়েই সময়, যি

আৱিষ্কাৰে হয়তো এদিন এই পৃথিৱীত আমাৰ ভৱিষ্যতৰ চাবিকাঠি লব পাৰে।

মোৰ বিশ্বাস, সকলো আৱশ্যকীয় সম্পদ আৰু মেধা আমাৰ আছে। কিন্তু ঘাই কথা হ'ল, আমি এই নেতৃত্বৰ বাবে জাতীয় সংকল্প এতিয়াও গ্ৰহণ কৰা নাই অথবা আমাৰ সম্পদৰাজি ব্যৱহাৰ কৰা নাই। কোনো জৰুৰী সময় নিৰ্দ্ধাৰিত কৰি কোনো দীৰ্ঘ-ম্যাদী উদ্দেশ্য হাতত লোৱা নাই অথবা সেই উদ্দেশ্য সাধনাৰ বাবে আমাৰ সম্পদ আৰু সময়ৰ সম্পূৰ্ণ ব্যৱহাৰ কৰা নাই। চোভিয়েটে তেওঁলোকৰ বৃহৎ ৰকেটৰ বলত—যিয়ে তেওঁলোকক কেবা মাহো আগুৱাই যাবলৈ সুবিধা দিছে—লাভ কৰা নেতৃত্ব আৰু সেই নেতৃত্ব আন বহুতো চমক লগোৱা কামেৰে কিছুকালৰ কাৰণে বহাল ৰখাৰ সম্ভাৱনা মানি ল'লেও, আমি নিজেও নতুন নতুন প্ৰচেষ্টা হাতত লব লাগিব। কিয়নো, যদিও আমি নিশ্চয়কৈ কব নোৱাৰোঁ যে এদিন আমি প্ৰথম হম, তথাপি এইটো আমি নিশ্চয়কৈ কব পাৰোঁ যে চেষ্টা নহলে আমি সকলোতে পিছ-পৰি থাকিম। মুকলিভাৱে এই প্ৰচেষ্টা চলাই আমি বিপদৰ কাম কৰিছোঁ; কিন্তু মহাকাশচাৰী শ্বেপাৰ্ডৰ কামৰপৰা এইটো প্ৰমাণিত হ'ল যে কৃতকাৰ্য্য হোৱাৰ পিচত এই বিপদ-বৰণে আমাৰ সন্মান বৃদ্ধিহে কৰিছে। কিন্তু ই কেৱল এক প্ৰতিযোগিতাই নহয়। আমি মহাশূন্যলৈ গৈছোঁ। এই কাৰণেই যে মানৱ-জাতিয়ে যি কৰে মুক্ত জগতে তাৰ অংশ লোৱা উচিত।

সেই কাৰণেই—মহাশূন্য প্ৰচেষ্টাৰ বাবে আগতে অনুৰোধ কৰা ধনৰ উপৰিও, তলত কোৱা জাতীয় উদ্দেশ্যবোৰ সাধনৰ বাবে আৰু ধন অনুমোদন কৰিবলৈ মই কংগ্ৰেচক অনুৰোধ কৰিছোঁ:

প্ৰথম, মোৰ বিশ্বাস, এই দশকৰ ভিতৰতে এজন মানুহ চন্দ্ৰলৈ পঠিয়াই আৰু তাৰপৰা নিৰাপদে ঘূৰাই অনাৰ কাম সমাধা কৰিবলৈ এই দেশে সংকল্প লোৱা উচিত। এই কালছোৱাত আন কোনো মহাকাশ-আঁচনি মানুহৰ মনত বেছি চমকপ্ৰদ অথবা দীৰ্ঘ-ম্যাদী মহাকাশ আবিষ্কাৰৰ বাবে বেছি গুৰুত্ব-পূৰ্ণ নহব, আৰু ইয়াতকৈ আন কোনো কাম বেছি ব্যয়-সঙ্কুল অথবা জটিলতৰ নহব। চন্দ্ৰ-গমনকাৰী উপযুক্ত মহাকাশযান সজা কাম খৰ্‌তকীয়া কৰিবলৈ আমি আশা কৰিছোঁ। কোনবিধ বেছি উপযোগী সেই বিষয়ে নিশ্চিত নোহোৱালৈকে আমি বৰ্ত্তমানৰবোৰতকৈ বহুত ডাঙৰ, গোটা আৰু পনীয়া ইন্ধন ব্যৱহাৰ কৰা দুয়োবিধ যানকে সাজিবলৈ থিৰ কৰিছোঁ।

অন্যান্য যন্ত্ৰপাতি লাগিবৰ বাবে আৰু [illegible] বাবে আমাক ধন লাগে। মানুহহীন অভিযান বিশেষকৈ এটা [illegible] বাবে অত্যাৱশ্যকীয় যিটো এই দেশে কেতিয়াও হেয়জ্ঞান কৰি [illegible]। এই উদ্দেশ্য হৈছে, এই দুঃসাহসিক অভিযানৰ প্ৰথম মানুহজনৰ জীৱন নিৰাপদে ৰখা প্ৰকৃতাৰ্থত কেৱল এজন মানুহেই চন্দ্ৰলৈ নাযাব, গোটেই দেশেই যাব? কিয়নো তেওঁক তাত উপস্থিত কৰাবৰ বাবে আমি প্ৰত্যেকেই কাম কৰিব লাগিব।

*দ্বিতীয়, ৰোভাৰ ( Rover ) আণৱিক ৰকেট নিৰ্ম্মাণ খৰ্তকীয়া কৰিবৰ বাবে আগতে হাতত থকা ৭ নিযুত ডলাৰৰ লগতে আৰু ২৩ নিযুত ডলাৰৰ আৱশ্যক। এই কামৰ দ্বাৰা হয়তো এদিন চন্দ্ৰৰো সিপাৰে, হয়তো সৌৰ-জগতৰ সিমূৰলৈ মহাকাশ আৱিষ্কাৰৰ অধিক উত্তেজনাপূৰ্ণ আৰু উচ্চ-কাঙ্খামূলক উদ্দেশ্য সাধন হব।*

তৃতীয়, পৃথিৱীজোৰা সংবাদ-সৰবৰাহৰ বাবে কৃত্ৰিম উপগ্ৰহৰ ব্যৱহাৰ খৰ্তকীয়া কৰি এই ক্ষেত্ৰত আমাৰ নেতৃত্ব বহাল ৰাখিবলৈ ৫০ নিযুত ডলাৰেই হব।

চতুৰ্থ, ৭৫ নিযুত ডলাৰৰ সহায়ত,—ইয়াৰে ৫৩ নিযুত ডলাৰ বতৰ-গৱেষণা বিভাগৰ বাবে—আমি এক পৃথিৱীজোৰা বতৰ-নিৰীক্ষণ উপগ্ৰহৰ ব্যৱস্থা আগতীয়াকৈ কৰিব পাৰিম।

এইটো পৰিষ্কাৰ হোৱা উচিত, মই কংগ্ৰেচ আৰু দেশক এক নতুন কামৰ দৃঢ়-সংকল্প লবলৈ আবেদন জনাইছোঁ। এই কাম বহু বছৰ ধৰি চলিব আৰু ইয়াত ১৯৬২ চনৰ বিত্তীয় বছৰত ৫৩১ নিযুত ডলাৰ খৰচ হব। আৰু অহা পাঁচ বছৰত হিচাপ কৰা মতে ৭-ৰপৰা ৯ বিলিয়ন ডলাৰলৈ অধিক খৰচ হব। এই সিদ্ধান্ত শেষত কংগ্ৰেচে লবই লাগিব। আধা-বাট গৈ অথবা বিঘিনি দেখি বৈ যোৱাতকৈ, মোৰ মতে, একেবাৰে নোযোৱাই ভাল।

এই দেশে এই সিদ্ধান্ত লবই লাগিব। মোৰ দৃঢ়-বিশ্বাস, কংগ্ৰেচৰ মহাকাশ-কমিটি আৰু Appropriating Committees-অৰ নেতৃত্বত আপোনালোকে এই কথা ভালদৰে বিবেচনা কৰি চাব।

আমি এটা জাতি হিচাপে গ্ৰহণ কৰা ই এটা অতি গুৰুত্বপূৰ্ণ সিদ্ধান্ত। আপোনালোক সকলোৱে যোৱা চাৰি বছৰত মহাকাশ আৰু মহাকাশ-অভিযানৰ গুৰুত্ব দেখিছে। কোনেও কব নোৱাৰে, মহাকাশ জয়ৰ শেষ-ফল কি হব পাৰে।

মই ভাবো, আমি চন্দ্ৰলৈ যোৱা উচিত। কিন্তু মই ভাবো, এই দেশৰ প্ৰত্যেক নাগৰিক আৰু কংগ্ৰেছৰ সদস্যসকলে সিদ্ধান্ত গ্ৰহণৰ আগতে ভালদৰে চিন্তা কৰি চোৱা উচিত। অনেক সপ্তাহ, অনেক মাহ ধৰি ই আমাৰ মনোযোগ আকৰ্ষণ কৰি আছে। ই এক গধুৰ বোজা। আমি কঠোৰ যত্ন কৰিবলৈ অথবা গধুৰ ব্যয় সাধন কৰিবলৈ প্ৰস্তুত নহলে, যুক্তৰাজ্যই মহাকাশত উচ্চস্থান পাওক বুলি সন্মতি দিয়া অথবা ইচ্ছা কৰাৰ কোনো মানে নাই। আমি যদি প্ৰস্তুত নহয়, এতিয়াই তাৰ কাৰণে সিদ্ধান্ত লোৱা উচিত।.........

এই কামৰ বাবে বৈজ্ঞানিক আৰু কাৰিকৰী লোক, বয়-বস্তু আৰু সা-সুবিধা যোগানৰ আৰু আন আন দৰ্কাৰী কামত তাকৰীয়াকৈ ন্যস্ত থকা সম্পদবোৰ ঘূৰাই অনাৰ বাবে এক বিৰাট জাতীয় সংকল্পৰ আৱশ্যক। ইয়াৰ বাবে দৰ্কাৰ ত্যাগ, সংগঠন আৰু শৃঙ্খলাৰ—যিবিলাক আমাৰ গৱেষণা আৰু বিকাশৰ কামত সদায় পোৱা নাযায়। ইয়াৰ মানে আমি অসঙ্গতভাৱে কৰ্ম্ম পৰিত্যাগ কৰিব নোৱাৰোঁ, অপচয়মূকল আন্তঃবিভাগীয় প্ৰতিদ্বন্দ্বিতাত ব্যস্ত থাকিব নোৱাৰোঁ, অথবা গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত লোকৰ অসুবিধাজনক সাল-সলনিত আত্ম-নিয়োগ কৰিব নোৱাৰোঁ।

নতুন উদ্দেশ্য অথবা নতুন ধনে এইবিলাক সমস্যা সমাধান কৰিব নোৱাৰে। সিবিলাকে বৰং এই সমস্যাবিলাক বেছি জটিল হে কৰিব, যেতিয়ালৈকে প্ৰত্যেকজন বৈজ্ঞানিক, ইঞ্জিনীয়াৰ, সৈনিক, কাৰিকৰী লোক, ঠিকাদাৰ আৰু চৰকাৰী কৰ্ম্মচাৰীয়ে ব্যক্তিগতভাৱে প্ৰতিজ্ঞা নকৰে যে এই দেশে মহাকাশৰ উত্তেজনাপূৰ্ণ অভিযানত মুক্তিৰ প্ৰচণ্ড গতিৰে অগ্ৰসৰ হব।

## ষষ্ঠ অধ্যায়

## অৰ্থনীতি

"কোনোবাই যদি চলাঁকৈয়ে কাম বিচাৰি আছে আৰু পোৱা নাই, তেনেহলে তেওঁ যুক্তৰাজ্য চৰকাৰ আৰু ৰাইজৰ দৃষ্টি আকৰ্ষণৰ যোগ্য। .. "

"......আমাৰ আঁচনিসমূহৰ উদ্দেশ্য হোৱা উচিত আমেৰিকাৰ উৎপান-ক্ষমতা এনেকুৱা হাৰত বৃদ্ধি কৰা যিয়ে পৃথিবীক দেখুৱাব পাৰে স্বাধীন অৰ্থনীতিৰ ক্ষমতা আৰু জীৱনীশক্তি কিমান!"

"......আমাৰ ৰাজহ আৰু কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে বাণিজ্যত আপোনা-লোকৰ লাভ আৰু কৃতকাৰ্য্যতাৰ ওপৰত। · চৰকাৰ আৰু ব্যৱসায়-মহল স্বাভাৱিক শত্ৰু নহয়, আৱশ্যকীয় বন্ধুহে।"

"অৰ্থনৈতিক উদ্‌গতি হোৱাৰ লগে লগে অসঙ্গত মূল্য আৰু মজুৰি বৃদ্ধিৰ বাবে লোভ দেখা দিব। এইবিলাক আমি মানি লব নোৱাৰোঁ।"

## অৰ্থনৈতিক উদ্‌গতি

[ ১৯৬০ চনৰ অৰ্থনৈতিক অৱনতি ( Recession ) শীতকাললৈ চলি আছিল আৰু প্ৰেচিডেণ্ট কেনেডিৰ কাৰ্য্যভাৰ গ্ৰহণৰ সময়তো চলি আছিল। নিৰ্ব্বাচনী-অভিযানত ই উত্তপ্ত আলোচনাৰ বিষয় আছিল ; আৰু প্ৰেচিডেণ্টে ঠাইকৈ তেওঁৰ মতামত প্ৰকাশ কৰিছিল। কাৰ্য্যভাৰ গ্ৰহণৰ দুসপ্তাহ পিচত তেওঁ কংগ্ৰেচলৈ তেওঁৰ অৰ্থনৈতিক উদ্‌গতি আৰু বৃদ্ধিৰ *বিষয়ে বাণী পঠিয়াইছিল।* ]

*[ অৰ্থনৈতিক উদ্‌গতি আৰু বৃদ্ধি সম্বন্ধে কংগ্ৰেচলৈ দিয়া বাণী, ২ ফেব্ৰুৱাৰী, ১৯৬১ চন ]*

জাতীয় নিৰাপত্তা আৰু বিশ্ব-নেতৃত্বৰ দায়িত্ব পালনৰ আৰু লগতে ঘৰুৱা উন্নয়নৰ দাবী পূৰণ কৰিবলৈ আমেৰিকাৰ মানৱীয় আৰু বস্তুগত সম্বল আছে। কিন্তু আমাৰ দেশৰ অৰ্থনৈতিক সামৰ্থ্যৰ অভাৱ ক্ৰমে বেছি হৈ গৈ আছে।

যোৱা সাত বছৰত আমাৰ বৃদ্ধিৰ হাৰ চিন্তাজনকভাৱে কমি গৈছে। যোৱা চাৰে-তিনি বছৰত আমাৰ উৎপাদন-ক্ষমতা আৰু প্ৰকৃত উৎপাদনৰ ব্যৱধান দীৰ্ঘস্থায়ী হোৱাৰ ভয় দেখা গৈছে।

আৰু যোৱা বছৰত অৱনতি ( Recession ) আৰু সোণ-হানিৰ ফলত অৰ্থনৈতিক সমস্যাবোৰ আৰু সংকটপূৰ্ণ হৈছে। আমাৰ সোণৰ অৱস্থা আৰু আন্তৰ্জাতিক পৰিশোধ-সমতাৰ ( International balance of payments ) বিষয়ে মই কংগ্ৰেচলৈ বেলেগ এক বাণী পঠিয়াম।

অৰ্থনৈতিক পতন আৰু শিথিলতা লৈ দেশে সন্তুষ্ট থাকিব নোৱাৰে আৰু নাথাকে। যুক্তৰাজ্যই এই জাতীয় অভাৱ আৰু বিশ্ব-সংকটৰ সময়ত অৰ্থনৈতিক প্ৰগ্ৰতিৰ সুযোগবোৰ অথলে যাব দিব নোৱাৰে। তথাপি, কেবা বছৰৰেপৰা জমা হৈ থকা ঘাটিবোৰ এদিনতে অথবা এবছৰতে পূৰণ কৰিবলৈ আমি আশা কৰিব নোৱাৰোঁ।

কিন্তু ১৯৬১ চনৰ বাবে বাস্তৱ লক্ষ্যবোৰ হ'ল আমাৰ অৰ্থনীতিৰ অধোমুখী গতিৰ বেগ ওলোটাই দিয়া, অব্যৱহৃত সম্পদ পাৰ্য্যমানে ব্যৱহাৰ কৰা, নিবনুৱা সমস্যাৰ অপচয় আৰু দুৰ্দ্দশা দূৰ কৰা আৰু লগতে দ্ৰব্যমূল্য-স্তৰ সঙ্গতভাৱে স্থিৰ ৰখা।

১৯৬২ আৰু ১৯৬৩ চনৰ বাবে আমাৰ আঁচনিসমূহৰ লক্ষ্য হোৱা উচিত আমেৰিকাৰ উৎপাদন-ক্ষমতা এনে হাৰত বৃদ্ধি কৰা যিয়ে জগতক দেখুৱাব পাৰে স্বাধীন অৰ্থনীতিৰ ক্ষমতা আৰু জীৱনী-শক্তি কিমান। এইবিলাক কেৱল মধুৰ আশাই নহয়; বাস্তৱ লক্ষ্যও। এই লক্ষ্য-সাধনৰ বাবে আমি চূড়ান্ত প্ৰচেষ্টাৰ কাৰণে আশা কৰিছোঁ আৰু প্ৰতিজ্ঞা কৰিছোঁ।

আমেৰিকাৰ অৰ্থনীতিৰ সম্বল বাঢ়িয়েই আছে। প্ৰতি বছৰে শ্ৰম-ক্ষমতা শতকৰা ১·৫ ভাগকৈ বাঢ়ি আছে। নতুন আৰু উন্নত কাৰখানা আৰু যন্ত্ৰপাতি, আধুনিক কাৰিকৰী-বিদ্যা আৰু উন্নত মানৱীয় কৌশলৰ গুণত মানুহে-প্ৰতি উৎপাদন বছৰি শতকৰা ২ ভাগকৈ বাঢ়ি আছে। মানুহ আৰু উৎপাদনৰ এই বৃদ্ধিয়ে মুঠ জাতীয় উৎপাদনৰ শতকৰা ৩·৫ ভাগ সম্ভাব্য বছৰেকীয়া বৃদ্ধিৰ ভেটি ৰচনা কৰিছে। এইটো উচ্চ হাৰ নহয়। আমাৰ সম্ভাব্য বৃদ্ধিৰ হাৰ আৰু বঢ়াব পাৰি আৰু বঢ়োৱা উচিত। তাৰ বাবে আমি দেশৰ শাৰীৰিক আৰু মানৱীয় সম্পদ, বিজ্ঞান আৰু কাৰিকৰী-বিদ্যাৰ বাবে কৰা জাতীয় ব্যয় বৃদ্ধি কৰিছোঁ।

অনিয়ন্ত্ৰিত ( Unbalanced ) অৰ্থনীতিয়ে নিয়ন্ত্ৰিত (Balanced) বাজেট দিব নোৱাৰে। অৰ্থনীতিৰ অৱস্থা যেতিয়া শোচনীয় হয়, ট্ৰেজাৰীৰ পকেট-বুকত তেতিয়া খেলিমেলি লাগে। গৃহস্থী আৰু প্ৰতিষ্ঠানৰ নিম্নতৰ আয়ৰ প্ৰভাৱ ফুটি উঠে চৰকাৰে পোৱা নিম্নতৰ কৰৰ হাৰত। নিবনুৱাসকলৈ দিয়া সাহায্য আৰু আৰ্থিক দুৰ্গতি নিবাৰণৰ কাৰণে কৰা আন আন কামৰ বাবে হোৱা খৰচবোৰ বাণিজ্য-পতন ( Business-declines ) হিচাপে দেখা দিয়াটো নিশ্চিত। সেয়েহে, ১৯৫৯ চনৰ বিত্তীয় বছৰৰ ১২ বিলিয়ন ডলাৰৰ ঘাটিয়ে মনত পেলাই দিয়ে যে অৰ্থনৈতিক অৱনতিয়ে বাজেট অনিয়ন্ত্ৰিত কৰে। সেয়েহে, ১৯৬১ আৰু ১৯৬২ চনৰ বিত্তীয় বছৰৰ বাজেটত ৰাহিৰ সম্ভাৱনা নাইকিয়া হৈছে।

ফেডাৰেল বাজেটক প্ৰগতি আৰু স্থিৰতাৰ সহায়ক কৰিব পাৰি আৰু কৰা উচিত; উদ্‌গতিৰ প্ৰতিবন্ধক হিচাপে নহয়। এই চৰকাৰৰ উদ্দেশ্য এনেকুৱা এক ফেডাৰেল ৰাজহ ব্যৱস্থাৰ সৃষ্টি কৰা যিয়ে অৰ্থনৈতিক-চক্ৰৰ (Economic cycle ) বছৰ কেইটাত বাজেট নিয়মিত কৰিব আৰু উচ্চ-হাৰত কৰ্ম্ম-নিয়োগৰ ( High employment ) কালত ঋণ-সম্পূৰণৰ বাবে ৰাহি কৰিব।

এই বাহিৰে বাটবিলাক সহজতে পূৰণ [illegible] যেনা বহু কেইটাত নিম্নস্তৰৰ অৰ্থনৈতিক অৱস্থা উন্নত কৰা [illegible] হ'ব।……

মই এতিয়া উত্থাপন কৰিব খোজা আঁচনিসমূহে আগতে দাখিল কৰ বাজেট অনিয়ন্ত্ৰিত নকৰে। অভাৱগ্ৰস্ত মানুহক দিব পৰাৰ সুবিধাৰ আৰ অৰ্থনীতিত সঙ্গত বিত্তীয় প্ৰভাৱৰ ভৱিষ্যতে উদ্‌গতি ( Recovery ) থৰ্ তকীয় কৰিবৰ বাবে আৰু দুৰ্দ্দশা গুচাবৰ বাবে কৰ্ত্তব্য পূৰণ কৰিবলৈ এই আঁচনিসমূহ যুগুত কৰা হৈছে। এইবোৰে বৰ্ত্তমান অৰ্থনীতি শিথিল হোৱাৰ সময়ত ভোগ-ব্যয় ( Consumer spending ) ৰক্ষা কৰিব আৰু মুঠ চাহিদা বঢ়াব। যেতিয়া কৰ্ম্ম-নিয়োগ আৰু উৎপাদন আগৰ অৱস্থালৈ আনিব পৰা যাব তেতিয়া এই ব্যয়বোৰৰ বহুতেই আপোনা-আপুনি বন্ধ হব।

এই বাহিৰে থকা আন আন ব্যৱস্থাসমূহৰ দ্বাৰা দীৰ্ঘ-ম্যাদী বৃদ্ধিৰ বাবে জাতীয় অৰ্থনৈতিক ক্ষমতা আৰু কৰ-ৰাজহৰ দৰ্কাৰ মতে ব্যৱহাৰ কৰিব খোজা হৈছে। এইবোৰ অৱনতি ( Recession ) নোহোৱা সময়তো আৱশ্যকীয়। এই ব্যৱস্থাবোৰ লব খোজা হৈছে যিহেতু দেশৰ সেইবোৰ আৱশ্যক, দেশে তাক কৰিব পাৰে আৰু সেইবোৰ কৰা নহলে দেশ দুখীয়া হব।……

ক্ষিপ্ৰ কাৰিকৰী পৰিবৰ্ত্তনৰ ফলত নিয়োগৰ ক্ষেত্ৰত নানা বেমেজালিয়ে দেখা দিছে। ইয়াৰ ফলত উন্নত কাৰিকৰী জ্ঞানে দিয়া সকলো সুবিধা আয় বৃদ্ধিৰ বাবে ব্যৱহাৰ কৰিব পৰা নাই। কিছুমান বিশেষ কাৰখানা আৰু উদ্যোগত কিছুমান সমস্যা সমাধান কৰাত শ্ৰম আৰু উদ্যোগে সহযোগমূলক বাট দেখুৱাইছে। চৰকাৰী তৎপৰতাৰো দৰ্কাৰ, কেৱল অৰ্থনৈতিক বৃদ্ধিৰ অনুকূল পৰিৱেশ এটা ৰক্ষা কৰিবলৈকেই নহয়, অৰ্থনৈতিক বেমেজালিৰে পৰিপূৰ্ণ সম্প্ৰদায় আৰু উদ্যোগত দেখা দিয়া কিছুমান বিশেষ বিশেষ সমস্যা সমাধান কৰিবলৈ আৰু যিবিলাকে কাৰিকৰী পৰিবৰ্ত্তনৰ ফলত নিবনুৱা হৈ অন্যায়ভাৱে কষ্ট ভোগ কৰিবলগীয়া হৈছে তেওঁলোকক সহায় কৰিবলৈও ··।

কাৰিকৰী পৰিবৰ্ত্তনৰ লগত খাপ-খাই লবৰ বাবে উপায় বিচৰাত চৰকাৰে শ্ৰমিক আৰু মালিকক উৎসাহ যোগাই সহায় কৰিব পাৰে। ইয়াৰদ্বাৰা অৰ্থনৈতিক প্ৰগতিৰ প্ৰতি যি অনুকূল মনোভাব আমেৰিকাৰ ব্যৱসায়-মহল আৰু শ্ৰমিকৰ বৈশিষ্ট্য, সেই মনোভাব ৰক্ষিত আৰু উজ্জীবিত হ'ক।

. ..আমাৰ চৰকাৰী শ্ৰমিক-মালিক নীতিৰ ওপৰত প্ৰেচিডেণ্টৰ এখন উপদেষ্টা পৰিষদ ('President's Advisory Committee on Labor-Management policy') গঠন কৰিবলৈ মই এক কাৰ্য্যকৰী নিৰ্দেশ জাৰি কৰিম। এই পৰিষদ গঠিত হব শ্ৰমিক, মালিক আৰু ৰাইজৰপৰা সদস্য লৈ। মুকলি আৰু দায়িত্বপূৰ্ণ বেচা-কিনা উদ্যোগক শান্তি, বিবেচনাপূৰ্ণ মজুৰি নীতি, বিবেচনাপূৰ্ণ দ্ৰব্য-মূল্য নীতি আৰু স্থিৰতা, জীৱন-নিৰ্ব্বাহৰ উচ্চ-মান, বৰ্দ্ধিত উৎপাদন-ক্ষমতা বিশ্ব-বজাৰত আমেৰিকাৰ প্ৰতিযোগিতামূলক স্থান— এইবিলাকৰ উন্নতি সাধনাৰ্থে শ্ৰমিক, মালিক আৰু ৰাইজে কৰিব পৰা কামৰ বিষয়ে এই সমিতিয়ে প্ৰেচিডেণ্টক পৰামৰ্শ দিব।

জাতীয় মানৱিক শ্ৰমৰ আৱশ্যকতা আৰু যান্ত্ৰিক স্বয়ংক্ৰিয়তা (Automation) আৰু আন আন কাৰিকৰী প্ৰগতিৰ ফলত হোৱা সুবিধা আৰু সমস্যাবোৰ এই সমিতিয়ে বিবেচনা কৰিব। এই সমিতিয়ে শ্ৰমিক-মালিক সম্পৰ্কৰ উন্নতি সাধনত বৰঙণি যোগোৱাত আৰু দ্ৰব্য-মূল্যৰ স্থিৰতা আৰু অৰ্থনীতিৰ স্বাস্থ্য ৰক্ষা কৰাত সেই সম্পৰ্কৰ গুৰুত্ব সম্বন্ধে বুজ লোৱাত মই নজৰ ৰাখিম।

আমেৰিকাৰ দ্ৰব্য-মূল্যস্তৰ প্ৰধানকৈ শ্ৰমিক আৰু মালিকৰ মাজত মজুৰি আৰু দ্ৰব্য-মূল্যৰ বন্দোবস্তৰ ওপৰত নিৰ্ভৰ কৰে। নিয়োগৰ মাত্ৰা বাঢ়ি অহাৰ লগে লগে এই নিৰ্ভৰশীলতা বেছি গুৰুত্বপূৰ্ণ হৈ উঠে। বিদেশী দ্ৰব্যৰ লগত আমেৰিকাৰ দ্ৰব্যক সফল প্ৰতিযোগী কৰিব পৰা নীতিৰ আৱশ্যকতাৰ বিষয়ে আমি সকলোৱে এতিয়া সচেতন হব লাগিব।

অবিবেচনাপূৰ্ণ মজুৰি আৰু দ্ৰব্য-মূল্য আন্দোলন আমি কেতিয়াও মানিব নোৱাৰোঁ। ইবিলাকে ব্যয় বৃদ্ধি কৰে, আমাৰ আন্তৰ্জ্জাতিক প্ৰতিযোগিতামূলক স্থান দুৰ্ব্বল কৰে, নিয়োগ সম্ভাৱনা সীমিত কৰে আৰু আমাৰ ঘৰুৱা অৰ্থনীতিৰ অৱস্থা বিপদপূৰ্ণ কৰে।

আগতে উনুকিওৱা কৰ-উত্তেজক এক আঁচনিয়েও দ্ৰব্য-মূল্য স্থিৰ ৰখাত সহায় কৰিব পাৰে। এই আঁচনিয়ে উন্নত কাৰখানা আৰু সৰঞ্জামত উচ্চ হাৰত ধন খটোৱাত উদগনি যোগাব।

বহুতো উৎপন্ন বস্তু আৰু কামত মূল্য-বৃদ্ধি হৈছে এই কাৰণে যে এই উদ্যোগবিলাক উৎপাদন-ক্ষমতা আৰু কাৰিকৰী উন্নতিৰ ক্ষেত্ৰত পিছ-পৰি গৈছে। দৰাচলতে, বৰ্ত্তমানৰ অৰ্থনৈতিক পৰিস্থিতিত আটাইবোৰ ক্ষেত্ৰতে

উৎপাদন-ক্ষমতা বৃদ্ধিৰ গতি বঢ়াই দিব পাৰিলে দ্ৰব্য-মূল্য স্থিৰ ৰখাত সহায় হব।

আমি এখন দেশ হিচাপে এই কথা মানি লব লাগিব যে যুক্তিসঙ্গতভাৱে দ্ৰব্য-মূল্য স্থিৰ ৰাখিবলৈ হ'লে শিথিল অৰ্থনীতি, দীঘলীয়া নিৱনুৱা সমস্যা আৰু বৃদ্ধিৰ শামুকীয়া গতি সহ্য কৰিব লাগিব।

অথবা, জীৱন-নিৰ্ব্বাহৰ ব্যয় অত্যাধিকভাৱে বৃদ্ধি কৰি অল্প-ম্যাদী কালত অৰ্থনৈতিক লাভ পাবলৈও আমি নিবিচাৰোঁ। দুৰ্ব্বলৰ নিষ্ঠুৰ বোজা মুদ্ৰাস্ফীতিৰ নিশ্চিত ফল লেন-দেনৰ উদ্বৃত্তৰ সংকট আৰু পশ্চিম জগতৰ আন্তৰ্জাতিক অৰ্থনীতিৰ ভাঙন।

মুদ্ৰাস্ফীতিৰ কোনো এটা কাৰণ নাই। যুদ্ধোত্তৰ কালত এনেকুৱা বহুত সময় আহিছে যেতিয়া উৎপাদনতকৈ ব্যয় বেছি হোৱা কাৰণে দ্ৰব্য-মূল্য তীব্ৰ গতিত বাঢ়িছে। চৰকাৰে এই কাৰ্য্যত সহায় নকৰে, আৰু অহা-বছৰত তেনে কোনো প্ৰচেষ্টাৰ ভয় দেখিলে আমি আমাৰ হাতত থকা বিত্তীয় আৰু মুদ্ৰানীতিৰ শক্তিশালী অস্ত্ৰৰ সহায়ত তাক বন্ধ কৰিম।

কিছুমান ক্ষেত্ৰত মূল্য-বৃদ্ধি হৈছে চাহিদাৰ ৰূপৰ কিছুমান মৌলিক পৰিবৰ্ত্তন অনুসৰি উৎপাদনশীল সম্পদবোৰ সোনকালে খাপ খুৱাই লব নোৱাৰাৰ কাৰণে। বৰ্দ্ধিত চাহিদাৰ ক্ষেত্ৰলৈ শ্ৰম আৰু মূলধন নিওৱাত উদগনি যোগাবলৈ আমি উপায় বিচাৰিম।

[ এই বাণীৰ আন অংশত প্ৰেচিডেণ্টে ঘোষণা কৰিছিল যে কাৰখানা আৰু সা-সৰঞ্জামত অধিক ধন খটোৱাত উদগনি যোগাবৰ বাবে ব্যৱসায় কৰ-কাটলৰ সুব্যৱস্থা কৰিবলৈ ব্যৱস্থা অৱলম্বন কৰিব। তাৰোপৰি প্ৰেচিডেণ্টে :

১। (ক) নিম্নতৰ মাহিলি অৱসৰ-অধিদান ( retirement benefit ) উচ্চ কৰিবলৈ, (খ) ৬২ বছৰ বয়সত মজুৰি দিবলৈ, (গ) যোগ্যতা-আৱশ্যকতা সমূহ শিথিল কৰিবলৈ, (ঘ) বৃদ্ধ বিধৱালৈ দিয়া অধিদান বঢ়াবলৈ আৰু (ঙ) অক্ষমতা-বীমাৰ ( Disability-insurance protection ) পৰিসৰ বৃদ্ধি কৰিবলৈ সামাজিক নিৰাপত্তা আঁচনি শুধৰাবৰ বাবে পৰামৰ্শ দিছিল।

২। নিম্নতম মজুৰি বঢ়াবৰ বাবে আৰু আগতে সুবিধা নোপোৱা কেবা

নিযুক্ত শ্ৰমিকক সেই সুবিধা-দানৰ ব্যৱস্থা কৰিবৰ বাবে পৰামৰ্শ দিছিল।

৩। নিবনুৱা-বীমাৰ সুবিধা অস্থায়ীভাৱে বঢ়াবলৈ আৰু ফেডাৰেল ৰাজ্যিক নিবনুৱা-বীমা ব্যৱস্থাৰ স্থায়ী সংস্কাৰ সাধন কৰিবলৈ পৰামৰ্শ দিছিল।

৪। ঘোষণা কৰিছিল যে বিত্তনীতি আৰু ঋণ-পৰিচালনাত চৰকাৰৰ লক্ষ্য হ'ব (ক) অধিক ধন বাহিৰলৈ যোৱাত সুবিধা দিয়া অল্পস্থায়ী সুতৰ হাৰৰ পতন বন্ধ কৰা, আৰু লগতে (খ) দীৰ্ঘ-ম্যাদী সুতৰ হাৰৰ পতনত সহায় কৰা।

৫। (ক) ফেডাৰেল গৃহ-নিৰ্মাণ পৰিষদে দিয়া ঋণৰ উচ্চতম সুতৰ হ্ৰাস কৰাৰ কথা আৰু সমাজ-কল্যাণ পৰিষদে দিয়া ঋণৰ নিম্নস্তৰ সুতৰ হাৰ ঠিক কৰাৰ কথা আৰু (খ) গৃহ-নিৰ্মাণ আৰু গৃহ-বিত্ত বিভাগৰ তলত থকা আঁচনিসমূহৰ আৰম্ভণি সম্পূৰ্ণকৰণ থৰ্‌তকীয়া কৰাৰ কথা ঘোষণা কৰিছিল, আৰু বন্ধকী-চৰ্ত্তৰ সাধাৰণ হ্ৰাসৰ বাবে আবেদন কৰিছিল।

৬। দীৰ্ঘস্থায়ী নিবনুৱা সমস্যাবোৰে ভৰা অঞ্চলবিলাকৰ সহায়ৰ বাবে অঞ্চল-পুনৰ্বিকাশ আইন প্ৰণয়ন কৰিবলৈ পৰামৰ্শ দিছিল।

৭। ছয়খন ৰাজ্যত ৰাহি খাদ্য বিতৰণৰ পৰিসৰ বৃদ্ধি কৰা আৰু pilot food-stamp আঁচনিৰ কাম আৰম্ভ কৰাৰ কথা ঘোষণা কৰিছিল।

৮। Veterans Administration 1961 লাভাংশবোৰ আগতীয়াকৈ পৰিশোধ কৰাৰ কথা ঘোষণা কৰিছিল।

৯। সংগ্ৰহ আৰু নিৰ্মাণ আঁচনিসমূহ থৰ্‌তকীয়া কৰিবলৈ আৰু এই আঁচনিসমূহত শ্ৰমিক ৰাহি হোৱা অঞ্চলবিলাকক আগ-ঠাই দিবলৈ চৰকাৰী বিভাগবিলাকক নিৰ্দ্দেশ দিয়াৰ কথা ঘোষণা কৰিছিল।

১০। যুক্তৰাজ্য নিয়োগ-সেৱা বিভাগৰ পৰামৰ্শ দিয়া আৰু নিয়োগ কৰা কামৰ পৰিসৰ বৃদ্ধি কৰিবলৈ দিয়া এক নিৰ্দ্দেশৰ কথাও ঘোষণা কৰিছিল।

১১। অভাৱগ্ৰস্ত নিবনুৱাসকলৰ ল'ৰা-ছোৱালীকো সুমুৱাই লব পৰাকৈ নিৰ্ভৰশীল ল'ৰা-ছোৱালীলৈ সাহায্য আঁচনি অস্থায়ীভাৱে সংশোধন কৰিবলৈ কংগ্ৰেচক আবেদন কৰিছিল।

প্ৰেচিডেণ্টে জৰুৰী বুলি ভবা অৰ্থনৈতিক উদ্‌গতিৰ ব্যৱস্থাবোৰৰ ভিতৰত

কংগ্ৰেচে অনুমোদন কৰিছিল নিবনুৱা-অধিদানৰ অস্থায়ীকাল বৃদ্ধি, নিৰ্ভৰশীল ল'ৰা-ছোৱালীলৈ সাহায্য, অভাৱগ্ৰস্ত অঞ্চলৰ প্ৰতি সাহায্য, সামাজিক নিৰাপত্তা আঁচনিৰ পৰিবৰ্ত্তন আৰু নিম্নতম মজুৰিৰ বৃদ্ধি। ]

## ব্যৱসায়ী-মহল আৰু চৰকাৰ

( ব্যৱসায়ী-মহলত কিছুমানে খোলাখুলিভাৱেই কোৱা-কুই কৰিছিল যে নতুন চৰকাৰ ব্যৱসায়ীসকলৰ প্ৰতি বন্ধুত্বপূৰ্ণ নহয়। কাৰ্য্যভাৰ গ্ৰহণৰ তিনি সপ্তাহ পাচত জাতীয় ঔদ্যোগিক-সন্মিলন পৰিষদৰ আগত দিয়া এক ভাষণত প্ৰেচিডেণ্ট কেনেডিয়ে এই মনোভাব শুধৰাবলৈ চেষ্টা কৰিছিল। )

[ জাতীয় ঔদ্যোগিক-সন্মিলন পৰিষদৰ প্ৰতি দিয়া ভাষণ, ১৩ ফেব্ৰুৱাৰী, ১৯৬১ চন। ]

আমাৰ নগৰলৈ আহি এই সন্মিলত যোগ দিয়াৰ বাবে আপোনালোকক মই ব্যক্তিগতভাৱে ধন্যবাদ জনাছোঁ। মই আশা কৰিছোঁ এই উপযোগী আৰু আশাপ্ৰদ সন্মিলনে এই চৰকাৰ আৰু দেশৰ উপকাৰ সাধন কৰিব পাৰিব।

অলপতে এইদৰে কোৱা হৈছিল যে প্ৰেচিডেণ্ট-পদত মই এবাৰ অথবা দুবাৰেই কাম কৰোঁ, মোৰ কাৰ্য্যকালৰ শেষত মই এনেকুৱা এটা বয়সত উপনীত হম যিটো বয়স নতুন কাম আৰম্ভ কৰিবলৈও অতি বুঢ়া আৰু আত্মজীৱন-চৰিত লিখিবলৈও নিচেই ডেকা।

হোৱাইট-হাউচত সোমোৱাৰ চাৰি সপ্তাহ নৌহওঁতেই বাণিজ্য সম্বন্ধে বণিক সংস্থাৰ আগত প্ৰেচিডেণ্ট হিচাপে ভাষণ দিয়াটোও একেই ধৰণৰ কথা। কিয়নো নতুন চৰকাৰৰ হৈ প্ৰশংসা দাবী কৰাটো নিতান্ত আগতীয়া হব আৰু পুৰণি চৰকাৰক দোষাৰোপ কৰিবলৈও বহুত পলম হৈ গ'ল। আকৌ অহা নিৰ্ব্বাচনত আপোনালোকৰ সমৰ্থন বিচৰাটো হব অকালপক্ক আৰু যোৱা নিৰ্ব্বাচনত সমৰ্থন পোৱাৰ বাবে ধন্যবাদ জনোৱাটোও হব অসঙ্গত।

তথাপি মই ভাবোঁ যে ইয়াত মই কুটুম্বিতা দাবী কৰিব পাৰোঁ। কাৰণ, মোৰ দৃঢ় বিশ্বাস যে আমেৰিকাৰ বাণিজ্যৰ মূল আদৰ্শই সকলো দ্ৰব্য-মূল্য

লৰ-চৰ কৰা আৰু স্বাৰ্থৰ সংঘৰ্ষত ন্যস্ত থকা সকলোৱে প্ৰতিনিধিত্ব নকৰে। মূল আদৰ্শ আছে এই সভাঘৰত, আপোনালোকৰ সামাজিক-দায়িত্বজ্ঞানত, আপোলোকৰ সত্য-অন্বেষণত, উন্নত ঔদ্যোগিক সম্পৰ্ক স্থাপনৰ বাবে, উত্তম কাৰিকৰী প্ৰগতিৰ বাবে আৰু উত্তম দ্ৰব্যমূল্য-স্থিৰতা আৰু অৰ্থনৈতিক বৃদ্ধিৰ বাবে থকা অপোনালোকৰ সদিচ্ছাত। আৰু যিহেতু আপোনালোকৰ অনুষ্ঠানে আমেৰিকাৰ বাণিজ্যৰ সেই ছবি দাঙি ধৰে, সেই কাৰণে আজি আপোনালোৰ ওচৰলৈ আহিবলৈ পাই মই আনন্দিত আৰু গৰ্ব্বিত।

ব্যৱসায়ী-মহলত প্ৰায়েই আপত্তি কৰা হয় যে চৰকাৰ প্ৰত্যেক প্ৰতিষ্ঠানতে নিশ্চেষ্ট অংশীদাৰ হিচাপে থাকে আৰু নিজে কোনো বিপদৰ ভাগ নেলোৱাকৈ আপোনালোকৰ লাভৰ প্ৰায় আধা-অংশ লৈ যায়। কিন্তু এই কথাও মনত ৰাখা উচিত যে ব্যৱসায়ীসকল সদায় চৰকাৰৰ নিশ্চেষ্ট অংশীদাৰ নহয়; আপোনালোকৰ লাভ আৰু কৃতকাৰ্য্যতাৰ ওপৰতে আমাৰ ৰাজহ আৰু কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। চৰকাৰ আৰু ব্যৱসায়ী-মহল স্বাভাৱিক শত্ৰু নহয়, বৰং আৱশ্যকীয় মিত্ৰহে।

উদাহৰণ স্বৰূপে, ১৯৬০ চনত আশা কৰা মুঠ লাভ প্ৰায় ৬ বিলিয়নৰ-পৰা ৭ বিলিয়ন ডলাৰ কম হোৱাৰ ফলত চৰকাৰী ৰাজহত ঘটি পৰে ৩ বিলিয়ন ডলাৰবো বেছি—এইখিনি ধনেৰে পিচৰ ৰাজহত অৱনতি-নিৰোধ, স্বাস্থ্য আৰু শিক্ষা ব্যৱস্থাৰ বাবে চৰকাৰে কৰা ব্যয় পূৰণ হৈও বৰ্ত্তমান শাসনত থকা ডিমক্ৰেণ্টসকলে যাক 'The Missile Gap' বোলে তাক বন্ধ কৰিবলৈও জুৰিলেহেতেন।

পিচ-হুঁহকি যোৱা অৰ্থনীতিৰ কৰ-ৰাজহ আৰু আমাৰ সম্ভাৱ্য ৰাজহৰ মাজতো এটা অন্ততঃ ১২ বিলিয়ন ডলাৰৰ বিৰাট ফাক আছে। জাতীয় নিৰাপত্তা আৰু উন্নয়নৰ সকলোবোৰ আঁচনি সমাধা কৰাৰ পাচতো এই সংখ্যাৰ এটা শকত অংশ ৰাহি হৈ থাকিব, যি ৰাহি মুদ্ৰাস্ফীতিৰ বিৰুদ্ধে যুঁজিবলৈ অত্যন্ত দৰ্কাৰী আৰু যি ৰাহিয়ে চৰকাৰী ঋণ পৰিশোধৰ কামত লগালে ব্যৱসায়ৰ বৃদ্ধি আৰু তাত খটোৱা ধনৰ বাবে অধিক সঞ্চয় উলিয়াব পাৰে।

মুঠতে, চৰকাৰী আৰু বে-চৰকাৰী খণ্ডৰ মাজত বা মূলধন আৰু ব্যয়ৰ মাজত, অথবা চৰকাৰ আৰু ব্যৱসায়ী-মহলৰ মাজত কোনো অৱশ্যম্ভাৱী সংঘৰ্ষৰ কাৰণ নাই। আমাৰ জাতীয় অৰ্থনৈতিক বৃদ্ধিত বৰঙণি যোগোৱা

সকলো প্ৰচেষ্টাই স্বাধীন। প্ৰত্যেকেই নিজৰ প্ৰকৃত কাম কৰিব লাগিব। এই চৰকাৰৰ সেয়েই আশা আৰু লক্ষ্য।

ব্যৱসায়-জগতত থকা আপোনালোকে আৰু চৰকাৰত থকা আমি যদি সঁচাকৈয়ে অংশীদাৰ, তেনেহলে ইনো কি ধৰণৰ অংশীদাৰিত্ব হব পাৰে? পাৰম্পৰিক সন্দেহ আৰু ভেদাভেদ ভাব ইয়াৰ সঙ্গী হব নে, পাৰম্পৰিক বুজাপৰা আৰু ফলদায়ক সহযোগ হব?

মন্ত্ৰীসভাৰ সহকৰ্ম্মীসকলৰ হৈ মই এই ক্ষেত্ৰত স্পষ্ট কথা কব খোজোঁ: সমাজৰ বা ব্যৱসায়ী-সম্প্ৰদায়ৰ কোনো খণ্ডৰে প্ৰতি আমি ভেদ ভাব নাৰাখোঁ। দুৰ্নীতি, একাধিপত্য আৰু শোষণৰ আমি ঘোৰ বিৰোধী; কিন্তু ব্যৱসায়ৰ আমি বিৰুদ্ধে নহয়।

আমি জানো যে আপোনালোকৰ আৰু আমাৰ কৃতকাৰ্য্যতা ওতঃপ্ৰোতভাৱে জড়িত আৰু জানো যে আপোনালোকৰ অভিজ্ঞতা আৰু কাৰিকৰী জ্ঞান আছে যি আমাৰ আৱশ্যকীয়। অতীতত যি মতভেদেই নাথাকক, আমি বিচাৰোঁ মতৰ মিল অথবা সন্ধিতকৈও বেছি, আমি বিচাৰোঁ পূৰ্ণাঙ্গ মিত্ৰতাৰ বাবে আন্তৰিক স্পৃহা।......

## গৃহ-নিৰ্ম্মাণ আৰু সমাজ-উন্নয়ন

( মাৰ্চৰ ৯ তাৰিখে প্ৰেচিডেণ্টে কংগ্ৰেচৰ আগত আন এখন ঘৰুৱা আঁচনি দাঙি ধৰিছিল—সেয়া গৃহ-মিৰ্ম্মাণ আৰু সমাজ-উন্নয়নৰ বাবে তেওঁৰ পৰিকল্পনা। )

[ গৃহ-নিৰ্ম্মাণ আৰু সমাজ-উন্নয়ন সম্বন্ধে কংগ্ৰেচলৈ বিশেষ বাণী, ৯ মাৰ্চ, ১৯৬১ ]

আমাৰ সমাজক আমিয়েই গঢ় দিওঁ। জাতি হিচাপে আমাৰ সমুখত আছে নগৰবোৰ পুনৰ্গঠন কৰাৰ, সমাজ-উন্নয়নৰ প্ৰচেষ্টাবোৰ উন্নত কৰাৰ দায়িত্ব আৰু সুযোগ।......

১৯৪৯ চনতে দূৰদৃষ্টিৰে কংগ্ৰেচে "প্ৰত্যেক আমেৰিকান পৰিয়ালৰ বাবে এটা সুন্দৰ গৃহ আৰু এটা সুস্থ পৰিবেশৰ" ব্যৱস্থা কৰাৰ বিষয়ে আমাৰ জাতীয় গৃহ-নিৰ্ম্মাণ নীতি ঘোষণা কৰিছিল। সেই সময়ৰপৰা আমি বহুত

উন্নতি কৰিলোঁ। কিন্তু এতিয়া আমি সেই প্ৰতিজ্ঞাকে দাঙি ধৰিব লাগিব ১৪ নিযুত আমেৰিকান পৰিয়ালৰ আগত, যিসকলে নিম্নস্তৰৰ ঘৰত বাস কৰি আছে; আৰু আন ৩৯ নিযুত আমেৰিকান পৰিয়ালক অস্বাস্থ্যকৰ আৰু কদৰ্য্য অৱস্থাৰপৰা ৰক্ষা কৰিব লাগিব।

অদূৰ ভৱিষ্যতত হবলগা বিৰাট চহৰীয়া জনসংখ্যা বৃদ্ধিও কম নহয়। অহা ১৫ বছৰৰ ভিতৰত আমাৰ জনসংখ্যা ২৩৫ নিযুতলৈ বৃদ্ধি পাব আৰু ২০০০ চনত ৩০০ নিযুত হবগৈ। এই বৃদ্ধি বেছিভাগেই নগৰ আৰু নগৰৰ আশে-পাশে হব। আমি এতিয়াই ভৱিষ্যতৰ বংশধৰসকলৰ বাবে বাস-যোগ্য, উপযুক্ত আৰু আকৰ্ষণীয় বাসভূমিৰ ভেটি স্থাপন কৰিব লাগিব।

নগৰৰ আশে-পাশে থকা মাটিবোৰত নগৰ বিস্তাৰ হৈ আছে চমকপ্ৰদ হাৰত—প্ৰতি বছৰে মুঠ এক নিযুত একৰকৈ। কিন্তু এই বিস্তাৰ হৈছে অনুপযোগী আৰু খেলিমেলিপূৰ্ণভাৱে। ইয়াৰ ফলত কেন্দ্ৰীয মহানগৰ-বিলাকত অস্বাস্থ্যকৰ আৰু কদৰ্য্য অৱস্থাৰ বিৰুদ্ধে কৰা সংগ্ৰামত বাধা পৰিছে। মধ্যবিত্ত অৰু উচ্চ বিত্ত পৰিয়ালবিলাক আশ-পাশৰ ঠাইলৈ উঠি যোৱাৰ বাবে, আৰু তাৰ ফলস্বৰূপে হোৱা খুচুৰা বিক্ৰীৰ হ্ৰাসৰ বাবে, আৰু বহুতো ঔদ্যোগিক প্ৰতিষ্ঠানে নগৰৰ আশে-পাশে ঠাই বাছি লোৱা বাবে নগৰৰ সামাজিক আৰু অৰ্থনৈতিক ভিত্তি দুৰ্ব্বল হৈ পৰিছে।

আমাৰ গৃহ-নিৰ্ম্মাণ আৰু সমাজ-উন্নয়ন আঁচনিৰ তিনিটা মূল জাতীয় লক্ষ্য হব লাগিব :

প্ৰথম, আমাৰ নগৰবোৰ নতুন কৰা আৰু আমাৰ খৰ্‌গতিত বাঢি অহা চহৰীয়া অঞ্চলবোৰৰ সুস্থ বিস্তাৰৰ ব্যৱস্থা কৰা।

দ্বিতীয়, আমাৰ সকলো লোকৰ বাবে সুন্দৰ গৃহৰ ব্যৱস্থা কৰা।

তৃতীয়, সাধাৰণ অৰ্থনৈতিক প্ৰগতি আৰু বৃদ্ধিৰ আৱশ্যকীয় সঙ্গী হিচাপে স্বচ্ছল আৰু কৰ্ম্মক্ষম নিৰ্ম্মাণ-উদ্যোগ-গঠনত উৎসাহিত কৰা।

বৃহৎ শ্ৰমিক-নিয়োগকাৰী উদ্যোগবিলাকৰ ভিতৰত গৃহ-নিৰ্ম্মাণ উদ্যোগো এটা। অকল বাসগৃহ নিৰ্ম্মাণতেই আমাৰ দেশৰ বে-চৰকাৰী মূলধনৰ শতকৰা ৩০ভাগ খাটে। গৃহ-নিৰ্ম্মাণত যিমান বে-চৰকাৰী কালিয়ন সোমাই আছে আন কোনো অৰ্থনৈতিক খণ্ডত সিমান নাই। আন কিছুমান গুৰুত্বপূৰ্ণ উদ্যোগ যেনে নিৰ্ম্মাণ-সামগ্ৰী, সাজ-সৰঞ্জাম, আচ্‌বাব-পত্ৰ ইত্যাদি উদ্যোগবোৰ প্ৰধানকৈ আৰু বিশেষকৈ নতুন গৃহ-নিৰ্ম্মাণৰ ওপৰত নিৰ্ভৰ কৰে।……

…বৰ্ত্তমানৰ গৃহ-নিৰ্ম্মাণ বজাৰ মাত্ৰ কেইবছৰমান আগৰ বজাৰতকৈ মৌলিকভাৱে বেলেগ। এতিয়া আৰু অৰ্থনৈতিক চাহিদাৰ 'বেক্লগ' নাই যাক কেৱল যথেষ্ট বাকীৰ সহায়ত খুলি লব পৰা যায়। বাকী দিয়া ব্যৱস্থা-বিলাক বাছি বাছি ব্যৱহাৰ কৰিব লাগিব যাতে মজলীয়া উপাৰ্জ্জনৰ পৰিয়াল-বিলাকৰ অপূৰ্ণ চাহিদা মিটাবলৈ কম খৰচতে গৃহ-নিৰ্ম্মাণত বে-চৰকাৰী উদ্যোগ উৎসাহিত হয়। আটাইতকৈ বেছিকৈ আৰু অনতিপলমে গৃহ-নিৰ্ম্মাণৰ আৱশ্যক, এই পৰিয়ালবিলাকৰেই ; আৰু লগতে তাতোকৈ কম উপাৰ্জ্জনক্ষম পৰিয়ালবিলাকৰ যিবিলাকে কম ভাৰাৰ চৰকাৰী গৃহ-নিৰ্ম্মাণৰ ওপৰত নিৰ্ভৰ কৰে।

বৰ্ত্তমান ২,৫০০ ডলাৰতকৈ কম আয়ৰ আঠ নিযুত পৰিয়াল আছে আৰু ২,৫০০ আৰু ৪,০০০ ডলাৰৰ ভিতৰৰ আয়ৰ সাত নিযুত। উনৈশ নিযুত অকলে বাস কৰা ব্যক্তিৰ ভিতৰত প্ৰায় ৫০% ভাগৰ আয় ১,৫০০ ডলাৰতকৈ কম। ছয় নিযুত অ-শ্বেত পৰিয়ালৰ প্ৰায় তিনিভাগৰ এভাগে নিম্নস্তৰৰ গৃহত বাস কৰে। আৰু আমাৰ পুৰণি নাগৰিকসকলৰো,—এওঁলোকৰ সংখ্যা বছৰি ৫০০,০০০কৈ বাঢ়ি আছে—গৃহ-নিৰ্ম্মাণৰ বিশেষ দৰ্কাৰ আছে। এইবিলাকৰ উপৰিও নতুনকৈ গঠিত হৈ থকা পৰিয়ালবিলাকৰ অভাৱ গুচাবৈলৈ বছৰি কমপক্ষেও দুই নিযুত নতুন গৃহ-নিৰ্ম্মাণৰ আৱশ্যক হব এই দশকৰ ভিতৰতে।…

২৫৮খন কেন্দ্ৰীয় মহানগৰীৰ ভিতৰ ৭৩খনতেই পঞ্চম দশকত জনসংখ্যা কমিছে। কিন্তু আনহাতে চহৰীয়া জনসংখ্যা মুঠতে বেগাই বাঢ়িছে। আন আন শক্তিশালী কাৰণৰ ফলতো বহুদিন ধৰি কেন্দ্ৰীয় মহানগৰীবোৰৰ ক্ষয় হৈ আছে।

…মহানগৰীবোৰে অৰ্থনৈতিক সু-স্বাস্থ্য ঘূৰাই পাবলৈ হ'লে সিবোৰক ব্যৱসায়, উদ্যোগ আৰু বাসগৃহ উন্নয়নৰ অধিক সুবিধা দিব লাগিব, যাৰ কাৰণে সিবোৰৰ কেন্দ্ৰীয় স্থান হিচাপে অনেক সুবিধা আছে। সিবোৰত কলা-কৃষ্টি আৰু আমোদ-প্ৰমোদৰ সুবিধাবিলাক বঢ়াব লাগিব, যাৰদ্বাৰা মধ্যবিত্ত আৰু উচ্চবিত্ত বাসিন্দাক আকৰ্ষণ কৰিব পৰা যাব। উপযুক্ত সৰু উদ্যোগ, বিশেষকৈ বন্ধ অৱস্থান লগা উদ্যোগবোৰৰ বাবে ঠাই দিব লাগিব মহানগৰবোৰত। আৰু মহানগৰবোৰৰ যানবাহনৰ ব্যৱস্থা উন্নত হব লাগিব।

বৰ্ত্তমানৰ চহৰ-পুনৰ্গঠনৰ আঁচনিসমূহৰ পৰিসৰ বৰ ঠেক কাৰণে পুৰণি মহানগৰবোৰৰ মৌলিক সমস্যাবোৰ সমাধান কৰিব পৰা হোৱা নাই। বেয়া গৃহ ভাল কৰাৰ কথা ভবাতকৈ আমি আৰু বেছি কাম কৰিব লাগিব। আমাৰ মহানগৰীবোৰ পুনৰ্গঠন কৰি সিবিলাকক সম্প্ৰসাৰিত চহৰ-অঞ্চলবোৰৰ প্ৰাণকেন্দ্ৰ কৰি গঢ়ি তুলিব লাগিব। আমাৰ নগৰ-পুনৰ্গঠনত প্ৰচেষ্টাসমূহ কেৱল বস্তি-দূৰীকৰণ আৰু প্ৰতিৰোধনতে আবদ্ধ নাৰাখি অৰ্থনৈতিক আৰু সামাজিক পুনৰ্গঠনত লগাব লাগিল। ·····

চহৰ-অঞ্চলৰ মাটিয়েই আটাইতকৈ মূল্যবান সম্পদ। বৰ্ত্তমানৰ খেলিমেলি-পূৰ্ণ নগৰ-প্ৰান্তিক উন্নয়নে এই মূল্যবান সম্পদৰ ভুখ-লগাভাৱে অপচয় কৰিছে।

পাৰ্ক-প্ৰমোদোদ্যান আদিৰ বাবে, পানী আৰু অন্যান্য প্ৰাকৃতিক সম্পদ ৰক্ষা কৰিবলৈ, অবাঞ্ছিত ঠাইত গৃহ নিৰ্ম্মাণত বাধা দিবলৈ, গৰা-খহনীয়া আৰু বানপানী বন্ধ কৰিবলৈ, আৰু চৰকাৰী কামৰ অপচয়মূলক বিস্তৃতিৰ হাত সাৰিবলৈ মুকলি ঠাই আছুতীয়াকৈ ৰাখিব লাগিব। ভৱিষ্যতে বাসগৃহ সাজিবলৈ, অসংগত লাভেচ্ছাক বাধা দিয়া আৰু চৰকাৰ আৰু আঞ্চলিক কৰ্ত্তৃপক্ষক সমাজ-উন্নয়নৰ ৰূপ আৰু গতি নিয়ন্ত্ৰণ কৰিবলৈ সমৰ্থ কৰিবৰ বাবেও মুকলি মাটিৰ আৱশ্যক। ···

[ এই বাণীৰ অন্যান্য অংশত প্ৰেচিডেণ্টে পৰামৰ্শ দিছিল :

(১) গৃহ-নিৰ্ম্মাণ আৰু নগৰপালিকা বিভাগ নামৰ ( Department of Housing and Urban Affairs ) মন্ত্ৰীসভা পৰ্য্যায়ৰ এটা বিভাগ খুলিবলৈ।

(২) নগৰ-পুনৰ্গঠন আঁচনিৰ বাবে চাৰি বছৰৰ ভিতৰত মুঠ ২·৫ বিলিয়ন ডলাৰ নিযুক্ত কৰাৰ কথা ; এই আঁচনিৰ ফলত উদ্বাস্তু হোৱা ব্যৱসায়ী-সকলক পুনৰ সংস্থাপনৰ বাবে উদাৰভাৱে ধন দিয়া ; আৰু পুনৰ্গঠনৰ বাবে দীৰ্ঘ-ম্যাদী পৰিকল্পনা লবলৈ সম্প্ৰদায়বিলাকক উৎসাহিত কৰা।

(৩) FHA-বীমাৰ এক বহল আঁচনি, কমকৈ পৰিশোধ কৰা বন্ধ কৰা, আৰু মধ্যবিত্ত পৰিয়ালৰ বাবে চল্লিশ-বছৰীয়া গৃহ-বন্ধকী ; ভাৰা আৰু সমবায় গৃহ-নিৰ্ম্মাণৰ বাবে দীৰ্ঘ-ম্যাদী কম সুতত ঋণ দিয়াৰ এক নতুন আঁচনি।

(৪) নিম্নবিত্ত পৰিয়ালৰ বাবে কম ভাৰাৰ ১০০,০০০ চৰকাৰী গৃহ নিৰ্ম্মাণৰ বন্দোবস্ত কৰিবৰ বাবে; (ইয়াৰ ভিতৰত আধাখিনি ঘৰ বৃদ্ধলোকৰ কাৰণে ৰখা হব।)

(৫) গৃহ-উন্নয়নৰ বাবে FHA-ৰ হাতত অধিক উদাৰ, ক্ষমতা দিয়া; আৰু বস্তি-অঞ্চলৰ পুনৰ সংস্থাপনৰ বাবে আংশিক চৰকাৰী সাহায্য।

(৬) পাৰ্ক আৰু আন আন সা-সুবিধাৰ কাৰণে সম্প্ৰদায়বিলাকে স্থায়ী মুকলি ঠাই লাভ কৰিব পৰাকৈ ঋণ আৰু মঞ্জুৰীৰ ব্যৱস্থা কৰা; আৰু ৰাজহুৱা ব্যৱহাৰযোগ্য গৃহ-নিৰ্ম্মাণৰ বাবে ঋণ-দানৰ ব্যৱস্থা কৰা।

(৭) বৃদ্ধৰ গৃহ-নিৰ্ম্মাণ ঋণ-ব্যৱস্থা বৃদ্ধি কৰা; পমুৱা গৃহ-নিৰ্ম্মাণ ঋণৰ কৰ্ত্তৃত্বৰ পৰিসৰ বৃদ্ধি কৰা।

(৮) নগৰ, নগৰ-প্ৰান্তিক পৰিকল্পনাৰ বাবে চৰকাৰী সাহায্য বৃদ্ধি কৰা; গৃহ-নিৰ্ম্মাণ আৰু নগৰ সম্বন্ধীয় সমস্যাৰ, গৃহ-নিৰ্ম্মাণ আৰু নগৰ-পৰিবহনৰ কাৰিকৰী সমস্যাৰ ওপৰত গৱেষণা আৰু পৰীক্ষা-নিৰীক্ষা ঘনতৰ কৰা।

জুন মাহত কংগ্ৰেসে এখন গৃহ-নিৰ্ম্মাণ বিল অনুমোদন কৰিছিল, এই বিলত প্ৰেচিডেণ্টৰ অনুৰোধৰ ঘাই অংশ অন্তৰ্গত হৈছিল। কিন্তু 'নগৰ-পালিকা বিভাগ' (Urban Affairs Department) গঠনৰ বাবে প্ৰস্তাৱিত এখন বিলৰ কাৰ্য্যকাৰিতাৰ বাবে ১৯৬২ চনলৈ বাট-চাবলগীয়া হৈছিল।]

## আধৰুৱা কামবোৰ

(মে'ৰ শেষলৈ অৰ্থনৈতিক উদ্‌গতিৰ সুফল দেখা দিয়াৰ পিচত, প্ৰেচিডেণ্টে তেতিয়াও কৰিবলগীয়া কামবোৰৰ বিষয়ে কৈছিল।)

[ জাতীয় জৰুৰী আৱশ্যকতা সম্বন্ধে কংগ্ৰেচলৈ বিশেষ বাণী, ২৫ মে, ১৯৬১ চন ]

এই বছৰটোত এই দেশে কৰিবলগীয়া প্ৰথম আৰু মূল কাম আছিল অৰ্থনৈতিক অৱনতি দূৰ কৰা। আপোনালোকৰ সহযোগত হাতত লোৱা

অৱনতি-প্ৰতিৰোধী আঁচনিয়ে বে-চৰকাৰী-খণ্ডত থকা সম্পদৰাজিক সহায় কৰিছিল। বৰ্ত্তমান আমাৰ অৰ্থনীতি পুনৰ আশাপূৰ্ণ আৰু সতেজ হৈ উঠিছে। অৱনতি বন্ধ কৰা হৈছে ; আৰু উদ্‌গতি আৰম্ভ কৰা হৈছে।

কিন্তু নিবনুৱা সমস্যা দূৰীকৰণ আৰু আমাৰ সম্পদৰাজিৰ পূৰ্ণ-নিয়োগ এতিয়াও আমাৰ সমস্যা হৈয়েই আছে। অৱনতিৰ সময়ত বহুল নিবনুৱা সমস্যা থকাটো বেয়া কথা। কিন্তু সুদিনত বহুলভাৱে নিবনুৱা সমস্যা থকাটো অসহনীয়।

সেই কাৰণে এক নতুন মানৱ-শক্তি উন্নয়ন আৰু প্ৰশিক্ষণ আঁচনিৰ কথা কংগ্ৰেচৰ আগত কব খুজিছোঁ। ইয়াৰদ্বাৰা বিশেষকৈ যিবিলাক অঞ্চলত কাৰিকৰী কাৰণত আৰু নতুন নতুন কৰ্ম্ম-কুশলতাৰ অভাৱত বহুদিন ধৰি নিবনুৱা সমস্যা চলি আছে সেইবিলাক অঞ্চলত চাৰি বছৰৰ ভিতৰত কেবা হাজাৰো শ্ৰমিকক প্ৰশিক্ষণ অথবা পুনৰ প্ৰশিক্ষণ দিয়া হব যাতে যান্ত্ৰিক স্বয়ংক্ৰিয়তা আৰু ঔদ্যোগিক পৰিবৰ্ত্তনৰ ফলত প্ৰচলিত হোৱা কৰ্ম্ম-কৌশল শ্ৰমিকসকলে লভিব পাৰে।

এইটো বৰ সন্তোষৰ কথা যে সোণৰ বহিৰ্গমন আৰু আমাৰ লেন-দেনৰ উদ্বৃত্তৰ অৱস্থা উন্নত কৰি ডলাৰৰ ওপৰত বিশ্বৰ বিশ্বাস ঘূৰাই অনাত বহুত পৰিমাণে সমৰ্থ হৈছোঁ। ১৯৬০ চনৰ শেষৰ দুই মাহত সোণৰ জমাত ৬৩৫ নিযুত ডলাৰ ঘাটি পৰিছিল, কিন্তু যোৱা দুই মাহত প্ৰকৃততে সোণৰ জমা ১৭ নিযুত ডলাৰ বৃদ্ধি পাইছে। এই উৰ্দ্ধমুখী গতি আমি বজায় ৰাখিব লাগিব ; সেই কামৰ বাবে দৰ্কাৰ হব প্ৰত্যেকৰে সহযোগ আৰু সংগ্ৰাম। উদ্‌গতি বাঢি অহাৰ লগে লগে, অন্যায় মূল্য আৰু মজুৰি বৃদ্ধিৰ লোভে দেখা দিব। কিন্তু সেইবোৰ আমি মানি লব নোৱাৰিম। সেইবোৰৰদ্বাৰা বিদেশত প্ৰতিযোগিতাৰ বাবে চলোৱা প্ৰচেষ্টা আৰু ঘৰত পূৰ্ণ উদ্‌গতিৰ বাবে চলোৱা প্ৰচেষ্টা বাধাপ্ৰাপ্ত হব। মোৰ বিশ্বাস, শ্ৰমিক আৰু মালিকে এই সংকটপূৰ্ণ কালত দায়িত্বপূৰ্ণ মূল্য আৰু মজুৰি নীতি অনুসৰণ কৰিব। প্ৰেচিডেণ্টৰ শ্ৰমিক-মালিক নীতি-নিৰূপক উপদেষ্টা কমিটিয়ে এই দিশত বাট দেখুৱাব বুলি মই আশা কৰিছোঁ।

তাৰোপৰি, আমাৰ নিৰাপত্তা ব্যৱস্থাবিলাকৰ কাৰণে বৃদ্ধি পোৱা বাজেট-ঘাটিবিলাক হাতৰ মুঠিত ৰাখিবলৈ হলে, অতি মিতব্যয়ী বিত্তীয় ব্যৱস্থাত থামোচ মাৰি ধৰি থাকিব লাগিব। কংগ্ৰেচক মই এই কথাকিটাৰ কাৰণে

অনুৰোধ কৰোঁ : বঞ্চিত হলেও আৰু কোনো কাৰ্য্য, যা আঁটনি বাজেটত নোসোমাবলৈ ; মোৰ অগ্ৰৱৰ্ত্তীয়ে পৰামৰ্শ দিয়াৰ দৰে ডাক-বিভাগৰ ঘাটি পূৰণ কৰিবলৈ—এই বছৰত এই ঘাটি ১৯৬২ চনত কৰা সকলো মহাকাশ আৰু প্ৰতিৰক্ষা ব্যৱস্থাত কৰা খৰচতকৈ বেছি হৈছে ; আগতে কোনোমতে কৰৰ সুৰুঙাবোৰ বন্ধ কৰিবলৈ। আমাৰ নিৰাপত্তা আৰু প্ৰগতি সস্তাতে কিনিব নোৱাৰি ; আমি যি ত্যাগ কৰোঁ আৰু দিওঁ তাতেই তাৰ দাম পাব লাগিব।.........

# সপ্তম অধ্যায়

## চৰকাৰৰ ব্যৱহাৰ

"আমি যি কৰিব লাগে তাকে আমি ৰাজহুৱাভাৱে অথবা বে-চৰকাৰী-ভাৱে কৰিব পাৰোঁ, আমাৰ অৰ্থনৈতিক ক্ষমতাই জোৰেমানে। এই ক্ষমতাৰ শেষ সীমাৰ আজি কেইবছৰমান ধৰি ওচৰকে চাপিব পৰা নাই।"

"......খৰচৰ হিচাপ কৰি জীৱন কটোৱা বোলা কথাষাৰ কুখ্যাত হৈ পৰিছে। 'এইটো কাটিব পাৰি' এই কথাষাৰ আমাৰ মাজৰপৰা নাইকিয়া হোৱা উচিত।"

"......সকলো চৰকাৰৰ ভেটি হৈছে ৰাইজৰ আস্থা আৰু যেতিয়া নৈতিক মানৰ হেৰ-ফেৰ হয় বা হেৰ-ফেৰ হোৱা যেন দেখা যায়, তেতিয়া সেই আস্থা বিপন্ন হয়।"

"......চৰকাৰী কৰ্ম্মচাৰীবিলাক এদল বেলেগ প্ৰাণী নহয়। তেওঁলোকে বাস কৰা সমাজৰে নৈতিক সুৰ তেওঁলোকে প্ৰতিফলিত কৰে।"

## মূল বিত্তীয় নীতিসমূহ

*[ মার্চ মাহত প্রেসিডেণ্টে কংগ্রেচলৈ তেওঁৰ 'বাজেট আৰু বিত্তীয় নীতি'ৰ বিষয়ত বাণী পঠিয়াইছিল। এজন নতুন প্ৰেচিডেণ্টে তেওঁৰ প্ৰথম বাজেট-বাণীত কাম দেখুৱাৰ তুলনামূলকভাৱে কম সুবিধা পায়। তেওঁ তেওঁৰ পূৰ্ব্বানুবৰ্ত্তীৰ বাজেট পায় আৰু সেই বাজেটৰ বিশেষ পৰিবৰ্ত্তনৰ বাবে আৱশ্যকীয় অধ্যয়নৰ বাবে সময় নাপায়। তথাপি তলত দিয়া বাজেট-বাণীৰ প্ৰথম কেইটামান কথাই নতুন চৰকাৰৰ নীতিৰ বিষয়ে কিছু আভাস দিয়ে। ]*

[ বাজেট আৰু বিত্ত-নীতিৰ ওপৰত কংগ্ৰেচলৈ বাণী, ২৪ মাৰ্চ, ১৯৬১ চন ]

এই চৰকাৰে ইয়াৰ শাসন-কালত তলৰ মূল নীতিসমূহ পালন কৰিবলৈ ইচ্ছা কৰিছে :

(১) ৰাজহুৱা সমৰ্থন আৰু বে-চৰকাৰী প্ৰচেষ্টাৰ ওপৰত নিৰ্ভৰশীল জাতীয় অভাৱবোৰ উপযুক্তভাৱে পূৰণ কৰিবৰ বাবে চৰকাৰী ৰাজহ আৰু ব্যয়ৰ স্তৰ পৰ্য্যাপ্ত হব লাগিব। আমি যি কৰিব লাগে তাকে আমি ৰাজহুৱা অথবা বে-চৰকাৰীভাৱে কৰিব পাৰোঁ, আমাৰ অৰ্থনৈতিক ক্ষমতাই জোৰেমানে। এই ক্ষমতাৰ শেষ সীমাৰ আমি আজি কেইবছৰমান ধৰি ওচৰকে চাপিব পৰা নাই।

(২) চৰকাৰী ৰাজহ আৰু ব্যয়—চৰকাৰী বাজেট—জাতীয় নিৰাপত্তা বিভিন্ন নকৰি ব্যৱসায়-চক্ৰৰ বছৰ কেইটাত পৰিমিত হৈ থাকিব লাগে; আৰ্থিক অৱনতিৰ সময়ত যেতিয়া ৰাজহ কম হয় আৰু অৰ্থনীতি অধিক ব্যয়-সঙ্কুল হয় তেতিয়া ঘাটি পৰিব আৰু সম্পদ-কালত ৰাহি হব। ইয়াৰ ফলত মুদ্ৰাস্ফীতিৰ ভয় কমে, চৰকাৰী ঋণ কমে, বে-চৰকাৰী ন্যস্তিৰ (investment) বাবে ধন মুকলি হয়।

(৩) সঙ্গতভাৱে দ্ৰব্য-মূল্যৰ স্থিৰতা ৰক্ষা কৰি চৰকাৰী ব্যয় আৰু ৰাজহ ব্যৱস্থাসমূহে অৰ্থ নৈতিক বৃদ্ধি আৰু উচ্চতম নিযুক্তি লাভ কৰাত সহায় কৰিব লাগে। আমাৰ লেন-দেনৰ উদ্বৃত্তত থকা ঘাটিয়ে অৰ্থ-নীতিৰ ওপৰত

[illegible] ব্যয়-ব্যৱস্থাবোৰৰ ক্ষেত্ৰত, বিশেষকৈ অৰ্থনৈতিক বৃদ্ধি আৰু নিয়োগ উৎসাহিত কৰাৰ ব্যৱস্থা হিচাপে হ্ৰাস কৰা অল্প-ম্যাদী সুতৰ হাৰৰ ক্ষেত্ৰত আমাৰ বিত্তনীতি—বাজেট আৰু কৰ-ব্যৱস্থাসমূহ, যথেষ্ট গুৰুত্বপূৰ্ণ হব লাগিব।

(৪) ওপৰত উল্লেখ কৰা বাধ্য-বাধকতা আৰু লক্ষ্যবোৰৰ লগত খাপ খোৱাকৈ—আৰু আন আন বাজেটৰ আৱশ্যকতাৰ গুৰুত্বৰ লগত তুলনামূলক-ভাৱে প্ৰত্যেকটো প্ৰস্তাৱিত ব্যয়ৰে জাতীয় অভাৱ আৰু অগ্ৰাধিকাৰৰ মানত মূল্যাঙ্কন কৰিব লাগিব। কেৱল অৰ্থনীতি শিথিল হৈ পৰাৰ বাবেই আমি আমাৰ সম্পদৰাজি অবাঞ্ছিত অথবা অনুপযুক্ত ব্যযত অপচয় নকৰোঁ। অথবা কেৱল অৰ্থনীতি সম্পদশীল হোৱাৰ বাবেই ৰাহি কৰিবলৈ আমি ৰাইজক নিৰাপত্তা বা অত্যাৱশ্যকীয় সেৱাৰপৰা বঞ্চিত নকৰোঁ।

(৫) আমাৰ দেশৰ, ইয়াৰ অভাৱ আৰু জটিলতাবোৰ বাঢ়ি অহাৰ লগে লগে, চৰকাৰী অ-প্ৰতিৰক্ষামূলক ব্যয়বোৰো বাঢ়ি আহিব বুলি আশা কৰিব পৰা যায়। এই কথা ১৯৬০ চনৰ বাজেট-অধ্যয়ন-পৰিষদে ভৱিষ্যৎ-বাণী কৰিছে আৰু এই কথা ১৯৫৩ চনৰপৰা ১৯৬১ চনৰ বিত্তীয় বছৰকেইটাত অ নিৰাপত্তামূলক ব্যয়ত হোৱা প্ৰায় ৪৫% ভাগ বৃদ্ধিয়ে আঙুলিয়াই দিছে। কিন্তু প্ৰাপ্তমূল্য, সম্ভাৱ্য ৰাজহ, আৰ্থিক অৱস্থা, নতুন কাম কৰোঁতে পুৰণিবোৰ বন্ধ কৰাৰ সম্ভাৱনা আৰু নাগৰিকসকলৰ আৰু অৰ্থনীতিৰ ওপৰত পৰা চলিত কৰৰ হেঁচা—এইবিলাকৰ প্ৰতি উচিত লক্ষ্য নৰখাকৈ আমি ব্যয় ইচ্ছামতে বৃদ্ধি হবলৈ দিব নালাগিব। ৰাইজৰ ধনৰ বিবেকে ৰক্ষক হব পৰাটো আৰু খৰচ কৰা প্ৰত্যেকটো ডলাৰৰে উপযুক্ত সুফল আদায় কৰাটো মোৰ দৃঢ় উদ্দেশ্য।.........

( *এপ্ৰিলৰ ২০ তাৰিখে কংগ্ৰেচলৈ প্ৰেচিডেণ্টে দিয়া "আমাৰ চৰকাৰৰ কৰ-ব্যৱস্থা" শীৰ্ষক বাণীটো সকলো আমেৰিকাবাসীৰ ক্ষেত্ৰত অধিক* । )

[ চৰকাৰৰ কৰ-ব্যৱস্থা সম্বন্ধে কংগ্ৰেচলৈ বাণী,
২০ এপ্ৰিল, ১৯৬১ চন ]

আমেৰিকাৰ ভৱিষ্যতৰ কাৰণে এক শক্তিশালী আৰু সুস্থ কৰ-কাটলৰ ব্যৱস্থা অত্যাৱশ্যকীয়। এনেকুৱা এটা ব্যৱস্থা অবিহনে আমি আমাৰ প্ৰতিৰক্ষা-ব্যৱস্থা বজায় ৰাখিব আৰু স্বাধীন জগতৰ নেতৃত্ব লব নোৱাৰোঁ। তাৰ অবিহনে আমাৰ জনসাধাৰণৰ জীৱনৰ মান উন্নয়ন আৰু আমাৰ অৰ্থনীতিৰ উন্নতি সাধিব নোৱাৰোঁ।

আমাৰ ৰাজহুৱা স্বাৰ্থ পূৰণ কৰিবলৈ আমাৰ কৰ-ব্যৱস্থা পৰ্য্যাপ্ত হব লাগিব। চৰকাৰৰ পৰিচালনাত আমাৰ সকলোৰেপৰা উচিত দান লৈ সেই ব্যৱস্থাই সকলো ৰাজহুৱা স্বাৰ্থ ভালমতে পূৰণ কৰিব লাগিব। ই আমাৰ সম্পদৰাজিৰ উপযুক্ত ব্যৱহাৰত সহায়ক হব লাগিব। ইয়াৰদ্বাৰা অৰ্থ নৈতিক স্থিৰতা আৰু অৰ্থ নৈতিক বৃদ্ধি সাধন হব লাগিব। অৰ্থ নৈতিক বৃদ্ধিয়ে বৰ্দ্ধিষ্ণু কৰৰ ভেটি ৰচনা কৰে যিয়ে ৰাজহ বৃদ্ধি কৰে, যাৰ ফলত আমাৰ ৰাজহুৱা অভাৱবোৰ আৰু ব্যক্তিগত অভাৱবোৰ পূৰণ কৰিবলৈ আমি সমৰ্থ হম।

এই বাণীয়ে আমাৰ কৰ-ব্যৱস্থাৰ মৌলিক সুস্থতা স্বীকাৰ কৰে। আমাৰ অৰ্থ নৈতিক আৰু আন্তৰ্জাতিক অৱস্থাৰ পৰিবৰ্ত্তনশীল আৱশ্যকতাবোৰ আৰু আমাৰ কৰ-ব্যৱস্থা সময়ৰ লগত খাপ-খুউৱাই ৰখাৰ আৰু তাৰ নায্যতা বজায় ৰখাৰ আৱশ্যকতাৰ কথাও ই মানি লয়। .....

কিছুমান দোষ-অন্যায়ৰ প্ৰস্তাৱিত দূৰীকৰণে অৰ্থনীতিক সঞ্জীৱিত কৰিবৰ কাৰণে হ্ৰাস কৰা কৰ পূৰণ কৰিবৰ বাবে ৰাজহ-লাভৰ ব্যৱস্থা কৰিব। গতিকে এই প্ৰস্তাৱবিলাকৰপৰা ৰাজহৰ কোনো মুঠ ক্ষতি নহয়। এই-খিনিতে মই জোৰ দিব খুজিছোঁ যে সেই প্ৰস্তাৱবোৰ এটা গোট হিচাপে ধৰা হৈছে আৰু ৰাজহ আৰু সমদৰ্শিতা আৰু বহুতো প্ৰস্তাৱৰে পাৰস্পৰিক সম্বন্ধ বিচাৰ কৰোঁতে সিবোৰক একগোট হিচাপেই ধৰি লোৱাটো দৰ্কাৰ হব।...

## দীৰ্ঘ-স্থায়ী কৰ সংস্কাৰ

ওপৰত উল্লেখ কৰা লক্ষ্য লাভ কৰিবলৈ আৱশ্যকীয় কৰ-সংশোধনৰ বাবে এই সময়তে চৰকাৰে কংগ্ৰেচৰ আগত প্ৰস্তাৱ দাঙি ধৰা অত্যাৱশ্যকীয়, যদিও, অতি জটিল আৰু ইমানবোৰ মানুহৰ কাৰণে অতি গুৰুত্বপূৰ্ণ এটা কৰৰ ভেটি ৰচনাৰ বাবে ভালদৰে চিন্তা কৰিবলৈ যথেষ্ট সময় পোৱা নগ'ল। এই বাণী ৰচনাত্মক সংস্কাৰৰ পথত অতি জৰুৰী প্ৰথম পদক্ষেপহে।

কংগ্ৰেচে অলপতে কৰা কৰ-অধ্যয়নৰ ওপৰত নিৰ্ভৰ কৰি কংগ্ৰেচৰ অহা বৈঠকত উত্থাপন কৰিব পৰাকৈ এক যুজন কৰ-সংস্কাৰ আঁচনিৰ বাবে গৱেষণা আৰু প্ৰস্তুতি চলাবলৈ মই বিত্ত-সচিবক নিৰ্দ্দেশ দিছোঁ।

এই অধ্যয়নৰ ওপৰত ভিত্তি কৰি বিশেষকৈ বিধি-ব্যৱস্থা কমিটিৰ আৰু যুটীয়া অৰ্থনৈতিক কমিটিৰ অধ্যয়নক ভিত্তি কৰি এই আঁচনিৰ লক্ষ্য হব লাগিব এটা বহল আৰু সমান কৰৰ ভেটি ৰচনা কৰা আৰু লগতে এটা উপযুক্ত হাৰৰ ভেটিৰ ব্যৱস্থা কৰা। ইয়াৰদ্বাৰা অৰ্থনৈতিক বৃদ্ধিৰ উচ্চতৰ হাৰ, ন্যায়সঙ্গত কৰৰ ব্যৱস্থা আৰু সহজ কৰ-আইন গঠন কৰিবলৈ কঠোৰ শ্ৰম কৰিব পাৰিম। মই জানো যে আমেৰিকাৰ বেছিভাগ ৰাইজেই এই লক্ষ্যবোৰৰ অংশীদাৰ আৰু এই বিশেষ সময়ত সেইবোৰ পাবলৈ বেছিভাগেই কামনা কৰে।

যুদ্ধৰ খৰচ মিটাবৰ বাবে ব্যক্তিগত আয়-কৰ ধনী-লোকৰ ওপৰত বহুৱা কৰৰপৰা আমাৰ মুঠ বাজেট-প্ৰাপ্তিৰ আধাখিনিৰো বেছি আমাৰ নাগৰিকে দিব পৰাকৈ বিস্তৃত কৰা হ'ল। ইয়াৰ লগতে কৰ্প'ৰেচন আয়-কৰৰ ব্যৱস্থা কৰা হ'ল, যাৰ ফলত মুঠ বাজেটৰ চাৰিভাগৰ এভাগ আদায় হব।

আয়-কৰৰ ওপৰত দিয়া এই গুৰুত্ব এটা সুস্থ ব্যৱস্থা। কিন্তু অনেক কৰদাতাই কৰ দিব-নলগা ব্যৱস্থা উলিওৱাত ইমান ব্যস্ত হৈ পৰিছে যে তেওঁলোকৰ ব্যৱসায়িক কাৰ্য্যত বাধা পৰিছে আৰু দ্ৰব্য-মূল্য ব্যৱস্থাৰ উপযুক্ত কাৰ্য্য-সাধনত বাধা পৰিছে।

তাৰোপৰি বিভিন্ন দলক অগ্ৰাধিকাৰ দিব পৰাৰ ব্যৱস্থাও কৰা হৈছে। এজন কৰদাতাক কম কৰ দিবলৈ অনুমতি দিয়া হ'লে আন এজনক বেছিকৈ দিবলৈ কব লাগিব। ইয়াৰ ফলত কৰৰ বোজা সকলোৰে ওপৰত সমানভাৱে নপৰে ; আৰু কৰৰ ভেটি ঠেক হৈ পৰাৰ বাবে উচ্চতৰ কৰৰ হাৰ আৱশ্যকীয় হৈ পৰে। অৱশ্যে অতি গুৰুত্বপূৰ্ণ সামাজিক বা অৰ্থনৈতিক উদ্দেশ্য সিদ্ধিৰ বাবে

সম্পবিতৰণৰপৰা অলপ আঁতৰি অহাৰো আৱশ্যক আছে ; এই উদ্দেশ্য সফলতাৰে সাধন কৰিব পৰা যায় কৰ-ব্যৱস্থাৰ যোগেদি। কিন্তু এতিয়ালৈকে ব্যৱস্থা কৰা অনেক অগ্ৰাধিকাৰে এই কাম নকৰে আৰু এইবিলাকৰ পুনৰ্গঠন আৱশ্যক।

কৰৰ ভেটি বিস্তৃত কৰি আৰু কৰৰ হাৰ পুনৰ্গঠন কৰি এই ব্যৱস্থাৰ পৰিবৰ্ত্তন সধাটো আমাৰ কৰ-সংস্কাৰ আঁচনিৰ এটা মুখ্য উদ্দেশ্য হব। এই নতুন কৰ-ব্যৱস্থা অৰ্থনৈতিক বৃদ্ধিৰ বাবে ন্যায়-সঙ্গত, আধিক কাৰ্য্যকৰী আৰু আধিক সহায়ক হব।

## পৰিসৰ-বৃদ্ধি আৰু আধুনিকীকৰণৰ বাবে কৰ-বিষয়ক উদগনি

কৰ্ম্ম-কুশলতাৰ উন্নতি, কাৰিকৰী প্ৰগতি আৰু অধিক উপযুক্ত সা-সৰঞ্জামৰ ফলত বাঢ়ি অহা উৎপাদন-ক্ষমতাৰ ইতিহাসেই আমাৰ অৰ্থনীতিৰ ইতিহাস। উৎপাদন-ক্ষমতাৰ এই বৃদ্ধি প্ৰতিফলিত হৈছে বৰ্দ্ধিষ্ণু মজুৰি আৰু শ্ৰমিকৰ জীৱন-নিৰ্ব্বাহৰ মান, আৰু সমগ্ৰ অৰ্থনীতিৰ ক্ষেত্ৰতে হোৱা সুস্থ বৃদ্ধিৰ হাৰত। বিশ্ব-বজাৰত ইয়েই আমাৰ নেতৃত্বৰ মূল ভিত্তি ; গোটেই পৃথিৱীতে আমাৰ মজুৰি-হাৰ উচ্চতম।

বৰ্ত্তমান আমাৰ লেন-দেনৰ উদ্বৃত্তৰ ওপৰত পৰা সংকটপূৰ্ণ চাপৰ সময়ত আমাৰ কাৰখানা আৰু সা-সৰঞ্জামৰ আধুনিকীকৰণৰ প্ৰতি বিশেষ মনোযোগ দিব লাগিব। যুদ্ধকালীন ধ্বংসৰ পাচত পুনৰ নিৰ্ম্মাণ কৰিবলৈ বাধ্য হৈ আমাৰ বিদেশী বন্ধুসকলে বৰ্ত্তমান এক আধুনিক ঔদ্যোগিক-ব্যৱস্থা গঢ়ি তুলিছে, যাৰ ফলত তেওঁলোকে বিশ্ব-বজাৰত তুমুল প্ৰতিযোগিতা কৰিবলৈ বাধ্য হৈছে। ঘৰতেই হওক বা বিদেশতে হওক, আমাৰ নিজৰ বয়-বস্তুৰে বিদেশী বস্তুৰ লগত দাম আৰু গুণৰ ক্ষেত্ৰত প্ৰতিযোগিতা কৰিবলৈ হ'লে আমাৰ অতি কাৰ্য্যকৰী কাৰখানা আৰু সা-সৰঞ্জামৰ আৱশ্যক হব।

লগতে এক বৰ্দ্ধিষ্ণু জনসংখ্যা আৰু শ্ৰমিক-শ্ৰেণীৰ অভাৱ পূৰণ কৰিবলৈ আৰু বৰ্দ্ধিষ্ণু জন-মূৰী আয় আৰু নিয়োগ সাধন কৰিবলৈ আমাৰ আৱশ্যক উচ্চ আৰু বৰ্দ্ধিষ্ণু চৰকাৰী আৰু বে-চৰকাৰী মূলধন গঠন।

উচ্চ মূলধন-গঠন লাভ কৰিব পৰা যায় কেৱল উচ্চ আৰু বৰ্দ্ধিষ্ণু কাম আৰু বস্তুৰ চাহিদাৰ জৰিয়তে। দৰাচলতে ধন খটাবলৈ দিয়া উদগনিয়ে এই সম্পদশীল

অৰ্থনীতি লাভ কৰাত সহায়ক হব পাৰে; এই উদগনিয়ে অৰ্থনৈতিক বৃদ্ধিৰ বাবে উচ্চতম ধনভণি যোগাব পাৰে।......

কাৰখানা আৰু সাজ-সৰঞ্জামত কৰা আৰ্থিক ব্যয়ে নিৰ্মাণ, কাঠ, তাঁথা, বিলাতী-মাটি, কল-কব্জা আৰু আন আন উদ্যোগত অধিক কামৰ সৃষ্টি কৰে। এই নতুন কাৰখানাবিলাকৰ বাবে আৰু নতুন ৰপ্তানী-বজাৰৰ চাহিদা পূৰাবৰ বাবে অধিক লোকৰ আৱশ্যক হব। এই বনুৱাবোৰৰ আধিক মজুৰিয়ে আকৌ পণ্য-দ্ৰব্য আৰু সেৱা-উদ্যোগত আৰ্থিক কামৰ সৃষ্টি কৰিব। এনেকুৱা এটা উদগনি ব্যৱস্থাই পূৰা এক বছৰ কাম কৰাৰ ফলত কামৰ বৃদ্ধি প্ৰায় আধা নিযুত হব বুলি হিচাপ কৰা হৈছে।.....

[ এই বাণীটোৰ আন ঠাইত প্ৰেচিডেণ্টে :

(১) উন্নত দেশবোৰত tax-deferral অধিকাৰ আৰু সকলো দেশতে tax-haven deferral অধিকাৰ নিৰ্মূল কৰাৰ পৰামৰ্শ দিছিল।

(২) দেশৰ ভিতৰত ধন খটোৱা কোম্পানীৰ ওপৰত লগোৱাৰ দৰে বিদেশত খটোৱা কোম্পানীৰ ওপৰতো আয়-কৰ লগোৱাৰ পৰামৰ্শ দিছিল।

(৩) বিদেশত থকা আমেৰিকাবাসীক উপাৰ্জ্জিত আয়-কৰৰপৰা ৰেহাই দিয়াৰ ব্যৱস্থা সীমিত কৰা বা একেবাৰে উঠাই দিয়াৰ পৰামৰ্শ দিছিল। আৰু বিদেশত থকা প্ৰকৃত সম্পত্তিৰ ওপৰত থকা সম্পত্তি-কৰৰপৰা ৰেহাই দিয়াৰ ব্যৱস্থা উঠাই দিয়াৰো পৰামৰ্শ দিছিল।

(৪) বিদেশৰ লাভাংশৰ ( dividend ) ওপৰত থকা আয়-কৰৰ বাবে দিয়া দুগুণীয়া ৰেহাই উঠাই দিয়াৰ পৰামৰ্শ দিছিল।

(৫) নতুন কাৰখানা আৰু সাজ-সৰঞ্জামত ব্যয় কৰা উদ্যোগক কৰ বাকী দিয়াৰ ব্যৱস্থা কৰাৰ পৰামৰ্শ দিছিল।

(৬) লাভাংশ আৰু সুতৰ ওপৰত কৰৰ ব্যৱস্থা কৰাৰ পৰামৰ্শ দিছিল।

(৭) ১৯৫৪ চনৰপৰা চলি থকা লাভাংশৰ ওপৰত থকা আংশিক কৰ ৰেহাইৰ ব্যৱস্থা বদ কৰাৰ পৰামৰ্শ দিছিল।

(৮) বৰ্ত্তমান খৰচৰ হিচাপ ৰখাত থকা কু-প্ৰথা সংশোধনৰ বাবে আইন প্ৰনয়ণ কৰাৰ পৰামৰ্শ দিছিল।

(৯) পুৰণি ব্যৱসায়িক সম্পত্তিৰ বিক্ৰীৰপৰা হোৱা লাভৰ ওপৰত আয়-কৰৰ নিচিনা কৰ লগোৱাৰ ব্যৱস্থা কৰাৰ পৰামৰ্শ দিছিল।

(১০) সমবায় আৰু আন কিছুমান বিত্ত প্ৰতিষ্ঠানৰ ওপৰত কৰকো সাঙুৰি লব পৰাকৈ সংশোধনীমূলক আইন প্ৰণয়ন কৰাৰ পৰামৰ্শও দিছিল।
(১১) হিচাপ-নৰবেৰে কৰদাতাসকলক চিনাক্তকৰণকে ধৰি কৰ-পৰিচালনা ব্যৱস্থাৰ উন্নতি সাধন কৰিবলৈ আন কিছুমান ব্যৱস্থা লোৱাৰ পৰামৰ্শ দিছিল। কংগ্ৰেচ স্থগিত হোৱালৈকে এই শেষৰ অনুৰোধটোৱে কেৱল কংগ্ৰেচৰ অনুমোদন পাইছিল।

## স্বাৰ্থৰ সংঘাত

[মানুহৰ ক্ৰিয়া-কাৰ্য্যত স্বাৰ্থৰ সংঘাত অৱশ্যম্ভাৱী, আৰু চৰকাৰে এইবোৰৰপৰা সম্পূৰ্ণভাৱে মুক্ত থাকিবলৈ কেতিয়াও আশা কৰিব নোৱাৰে। সম্ভৱতঃ এই কেইবছৰত হোৱা স্বাৰ্থৰ সংঘাত একো বেছি আশাতীতভাৱে আশ্চাৰ্য্যজনক নহব। কিন্তু দুটা কথাৰপৰা গোটেই প্ৰশ্নটোৰে পুনঃসমীক্ষণ আৱশ্যকীয় হৈ পৰিছিল: (১) বৰ্ত্তমান প্ৰচলিত আইন-ব্যৱস্থা আধুনিক চৰকাৰৰ লগত সাধাৰণতে জড়িত সমস্যাৱলী সমাধানৰ বাবে যথেষ্ট নহয়, আৰু (২) বৰ্ত্তমানৰ আইনবোৰে কিছুমান ক্ষেত্ৰত ভাল মানুহক শাস্তি বিহাত আৰু উপযুক্ত মানুহক চৰকাৰৰ কামত বৰঙণি যোগোৱাৰপৰা বিৰত ৰখাতহে সহায় কৰে।
২৭ এপ্ৰিলত কংগ্ৰেচৰ প্ৰতি এক বিশেষ বাণীত প্ৰেচিডেণ্টে এই জটিল প্ৰশ্নটো সম্বন্ধে কিছুমান পৰামৰ্শ আগ-বঢ়াইছিল।]

[স্বাৰ্থৰ সংঘাত সম্পৰ্কে বিশেষ বাণী,
২৭ এপ্ৰিল, ১৯৬১ চন]

চৰকাৰী কাম চলোৱা লোকসকলৰ নৈতিক ব্যৱহাৰৰ মান উচ্চ ৰখাৰ দায়িত্বতকৈ আন কোনো চৰকাৰী দায়িত্বই অধিক মৌলিক হব নোৱাৰে। এই নীতি কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে সকলো কৰ্ম্মচাৰীয়ে আচল সাধুতা, পৰম নিঃস্বাৰ্থতা, আৰু বাইজৰ স্বাৰ্থৰ প্ৰতি সম্পূৰ্ণ ঐকান্তিকভাৱে কাম কৰিব লাগিব। এই নীতি কেৱল প্ৰকৃততে নহয় মানুহে দেখাকৈও

পালন কৰিব লাগিব। কিয়নো সকলো চৰকাৰৰ মূল ভেটি হৈছে বাইজৰ সমৰ্থন; সেই আস্থা-বিশ্বাস ক্ষুন্ন, যেতিয়া নৈতিক মানৰ হেৰ-ফেৰ হোৱা [illegible] দেখা যায়।

আমাৰ চৰকাৰৰ, তলত কাম কৰা লোকসকলৰ ত্যাগ আৰু সাধুতাৰ ওপৰত মোৰ পূৰা বিশ্বাস আছে। এই দেশত অৰ্থলোভী কৰ্ম্মচাৰীৰ উদাহৰণ, তুলনামূলকভাৱে বিৰল, আৰু বৰ্ত্তমানলৈকে আবিষ্কৃত যি দুই-এটা অসাধুতাৰ উদাহৰণ পোৱা গৈছে তাৰপৰা নৈতিক মানৰ কোনো বিস্তৃত অধঃপতনৰ ইঙ্গিত পোৱা নাযায়।

সেয়ে হলেও যোৱা দুই দশকত ঘটা কিছুমান ঘটনাই আমাক সঁকিয়াই দিছে যে চৰকাৰৰ নৈতিকতা নিয়ন্ত্ৰিত কৰা আইন ব্যৱস্থাসমূহ নিৰ্ব্বাচিত চৰকাৰৰ পৰিৱৰ্ত্তিত ৰূপৰ লগত অথবা আমাৰ সমাজৰ পৰিৱৰ্ত্তিত অৱস্থাৰ লগত খাপ খাবলৈ যথেষ্ট নহয়। তাৰোপৰি আমাৰ চৰকাৰী কৰ্ম্মচাৰী-বিলাকৰ সমুখত দেখা দিয়া নৈতিক প্ৰশ্নসমূহ ইমান জটিল হৈ পৰিছে যে উচ্চ নৈতিক মান ৰাখিব যোৱা ভাল মানুহবোৰে সহজ আৰু সাধাৰণ বুদ্ধিৰে সমস্যা সমাধান কৰা টান হৈ পৰিছে আৰু সাধাৰণ নিয়ন্ত্ৰণাত্মক নীতিৰ অভাৱত সমাধানত বাধা পৰিছে। ইয়াৰ ফলত চৰকাৰৰ নৈতিকতা আৰু সমসাময়িক সমস্যাৰ ক্ষেত্ৰত তাৰ ব্যৱহাৰ সম্পৰ্কে মৌলিক নীতি নিৰ্দ্ধাৰণ কৰাৰ আৱশ্যকতা সম্পৰ্কে বহুতো সুচিন্তিত পৰ্য্যবেক্ষকে উদ্বিগ্নতা প্ৰকাশ কৰিছে।

অৱশ্যে চৰকাৰী কৰ্ম্মচাৰীসকল এদল আচুতীয়া মানুহ নহয়। তেওঁলোকে তেওঁলোকৰ সমাজৰ নৈতিক-সুৰটো প্ৰতিফলিত কৰাটো অৱশ্যম্ভাৱী। আৰু স্থায়ী শাৰীৰিক প্ৰতিযোগিতা অথবা টেলিভিচন-কুইজ অনুষ্ঠান, দ্ৰব্য-মূল্য থিৰ কৰিবলৈ কৰা বিস্তৃত ব্যৱসায়িক ষড়যন্ত্ৰ, পৰিকল্পিত অপৰাধেৰে ভৰা ব্যৱসায়ী আৰু ইউনিয়নৰ মাজত সংঘৰ্ষ, ব্যয়-হিচাপত ঠগামি, যান-বাহন পৰিচালনা আইনভঙ্গ, অথবা কৰ লুকুৱাই ৰখা কাম ইত্যাদিয়ে যদি সেই নৈতিক সুৰটো বে-সুৰা কৰে, তেনেহলে আমাৰ চৰকাৰৰ কাৰ্য্যকলাপ প্ৰভাৱান্বিত হবই। এখন সমাজৰ নৈতিক মানে সেই সমাজত বাস কৰা সকলোৰে—শাসক আৰু শাসিতৰ—কাৰ্য্যকলাপ প্ৰভাৱান্বিত কৰাটো নিশ্চিত।

চৰকাৰৰ ক্ষেত্ৰত থকা নৈতিকতাৰ সমস্যাৰ পূৰ্ণ-সমাধান হৈছে সুস্থ নৈতিক পাৰিপাৰ্শ্বিকতাত ডাঙৰ হোৱা সাধুলোক পোৱাটো। কোনো আইনে মানুহৰ

সাধুতা অথবা বাইজৰ স্বাৰ্থৰ প্ৰতি একাগ্ৰতা নষ্ট কৰিব খোজা অসংখ্য প্ৰত্যাহ্বানৰ লগত ফেৰ মাৰিব নোৱাৰে, সেই আইন যিমানেই কঠোৰ নহওক লাগিলে। তথাপি নীতি-নিৰ্দ্ধাৰণ কৰিব পৰা, অৰ্থলোভী কপটক শাস্তি বিহিব পৰা, আৰু চৰকাৰী কাজ-কৰ্ম্মক এটা সাধাৰণ নৈতিক গতি দিব পৰা আইনৰ অৱশ্যকতা আছে।

উচ্চতম নৈতিক মান নিৰ্দ্ধাৰণ কৰা এই আইনে কিন্তু উচ্চ গুণী আৰু যোগ্য লোকক কামত ভৰ্ত্তি কৰোৱা চৰকাৰৰ ক্ষমতাক বাধা দিব নালাগিব। বৰ্ত্তমানৰ চৰকাৰৰ আৱশ্যক বহল অভিজ্ঞতা, জ্ঞান আৰু যোগ্যতা থকা পুৰুষ-তিৰোতা। উচ্চ শাসন-পাৰদৰ্শী লোকৰ এতিয়া আৱশ্যক। অতি জটিল আৰু কাৰিকৰী অসুবিধা থকা সমস্যাবিলাক সমাধানত সহায় কৰিবাৰ বাবে মাজে-সময়ে উপদেশ দিব পৰা আৰু আংশিক-কালৰ বাবে নিযুক্ত বিশেষজ্ঞ অনেক লোকৰ এতিয়া আৱশ্যক। মুঠতে আমাৰ পুৰুষৰ অতি গুৰুত্বপূৰ্ণ কাম—চৰকাৰৰ কাম—চলোৱাত সহায় কৰিবলৈ আমেৰিকাৰ গোটেই প্ৰতিভা আৰু কৌশলকে আমি নিয়োগ কৰাটো দৰ্কাৰ।

ৰাজহুৱা স্বাৰ্থৰ কাৰণে আমেৰিকাৰ মানৱ সম্পদ ব্যৱহাৰৰ আৱশ্যকতাই ৰাজহুৱা আৰু ব্যক্তিগত জীবনৰ মাজৰ প্ৰভেদ অস্পষ্ট কৰিছে। ইয়াৰ বাবে ব্যৱসায়, শিক্ষাজীৱন আৰু চৰকাৰত মানুহৰ আগমন-গমনৰ এটা স্থায়ী সোঁতৰ সৃষ্টি কৰিছে। ইয়াৰ ফলত আমি গাইগুটীয়া প্ৰতিষ্ঠানসমূহ সঙ্কুচিত কৰিবলগীয়া হৈছোঁ আৰু আংশিক-কালৰ বাবে নিযুক্ত উপদেষ্টাক ৰাজহুৱা কাম কৰিবলৈ মাতিবলগীয়া হৈছোঁ। ইয়াৰ বাবে চৰকাৰী কাম লোৱা লোকৰ সংখ্যা শতকৰা ২০ ভাগকৈ বাঢ়িছে। আৰু তাৰ ফলস্বৰূপে, নৈতিক মান ৰক্ষা কৰা সমস্যাটো অতি জটিল হৈছে আৰু স্বাৰ্থৰ সংঘাতৰ সম্ভাৱনা গভীৰভাৱে বাঢ়িছে।

## আইন-সংস্কাৰ

'সাৰ্থৰ-সংঘাত' আইন নামেৰে সাতটা বিধান আছে। আন অনেক বিধানৰ ক্ষমতা কিছুমান বিশেষ অফিচ অথবা অতি ঠেক গণ্ডীৰ কৰ্ম্মচাৰী কিছুমানৰ মাজতে সীমাবদ্ধ। এই পিছৰ বিধানবিলাকৰ ফলত কৰ্ম্মচাৰীসকল সাধাৰণতে প্ৰায় সকলোবোৰ সাধাৰণ বাধ্য-বাধকতাৰপৰা মুক্ত। কেতিয়াবাহে সিবিলাকে কিছুমান ওপৰঞ্চি বাধ্য-বাধকতা জাপি দিয়ে।

ওপৰোক্ত সাতটা বিধানত চাৰিটা মূল সমস্যা সোমাই আছে :

(১) ব্যক্তিগত স্বাৰ্থ-জড়িত কোনো ব্যৱসায় লেন-দেনত চৰকাৰৰ হৈ কাম কৰা চৰকাৰী কৰ্মচাৰী ( 18 U. S. C. 434 ) ;

(২) কোনো বাহিৰা স্বাৰ্থত চৰকাৰৰ লগত কোনো কামত লিপ্ত হোৱা চৰকাৰী কৰ্মচাৰী ( 18 U. S. C. 216, 281, 283 ) ;

(৩) নিজ চৰকাৰী কামৰ বাবে কোনো বাহিৰা সূত্ৰৰপৰা ক্ষতিপূৰণ লোৱা চৰকাৰী কৰ্মচাৰী ( 18 U. S. C. 1914 ) ;

(৪) চৰকাৰী চাকৰি অন্ত পৰাৰ দুই বছৰৰ ভিতৰত কাৰোবাৰ প্ৰতিনিধিত্ব কৰি চৰকাৰৰ লগত লেন-দেন কৰা প্ৰাক্তন চৰকাৰী কৰ্মচাৰী ( 18 U. S. C. 284, 5 U. S. C. 99 )।

ইয়াৰ পাঁচখন আইন গঠন কৰা হয় ১৮৭৩ চনৰ আগতে। প্ৰত্যেকখনেই আন কেইখনৰ লগত সমন্বয় নৰখাকৈ কৰা হৈছিল। এখনৰো শব্দ-চয়নৰ মিল আনখনৰ লগত নাই। এখনৰ বাহিৰে আন কেইখনে অপৰাধমূলক শাস্তিৰ বিধান দিছে। এখনৰ লগত আন এখন ওপৰাওপৰি হৈ আছে আৰু অমিল আছে। এইবিলাক অধ্যয়ন কৰা প্ৰত্যেকেই কৈছে যে এইবিলাক নীতিগতভাৱে ভাল হ'লেও, গঠন আৰু সাৰমৰ্মত যথেষ্ট অসম্পূৰ্ণতা আছে।

এই আইনবোৰৰ মূল ত্ৰুটি হ'ল, এই আইনবোৰে এহাতে চৰকাৰী কৰ্মচাৰীবিলাকক ব্যক্তিগত স্বাৰ্থ আৰু কামৰ বাবে যথেষ্ট স্বাধীনতা দিয়ে যিবিলাক চৰকাৰী কৰ্তব্যৰ লগত খাপ নাখায় আৰু আনহাতে চৰকাৰী কামৰ বাবে গুণসম্পন্ন লোকক লোৱাত অনাৱশ্যকভাৱে বাধা দিয়ে।......

এই 'স্বাৰ্থ-সংঘাত'-আইন কিছুমান আদালতে কোৱাৰ দৰে "অৰ্থ আৰু সম্পত্তিৰ দাবী"ৰ ক্ষেত্ৰতে সীমাবদ্ধ; অথচ ধন-সম্পদৰ লগত সম্পৰ্ক নথকা চৰকাৰী কামত বে-চৰকাৰী লোক অথবা প্ৰতিষ্ঠানক চৰকাৰী পদবী, প্ৰভাৱ নাইবা ভিতৰুৱা গোপন খবৰেৰে সহায় কৰাৰ বিপক্ষে এই আইনবোৰে চৰকাৰক ৰক্ষা কৰিব নোৱাৰে। তথাপিও, টেলিভিচন বা অনাতাঁৰ কেন্দ্ৰ, বিমানপথ, বিজুলী যোগান কেন্দ্ৰ আদিৰ বাবে লাইচেন্স্ দিয়া আৰু তেনেকুৱা চৰকাৰী সহায় বা অনুমতিৰ বাবে কৰা আবেদনৰ ক্ষেত্ৰত চৰকাৰী পদবীৰ অব্যৱহাৰৰ সম্ভাৱনা বেছি নহ'লেও কম নহয়।

এইদৰে, আক্ষৰিকভাৱে চালে, এজন ডাক-বিভাগৰ কেৰাণীয়ে তেওঁৰ মাকক কৰ-ঘূৰাই পাবৰ বাবে নিয়ন্ত্ৰিত দাবী কৰাত সহায় কৰিলে এই

আইনবোৰদ্বাৰা তেওঁক জৰিমনা কৰিব পৰা যায় অথবা জেলো দিব পৰা যায়। কিন্তু এজন মন্ত্ৰী-সভাৰ কৰ্মচাৰীয়ে তেওঁৰো অংশ থকা কোনো ব্যৱসায়-প্ৰতিষ্ঠানক মূল্যবান টেলিভিচন-কেন্দ্ৰ এটা স্থাপনৰ লাইচেন্স দিয়াত স্বাধীন বিভাগ এটাৰ ওপৰত নিজৰ প্ৰভাৱ বিস্তাৰ কৰিব খুঁজিলে তেওঁ আইনমতে দণ্ডনীয় নহয়।······

প্ৰাক্তন চৰকাৰী কৰ্মচাৰীবিলাকৰ ক্ষেত্ৰতো একেই বেমেজালি পোৱা যায়। এনেকুৱা কৰ্মচাৰী, পদত্যাগ কৰি চৰকাৰী দায়িত্বত থাকোঁতে তেওঁ কৰিবলগীয়া কাম এটাত অন্যপক্ষ লোৱাৰপৰা বিৰত থাকিব লাগে। কিন্তু কিছুমান কাৰিকৰী কাৰণৰ বাবে এই উদ্দেশ্যে কৰা আইনবোৰে উদ্দেশ্য সাধন কৰিব নোৱাৰে। অপৰাধ-আইনত এনে কোনো ব্যৱস্থা নাই যাৰ-দ্বাৰা চৰকাৰী শক্তি আয়োগৰ ( Federal Power Commission ) মুখ্য উকীলক নিজৰ পদ ইস্তাফা দি আদলতত আয়োগৰ সিদ্ধান্তক প্ৰত্যাহ্বান কৰা কোনো বিফল লাইচেন্স প্ৰাৰ্থীৰ পক্ষ লোৱাৰপৰা বিৰত কৰিব পৰা যায় ( যদিও এনেকুৱা ব্যৱহাৰ ওকালতিৰ অধিকাৰ হেৰুওৱাৰ কাৰণ হব পাৰে। ) আৰু প্ৰচলিত আইনৰ অন্তৰালত কোনো আয়োগৰ কৰ্মচাৰীয়ে—যি উকীল নহয়,—কোনো শাস্তিৰ ভয় নোহোৱাকৈ এনেকুৱা ক্ষেত্ৰত ভিতৰুৱা খবৰ যোগান ধৰি নিঃসঙ্কোচে লাভবান হব পাৰে।

এই আইনবোৰে গুৰুত্বপূৰ্ণ কথা কিছুমান নিয়ন্ত্ৰণাধীন নকৰাকৈ থকাৰ উপৰিও যি ক্ষেত্ৰত নৈতিক সমস্যাৰ প্ৰশ্ন উঠে তাত চৰকাৰী কামৰ বাবে গুৰুত্বপূৰ্ণ ব্যক্তিগত সেৱা লাভ কৰাত অত্যধিক নিয়ন্ত্ৰণৰদ্বাৰা বাধাৰ প্ৰায়েই সৃষ্টি কৰে। মূলতঃ ইয়াৰ কাৰণ হ'ল, এই আইনবোৰে চৰকাৰ-পৰিচালনাত আংশিকভাৱে নিযুক্ত অথবা মাজে-সময়ে কাম কৰা উপদেষ্টাৰ বৰগুণিৰ কথা বিবেচনা কৰা নাই। এনেকুৱা উপদেষ্টাৰ পৰামৰ্শ অপৰিহাৰ্য্য ; কিন্তু বৰ্ত্তমান আইনে বিচৰামতে তেওঁক নিজৰ ব্যক্তিগত লাভৰপৰা বঞ্চিত কৰিব নোৱাৰি বা তাৰ বাবে অনুৰোধো কৰিব নোৱাৰি। যেতিয়াই চৰকাৰে কোনো উচ্চ গুণ-সম্পন্ন বিশেষজ্ঞৰ সহায় বিচাৰে—তেওঁ ৰসায়ন-বিদ, একাউন্টেন্ট, উকীল অথবা অৰ্থনীতিজ্ঞই হওক, এনেকুৱা সমস্যাবোৰ আহি পৰে।

সাধাৰণতে এনেকুৱা সমস্যাবোৰ আহে এই কথাৰপৰা যে মাজে-সময়ে কাম কৰা পৰামৰ্শদাতাসকলকো নীতিগতভাৱে (technically) চৰকাৰী

কৰ্মচাৰী বুলি ধৰিব পাৰি, লাগিলে ক্ষতিপূৰণ দিয়া হওকেই বা নহওকেই। গতিকে নিয়মিত পূৰ্ণ-নিযুক্ত কৰ্মচাৰীসকলৰ ক্ষেত্ৰত প্ৰাযোজ্য নিয়ন্ত্ৰিত ব্যৱস্থাসমূহ তেওঁলোকৰ ক্ষেত্ৰতো খাটে।

[ বাণীটোৰ-বাকী-অংশত প্ৰেচিডেণ্টে :

(১) প্ৰচলিত "স্বাৰ্থ-সংঘাত" আইন ভালদৰে সংশোধন কৰিবলৈ আৰু ওপৰত উল্লেখ কৰা অসুবিধা আৰু অমিল কথাবিলাক দূৰ কৰিবলৈ এখন বিল কংগ্ৰেচৰ আগত উত্থাপন কৰিবলৈ কৈছিল।

(২) ex parte আদান-প্ৰদান ( অৰ্থাৎ এজন বিভাগীয় কৰ্মচাৰী আৰু তেওঁৰ অধীনত থকা কোনো বিষয়ত জড়িত কোনো পক্ষৰ মাজত হোৱা অপ্ৰকাশিত ভিতৰুৱা সম্পৰ্ক ) নিয়ন্ত্ৰিত কৰিব পৰা ব্যৱহাৰ-বিধি গঠন কৰিবলৈ প্ৰত্যেক বিভাগকে বাধ্য কৰাবলৈ আইন প্ৰনয়ণৰ বাবে আবেদন জনাইছিল।

(৩) (ক) চৰকাৰী কৰ্মচাৰীৰদ্বাৰা দান-গ্ৰহণ সীমাবদ্ধ কৰিবলৈ, (খ) চৰকাৰী কৰ্মচাৰীয়ে ব্যক্তিগত লাভৰ বাবে বাইজৰ অজ্ঞাত চৰকাৰী খবৰ ব্যৱহাৰ কৰাটো নিষেধ কৰিবলৈ, (গ) এজন চৰকাৰী কৰ্মচাৰীয়ে আৰ্থিক গুৰুত্বপূৰ্ণ কোনো কথা যোগাবলৈ আন এজনক প্ৰভাৱান্বিত কৰা বন্ধ কৰিবলৈ, আৰু (ঘ) নিজৰ চৰকাৰী কামৰ লগত নিমিলা কোনো বাহিৰা কামত নিযুক্ত নহবৰ বাবে সকলো চৰকাৰী কৰ্মচাৰীকে নিৰ্দ্দেশ দিবলৈ নিয়ন্ত্ৰণ-ব্যৱস্থা হাতত লম বুলি তেওঁ কৈছিল।

(৪) Executive-Branch-অত নিযুক্ত লোকৰ সম্পত্তি নিয়ন্ত্ৰণ কৰিবলৈ চৰকাৰী-ব্যৱস্থা হাতত লোৱাৰ কথা ঘোষণা কৰিছিল।

(৫) ঘোষণা কৰিছিল যে চৰকাৰী নৈতিকতাৰ-কথাবিলাকৰ সমন্বয় সাধন কৰিবলৈ প্ৰেচিডেণ্টৰ Executive অফিচত এজন অফিচাৰ নিযুক্ত কৰিব।

বাণীটো সামৰিছিল এনেদৰে : ]

মুঠকথা, উচ্চ নৈতিক মান ৰক্ষা কৰিব পৰা যায় যদি চৰকাৰৰ কৰ্মচাৰীসকলে বাইজৰ 'সেৱাত আত্মনিয়োগৰ ব্যক্তিগত আদৰ্শ দাঙি ধৰিব

পাৰে আৰু যেওঁলোকৰ নেতৃত্বৰদ্বাৰা সকলো চৰকাৰী কৰ্মচাৰীকে ৰাইজৰ সেৱাত আৱশ্যকীয় নৈতিক মানৰ প্ৰতি অধিক সজাগ কৰিব পাৰে।.........

মই এইটোও বুজিব পাৰিছোঁ যে আটাইতকৈ গভীৰ দায়িত্ব আছে প্ৰেচিডেন্ট পদৰ ওপৰত। Executive Branch-অৰ লগত কোনো সদস্যই অনিন্দনীয় ব্যৱহাৰপৰা অকণো আঁতৰি যোৱাটো কোনো প্ৰেচিডেন্টেই ক্ষমা কৰিব নোৱাৰে। তেওঁৰ দৃঢ়তা অৰু দৃঢ়-প্ৰতিজ্ঞাই হ'ল যুক্তৰাজ্যৰ চৰকাৰৰ ওপৰত ৰাইজৰ আস্থাৰ মূল উৎস, আৰু সেই অস্থা ভঙ্গ কৰাৰ ন্যায্যতাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে।

# অষ্টম অধ্যায়

## দেশ আৰু দেশৰ সম্পদ

"প্ৰচুৰ উৎপাদনে আমাৰ ভঁৰাল আৰু গুদামবোৰ ভৰাই ৰাখিছে ; কিন্তু দহটাৰ ভিতৰত এটা আমেৰিকান গৃহস্থীতে আহাৰৰ মান পুষ্টিৰ বাবে নিয়মিত মানৰ তিনিভাগৰ দুভাগৰো তলত।"

"আমেৰিকাৰ কৃষিজাত প্ৰাচুৰ্য্য বৈদেশিক নীতিৰ গুৰুত্বপূৰ্ণ অস্ত্ৰ আৰু ঘৰুৱা কষ্ট আৰু ক্ষুধা নিবাৰণৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব পৰা যায়।

"……আমাৰ পূৰ্ব্ববৰ্ত্তীসকলে যিদৰে আমাৰ হাতত দিছিল সেইদৰে আমিও আমাৰ-কালত আমাৰ প্ৰাকৃতিক সম্পদ আৰু সৌন্দৰ্য্য আমাৰ অনুবৰ্ত্তীসকলৰ হাতত অকুণ্ঠিতভাৱে তুলি দিয়াটো আমাৰ কৰ্ত্তব্য।"

## কৃষি

[১৬ মার্চত প্রেচিডেণ্টে তেওঁৰ কৃষি-বিষয়ক এই বাণী কংগ্রেচলৈ পঠিয়াইছিল।]

## [ কংগ্রেচলৈ কৃষি-বিষয়ক বাণী, ১৬ মার্চ, ১৯৬১ চন ]

······আমাৰ অন্ন-বস্ত্র যোগাওঁতা হিচাপে আমেৰিকাৰ্ কৃষি এটা অতি সফল আৰু কার্য্যক্ষম উদ্যোগ। আন কোনো দেশতে আৰু আমাৰ কৃষি-অর্থনীতিৰ ইতিহাসৰ আন কোনো কালতে ইমান কম খৰচতে ইমানবোৰ মানুহে এনেকুৱা প্রাচুর্য্য আৰু বিচিত্রতা উপভোগ কৰিবলৈ পোৱা নাই।······

মুঠতে আমাৰ কৃষকসকলে প্রশংসাহে পোৱা উচিত, নিন্দা নহয়; আৰু তেওঁলোকৰ কার্য্য-দক্ষতাই কৃতজ্ঞতা পোৱা উচিত। শাস্তি পাব-লগা একো নাই। কিয়নো তেওঁলোকৰ কার্য্য-দক্ষতা আৰু উৎপাদন-ক্ষমতা নিহিত আছে আমেৰিকাৰ কৃষিৰ দুৰ্দ্দশাৰ মর্ম্মস্থলত।······কৃষি আমাৰ বৃহত্তম উদ্যোগ। তীখা-উদ্যোগত থকা মানুহৰ বাৰ-গুণ আৰু মটৰগাড়ী-উদ্যোগত থকা মানুহৰ ন-গুণ মানুহ ইয়াত খাটি আছে। দৰাচলতে তীখা, মটৰগাড়ী, ৰাজহুৱা ব্যৱহার্য্য বস্তু আৰু পৰিবহন উদ্যোগত সমুদায় যিমান মানুহ খাটে তাতকৈ বেছি মানুহ ইয়াত নিযুক্ত হৈছে। এজন কৃষক উৎপন্ন-দ্রব্য ব্যৱহাৰকাৰী হোৱাৰ লগতে উৎপাদনকাৰীও, আৰু কৃষি-ক্রয় ক্ষমতা (Farm purchasing power) পৰি আহিলে আন আন অর্থনৈতিক শ্রেণীবিলাকো প্রভাবান্বিত হয়। আমাৰ কৃষি-পামবিলাকৰ আৱশ্যকীয় বস্তুৰ বাবে বছৰি প্রায় ৪০ বিলিয়ন ডলাৰ খৰচ কৰা হয়। কৃষকে ব্যৱহাৰ কৰা বস্তু-বাহানিৰ উৎপাদন আৰু বিতৰণৰ বাবে ছয় নিযুত লোক নিযুক্ত হৈ আছে। নতুন মটৰগাড়ী, ট্রাক, ট্রেক্টৰ আৰু অন্যান্য কৃষি-পামৰ সাজ-সৰঞ্জামৰ বাবে কৃষক পৰিয়ালবিলাকে বছৰি ২·৫ৰপৰা ৩ বিলিয়ন ডলাৰলৈকে খৰচ কৰে; আৰু ইন্ধন, লুব্রিকেণ্ট (lubricant) আৰু মটৰগাড়ী আৰু আন আন কল-কব্জা চলাবৰ বাবে ৩·৫ বিলিয়ন ডলাৰ। এইটো সকলো আমেৰিকাবাসীৰে কাম্য যে আমাৰ কৃষি কেৱল প্রগতিশীল হোৱাই নহয়, সম্পদশীলো হব লাগিব।

তথাপি ১৯৩০ চনৰ পিচৰ আন সময়তকৈ ১৯৬০ চনত সোমোৱাৰ পিচৰ-পৰাই, আমাৰ কৃষক-পৰিয়ালবিলাকৰ আয় আমাৰ জনসংখ্যাৰ আয়তকৈ তুলনামূলকভাৱে কম। যদিও যোৱা দহ বছৰত দ্ৰব্য-মূল্য বাঢ়িয়েই আছে, কৃষি-পামৰ আয় কমি গৈছে। প্ৰচুৰ উৎপাদনে আমাৰ ভঁৰাল আৰু গুদাম-বোৰ ভৰাই ৰাখিছে যদিও দহটাৰ ভিতৰত এটা আমেৰিকান গৃহস্থীতে আহাৰৰ মান নিয়মিত পুষ্টিকৰ আহাৰৰ মানৰ তিনিভাগৰ দুভাগৰো তলত।

এই বিসঙ্গতিবিলাক আমাৰ সকলোৰে চিন্তাৰ কাৰণ: কৃষকৰ, কৰদাতাৰ আৰু ব্যৱহাৰকাৰীৰ। ইবিলাকে আমাৰ দেশৰ জীৱনী-শক্তি, আমাৰ মূল উদ্যোগ কৃষি। দেশৰ প্ৰত্যেক শ্ৰেণীৰে অৰ্থনৈতিক সুস্থতাৰ ওপৰত ই ক্ৰিয়া কৰে।

বৰ্ত্তমানৰ প্ৰায়বোৰ সমস্যাই এই চাৰিটা কাৰণৰপৰা উদ্ভূত হৈছে:

**প্ৰথম,** লাখ লাখ পৃথক উৎপাদনকাৰীৰ তেওঁলোকৰ উৎপাদন অথবা উৎপন্ন-বস্তুৰ মূল্য নিয়ন্ত্ৰণৰ অক্ষমতা। ব্যক্তিগতভাৱে কাম কৰি এজন কৃষকে আধুনিক আৱশ্যকতাবোৰ পূৰণ কৰিবৰ বাবে নিজৰ উৎপাদনৰ পৰিকল্পনা কৰিব আৰু সীমাবদ্ধ চাহিদা থকা পণ্যদ্ৰব্য এৰি আন পণ্যত হাত দিব নোৱাৰে অথবা উপযুক্ত মূল্য পাবৰ কাৰণে সফলতাৰে দৰ-দামো খেলিব নোৱাৰে।

**দ্বিতীয়,** বৰ্ত্তমানে চলি থকা কৃষি-উৎপাদনৰ ক্ষেত্ৰত কাৰিকৰী বিপ্লৱ, যাৰ ফলত কম মাটি আৰু মানুহৰদ্বাৰা অধিক শস্য উৎপাদন কৰা হৈছে; এতিয়া এজন খেতিয়কে পঁচিশজন মানুহৰ বাবে অন্ন-বস্ত্ৰ উৎপাদন কৰে, কিন্তু এই শতিকাৰ আৰম্ভণিতে এজন খেতিয়কে মাত্ৰ সাতজনৰ কাৰণে অন্ন-বস্ত্ৰ উৎপাদন কৰিছিল।

**তৃতীয়,** বিতৰণৰ দুৰ্ব্যৱস্থা যাৰ ফলত আমাৰ বাহি বস্তুবোৰ জমা কৰি ৰখাটো এটা প্ৰকৃত সমস্যা হৈ পৰাৰ সময়ত স্বাধীন জগতৰ আধাখিনি মানুহ অপুষ্টিকৰ আহাৰ খাই বাচি থাকিবলগীয়া হৈছে।

**চতুৰ্থ,** কৃষি-পামত হোৱা ধীৰ ক্ৰমবৰ্দ্ধমান ব্যয়। গড় হিচাপে এখন কৃষি-পামত ব্যয় হয় ৩৬,০০০ ডলাৰ। যোৱা দশকত কৃষকৰ সুতৰ ব্যয় বাঢ়িছে প্ৰায় ৩০০%। সাজ-সৰঞ্জামৰ খৰচ বাঢ়িছে ৭৫%।

এই সমস্যাটোৰ সমাধান আমাৰ উৎপাদন-দক্ষতা হ্ৰাস কৰাৰ ওপৰত বৈছিকৈ নিৰ্ভৰ নকৰে; কৰে আমাৰ প্ৰাচুৰ্য্যক অধিক ফলদায়ক আৰু বিস্তৃত-

ভাৱে ব্যৱহাৰ কৰাৰ ওপৰত। আমেৰিকাৰ কৃষি-প্ৰাচুৰ্য্যক বৈদেশিক নীতিৰ গুৰুত্বপূৰ্ণ অস্ত্ৰ আৰু ঘৰুৱা কষ্ট আৰু ক্ষুধা নিবাৰণৰ অস্ত্ৰ হিচাপেও ব্যৱহাৰ কৰিব পৰা যায়। নগৰীয়া পৰিয়ালৰ লগত এই সম্পদ উৎপাদন কৰা কৃষক পৰিয়ালৰ আয় আৰু সা-সুবিধাৰ সমতা ৰক্ষা কৰাটো আমাৰ উদ্দেশ্য, কাৰণ পৰিয়াল-কৃষি-পামক এটা মূল আমেৰিকান অনুষ্ঠান হিচাপে ৰখাটো উচিত।

কৰদাতাসকলৰ কাৰণে কৰা পৰিকল্পনাসমূহৰ খৰচ কম কৰাৰ লগতে এই উদ্দেশ্যবোৰ সাধন কৰাই আমাৰ কামনা। এইটো আংশিকভাৱে কৰিব পৰা যায়, কিয়নো আমাৰ কৃষি-উৎপন্নবোৰ মজুত কৰি থোৱাতকৈ ব্যৱহাৰ কৰাত খৰচ কম পৰে। মজুত কৰি থোৱাত বৰ্ত্তমান খৰচ পৰে বছৰি ৫০০ নিযুত ডলাৰতকৈও বেছি অথবা দৈনিক ১.৪ নিযুত ডলাৰ।

কিন্তু এইফালে আমি নজৰ ৰখাটো উচিত হব যাতে কৃষি-উৎপন্ন বস্তুবিলাক উচিত মূল্যত বিক্ৰী কৰি উচিত আয় পোৱা যায়। কোনো কৃষি-আঁচনিতে গ্ৰাহকৰ ওপৰত অন্যায় কৰিব নালাগে। আনহাতে কৃষকৰ কম আয়েও গ্ৰাহকৰ আৰ্থিক অৱস্থাৰ উন্নতি কৰিব নোৱাৰে। নিয়ন্ত্ৰণৰ অৱস্থা কৃষি-পামতো অসহনীয় আৰু উদ্যোগতো। উদ্যোগত শ্ৰমিক, মালিক আৰু মূলধনৰ বাবে আৱশ্যক উচিত মূল্য ঘূৰাই পোৱাটো। আমাৰ কাপোৰৰ যোগান ধৰোঁতাসকলৰ বাবে সেইটো সমানে আৱশ্যক।

আমাৰ উদ্দেশ্য হব লাগিব এনেকুৱা এটা কৃষি-পৰিকল্পনা হাতত লোৱা, যিয়ে বজাৰত জমা হৈ থকা আৰু অৰ্থনীতি চাপ-দি থকা বহুল বাহিৰোৰৰ সদ্ব্যৱহাৰ কৰিব; যিয়ে শাসনকাৰ্য্যত চৰকাৰী মিতব্যয়িতা ৰক্ষাত সহায় কৰিব; যিয়ে উচিত মূল্যত বস্তু পোৱাৰ গ্ৰাহকৰ অধিকাৰক স্বীকৃতি দিব; আৰু যিয়ে কৃষকক তেওঁৰ পৰিশ্ৰমৰ উচিত মূল্য পোৱাত সহায় কৰিব।......

[ বাণীটোৰ বাকী অংশত প্ৰেচিডেণ্টে :

(১) কৃষি-পামৰ যোগান-ব্যৱস্থাত আৰু কৃষি-পামৰ আয়ৰ স্থিৰতা ৰক্ষা কৰাত কৃষি-সচিবৰ কৰ্ত্তৃত্ব বৃদ্ধি আৰু বিস্তৃত কৰিবলৈ আইন প্ৰণয়ন কৰিববৰ বাবে অনুৰোধ কৰিছিল।

(২) বিদেশত আৰু ঘৰত কৃষি-উৎপন্ন বস্তুবোৰ (বাহিৰোৰক ধৰি) বিক্ৰী আৰু বিতৰণৰ উন্নতি আৰু বিস্তৃতি সাধিবলৈ শাসন-সংক্ৰান্ত আৰু আইনগত ব্যৱস্থা হাতত লব বুলি প্ৰস্তাৱ কৰিছিল।

(৩) "উৎপন্ন বস্তু চপোৱা-মেলা, বজাৰত বিক্ৰী কৰা, আৰু বা-যোগান ক্ৰয় কৰাত আৰু আন আন কামত খেতিয়কসকলৰ সমবায়ৰ জৰিয়তে একগোট হৈ কাম কৰাৰ অধিকাৰক পুনৰ স্বীকৃতি দিবলৈ আৰু ৰক্ষা কৰিবলৈ" আইন প্ৰণয়ন কৰাৰ পৰামৰ্শ দিছিল।

(৪) যিবিলাক অঞ্চলত, ঘাইকৈ কৃষি-পামবিলাকৰ আয় অতি নিম্ন সেইবিলাক অঞ্চলক সহায় কৰিবৰ বাবে অঞ্চল-পুনৰ্বিকাশ বিলখন (Area Redevelopment Bill) পাচ কৰিবলৈ আবেদন জনাইছিল।

(৫) ঘোষণা কৰিছিল যে তেওঁ Farm Home Administration ঋণ দিয়াৰ কাম বিস্তৃত আৰু উদাৰ কৰিবলৈ ব্যৱস্থা লব, পামত শস্য মজুত ৰখাত উৎসাহ দিবলৈ ব্যৱস্থা হাতত লব আৰু গ্ৰামাঞ্চলত বিজুলী যোগান আঁচনি খৰ্‌তকীয়া কৰিব।

(৬) জাতীয় বনবোৰৰ আৰু ব্যক্তিগত কাঠনিবোৰৰ উন্নতি কৰিবলৈ শাসনসংক্ৰান্ত আৰু আইনগত ব্যৱস্থা হাতত লব।

(৭) মাটি-সংৰক্ষণ বিভাগৰ কাৰ্য্যসূচী খৰ্‌তকীয়া কৰিবলৈ ধনৰ বাবে কংগ্ৰেচক অনুৰোধ কৰিছিল।

প্ৰেচিডেণ্টে ৮ আগষ্টত ১৯৬১ চনৰ কৃষি আইনত চহী কৰে। তেওঁ খোজা ব্যৱস্থাবিলাকৰ বেছিভাগেই এই আইনৰদ্বাৰা পাব পৰা হয়। কিন্তু কংগ্ৰেচৰ ভেটোৰ (Congressional Veto) অধীন পণ্য-বস্তুৰ স্থিৰতা ৰখাৰ আঁচনি প্ৰস্তুত কৰিবলৈ কংগ্ৰেচে কৃষি-সচিবক কৰ্তৃত্ব নিদিলে।]

## প্ৰাকৃতিক সম্পদৰাজি

[ প্ৰেচিডেণ্টে কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল প্ৰাকৃতিক সম্পদৰাজি সম্বন্ধে কিছুমান দৃঢ়-ধাৰণা লৈ, যি ধাৰণা তেওঁ কেবা ঠাইতো ভালদৰে প্ৰকাশ কৰিছে। তেওঁৰ অতি স্পষ্ট মন্তব্য পোৱা যায় জাতীয় বন্য-জীৱন সংস্থা গৃহৰ ( National wildlife Federation Building ) উদ্বোধনী ভাষণত। ]

[ জাতীয় বন্য-জীৱন সংস্থা গৃহৰ উদ্বোধনী অনুষ্ঠানত দিয়া মন্তব্য, ৩ মাৰ্চ, ১৯৬১ চন ]

...উদ্বোধন কৰোঁতে ৰবাৰ্ট ফ্ৰষ্টে এটা কবিতা আবৃত্তি কৰিছিল। প্ৰথম শাৰীটো হ'ল "The land was ours before we were the land's." অৰ্থ হ'ল, আমি এটা জাতি হৈ উঠাৰ আগতে আমাৰ এই নতুন মাটিয়ে আমাক পালন কৰিছিল। আৰু যদিও আমি এতিয়া দেশৰ, এখন মহাদেশৰ সমান মানুহৰ এখন দেশ, তথাপি এই মহানগৰীত আৰু আন প্ৰত্যেকখন মহানগৰীতে আমাৰ শক্তি আৰু জীৱিকা আহৰণ কৰিম এই মাটিৰপৰাই।

আমাৰ গোটেই ইতিহাসতে আমাৰ মাটি-পানী, আমাৰ বন আৰু খনিজ বস্তুৱে আমাক সম্পদৰাজি দিছে যাৰ ওপৰত নিৰ্ভৰ কৰি এই দেশ গঢ়ি উঠিছে, আৰু আমাৰ ক্ষমতা বৃদ্ধি হৈছে। আজি এই বস্তুগত সম্পদৰ মহান দানেই ইয়াৰ আৰু গোটেই জগতৰে স্বাধীনতাৰ প্ৰতিৰক্ষাৰ ভেটি। আৰু আমাৰ ভৱিষ্যত গৌৰৱ আৰু শক্তি নিৰ্ভৰ কৰিছে আমাৰ প্ৰাকৃতিক সম্পদৰাজিৰ প্ৰচুৰ ব্যৱহাৰৰ ওপৰত।

আমাৰ পূৰ্ব্বৱৰ্ত্তীসকলে যিদৰে আমাৰ হাতত দিছিল সেইদৰে আমাৰ-কালত আমাৰ প্ৰাকৃতিক সম্পদ আৰু সৌন্দৰ্য্য আমাৰ অনুৱৰ্ত্তীসকলৰ হাতত অকুণ্ঠিতভাৱে তুলি দিয়াটো আমাৰ কৰ্ত্তব্য।......

প্ৰতিজন নাগৰিকৰে মনোযোগ আৰু আকাঙ্ক্ষা নোহোৱাকৈ কোনো চৰকাৰী আঁচনিয়ে সফল হব নোৱাৰে। আপোনালোকৰ প্ৰতিষ্ঠাৰ জৰিয়তে বে-চৰকাৰীভাৱে প্ৰচেষ্টা চলাই আপোনালোকে কেৱল আমাৰ দেশৰ বনজ-সম্পদ বিকাশৰ বাবেই সহায় কৰা নাই, আপোনালোকে এনেকুৱা এখন আমেৰিকা গঢ়াত সহায় কৰিছে, যি আমাৰ সমূহীয়া লক্ষ্য : মুক্ত ঠাই, পৰিষ্কাৰ

পানী, নেউজ-বুলীয়া আমেৰিকা ; এনেকুৱা এখন দেশ য'ত বন্য-জীৱন আৰু প্ৰাকৃতিক সৌন্দৰ্য্য ধ্বংস কৰিব নোৱাৰি ; য'ত ক্ৰমবৰ্দ্ধিত নগৰমুখী লোকে এতিয়াও গাঁওলৈ যাব পাৰে , সভ্যতাৰ গতি ঘূৰাই দিব পাৰে আৰু আধ্যাত্মিক আৰু বস্তুগত শক্তি পাব পাৰে, যাৰ ওপৰত আমাৰ দেশৰ গৌৰৱমহিমা বৰ্ত্তি আছে ।

( এই বিষয়ে প্ৰেচিডেণ্টে সুসংগঠিভাৱে কৈছিল প্ৰাকৃতিক সম্পদ সম্বন্ধে তেওঁৰ আন এটি বিশেষ বাণীত । )

[ প্ৰাকৃতিক সম্পদ সম্বন্ধে বিশেষ বাণী,
২৩ ফেব্ৰুৱাৰী, ১৯৬১ চন ]

সভ্যতাৰ আৰম্ভণিৰেপৰা প্ৰত্যেক দেশেই নিজৰ প্ৰগতি-বিভূতি আহৰণ কৰিছে ঘাইকৈ প্ৰাকৃতিক সম্পদৰাজিৰপৰা। আমি পোৱা আশীৰ্ব্বাদবোৰ লৈ এই দেশ সৌভাগ্যবান। আমাৰ গোটেই সমাজখনেই আমাৰ পানী, মাটি, বন আৰু খনিজ সম্পদৰ ওপৰত নিৰ্ভৰশীল। আমি কিদৰে এই সম্পদ-বোৰ ব্যৱহাৰ কৰোঁ সেই কথাই আমাৰ স্বাস্থ্য, নিৰাপত্তা, অৰ্থনীতি আৰু প্ৰগতিৰ ওপৰত প্ৰভাৱ পেলায় ।

কিন্তু আমি যদি সংৰক্ষণ আৰু বিকাশৰ বাবে এক উচিত ব্যৱস্থা হাতত লব নোৱাৰোঁ, আমি যদি বিবেচনাৰে এই আশীৰ্ব্বাদবোৰ ব্যৱহাৰ কৰিব নোৱাৰোঁ, তেনেহলে অলপ দিনৰ ভিতৰতে আমি বিপদত পৰিম। সম্পদৰ ক্ষেত্ৰত ভৱিষ্যতৰ ব্যৱহাৰৰ ভৱিষ্যদ্বাণীত সদায় কমকৈ কোৱা হৈছে। কিন্তু আনকি ৰক্ষণশীল হিচাপমতেও আমি ভৱিষ্যতে সংকটপূৰ্ণ নাটনি আৰু বাধাৰ সম্মুখীন হম। ২,০০০ চনত যুক্তৰাজ্যৰ ৩০০ নিযুত লোকৰ ( চল্লিশ বছৰত প্ৰায় দুগুণ হব। ) অনেক বেছি কৃষিজাত বস্তু, কাঠ, পানী, খনিজ-বস্তু, ইন্ধন, শক্তি আৰু মুকলি ঠাইত আমোদ-প্ৰমোদৰ সুবিধাৰ আৱশ্যক হব। বৰ্ত্তমানৰ হিচাপমতে আমাৰ পানীৰ ব্যৱহাৰ অহা বিশ বছৰত দুগুণ হব, উচ্চ মানৰ কাঠ খৰচ কৰা হৈছে নতুন বৃদ্ধিতকৈ বেছি , বেছিভাগ পলসুৱা মাটি বিধৌত হৈছে , বৰ্দ্ধিত হাৰত আমাৰ খনিজ-বস্তুবোৰ শেষ হৈছে , আৰু দেশৰ বাকী থকা প্ৰাকৃতিক সৌন্দৰ্য্যৰে ভৰা অনুন্নত অঞ্চলবোৰ আন কামৰ বাবে আগে আগে ব্যৱহাৰ হৈ আছে ।

এই সম্পদৰ উন্নয়নত আৰু যুক্তভাৱে বন ৰখালে কাইলৈ অনেক লাভ পোৱা যাব, কিন্তু এতিয়া কাম কৰিব নোৱাৰিলে সুযোগবোৰ চিৰদিনৰ বাবে হেৰুৱাব লগাত পৰিব পাৰোঁ। এই ক্ষেত্ৰত আমাৰ দেশ আমাৰ প্ৰতি সদায় উদাৰ হৈ আছে ঃ এতিয়া আমি দেশৰ ভৱিষ্যত বিকাশৰ বাবে আৱশ্যকতা-বোৰক অৱজ্ঞা কৰিব নোৱাৰোঁ।

এই সমস্যাটো দেশৰ কেৱল এক শ্ৰেণীৰ মানুহৰে চিন্তাৰ কাৰণ নহয়। যিবিলাকে মাছ মাৰে আৰু চিকাৰ কৰে, যিবিলাকে ঔদ্যোগিক কেন্দ্ৰ গঢ়ে, নিজৰ বোজা পাতলাবলৈ আৰু ঘৰ-বাৰী উজলাবলৈ যিবিলাকৰ বিজুলী শক্তিৰ আৱশ্যক, ঘৰ, উদ্যোগ আৰু আমোদ-প্ৰমোদৰ বাবে যিবিলাকৰ পানীৰ আৱশ্যক —মুঠতে যুক্তৰাজ্যৰ প্ৰত্যেকখন ৰাজ্যৰে প্ৰত্যেকজন নাগৰিকৰেই আমাৰ *সম্পদৰাজিৰ বিকাশৰ সুস্থ আঁচনিত নিজৰ স্বাৰ্থ নিহিত আছে।*

## জল-সম্পদ

আমাৰ দেশ প্ৰচুৰ জল-সম্পদেৰে সৌভাগ্যবান, কিন্তু এই সৌভাগ্যকে লৈ আমি আত্ম-সন্তুষ্ট হৈ থাকিব নোৱাৰোঁ। আমি বৰ্ত্তমান দিনে ৩০০ বিলিয়ন গেলন পানী ব্যৱহাৰ কৰোঁ, ইয়াৰ বেছিভাগেই অপব্যয়মূলকভাৱে। ১৯৮০ চনত আমাৰ আৱশ্যক হব দিনে ৬০০ বিলিয়ন গেলন।

আমাৰ পানী যোগান সদায় স্থান আৰু কাল অনুসৰি আমাৰ আৱশ্যকতাৰ লগত মিলা নাই। এবাৰ বা এঠাইত বানপানী ৰহিত কৰিব পাৰি আনবাৰ বা আন ঠাইৰ উৎকট পানীৰ নাটনিৰদ্বাৰা। এই অৱস্থা বৰ্ত্তমান চলি আছে পূবফালৰ বহুতো নগৰীয়া অঞ্চলত আৰু বিশেষকৈ সংকটজনক হৈছে পশ্চিমাঞ্চলত। আমাৰ উভৈনদী জল-সম্পদ ব্যৱহাৰ কৰিব লাগিব সকলো উদ্দেশ্যতে উচ্চতম লাভ পাবৰ বাবে—জল-বিদ্যুৎশক্তি, জল-সিঞ্চন আৰু পুনৰ্ব্যৱহাৰ, নৌ-পৰিবহন, আমোদ-প্ৰমোদ, স্বাস্থ্য, গৃহ আৰু নানান উদ্যোগৰ বাবে। দেশৰ আটাইবোৰ অঞ্চলৰে পৰিমিত উন্নয়ন হব লাগিলে, আমাৰ চৰকাৰী পুনৰ্ব্যৱস্থা আৰু আন আন জল-সম্পদ বিষয়ক আঁচনিত মিউনিচিপাল আৰু ঔদ্যোগিক পানী আৰু শক্তি যোগান-ব্যৱস্থা, জল-সিঞ্চন আৰু পুনৰুদ্ধাৰ ব্যৱস্থাৰ প্ৰতি অধিক নজৰ দিব লাগিব।

আমাৰ দ্ৰুত জনসংখ্যা আৰু ঔদ্যোগিক বৃদ্ধি আৰু পৰিৱৰ্ত্তনৰ ফলত আমাৰ

দেশৰ নদী-নলাৰ পানী শঙ্কাজনকভাৱে দূষিত হৈছে। সকলোবোৰ অভাৱ পূৰণৰ বাবে—ঘৰুৱা, কৃষি-বিষয়ক,ঔদ্যোগিক আৰু আমোদ-প্ৰমোদ বিষয়ক,—পৰিমাণ আৰু গুণ ৰক্ষা কৰি একেখিনি পানীকেই আমি ব্যৱহাৰ কৰি থাকিব লাগিব। দেশৰ অনেক অঞ্চলত যোগানৰ নতুন ব্যৱস্থাৰ আৱশ্যক হৈ পৰিছে; কিন্তু সকলোবোৰ অঞ্চলতে বৰ্ত্তমান থকা যোগান-ব্যৱস্থাবিলাক আমি ৰক্ষা কৰি থাকিব লাগিব।……

কেৱল আমাৰ অভাৱ পূৰণৰ বাবেই নহয়, পৃথিৱীৰ শুকান দেশবোৰৰ অভাৱ পূৰণৰ বাবেও, পৃথিৱীৰ বৃহত্তম, সুলভতম প্ৰাকৃতিক জল-ভাণ্ডাৰ সাগৰৰ পানী ঘৰ আৰু বাহিৰা উদ্যোগত ব্যৱহাৰৰ উপযোগী কৰিবলৈ এটা কাৰ্য্যকৰী আৰু সস্তীয়া পন্থা উলিয়াবৰ বাবে কৰা প্ৰচেষ্টাতকৈ আন কোনো জল-সম্পদ আঁচনিয়ে অধিক দীৰ্ঘ-ম্যাদী গুৰুত্বপূৰ্ণ হব নোৱাৰে। তেনেকুৱা এটা সমাধানে প্ৰতিবেশী ৰাজ্য আৰু দেশৰ মাজৰ তিক্ততাপূৰ্ণ খৰিয়াল নাইকিয়া কৰিব, আৰু গোটেই শুকান জীৱনকাল বিৰাট জলধিৰ কাষত থাকিও ব্যৱহাৰ-উপযোগী পানী আৰু তাৰপৰা পোৱা অনেক সস্তীয়া সুবিধাবোৰৰ নাটনিত জীৱন কটোৱা লাখ লাখ মানুহৰ মনত আশাৰ সঞ্চাৰ কৰিব।

সাগৰৰ আৰু আন লুণীয়া পানী বিশুদ্ধকৰণৰ সস্তীয়া আৰু কাৰ্য্যকৰী উপায় উদ্ভাৱন কৰিবলৈ আৰু সেই উপায়ক গভীৰ চেষ্টাৰে কাৰ্য্যত পৰিণত কৰিবলৈ এই চৰকাৰে বৰ্ত্তমান দ্বিগুণ উৎসাহেৰে প্ৰচেষ্টা চলাই আছে।

মই এতিয়াই কথা দিছোঁ যে যেতিয়া এই উপায় আবিষ্কাৰ কৰিব পৰা যাব, তেতিয়া অনতিপলমে সেই জ্ঞান আন ইচ্ছুক দেশক দিয়া হব; আৰু লগতে তাৰ ব্যৱহাৰৰ বাবে যথোপযোগী কাৰিকৰী আৰু আন সাহায্যও দিয়া হব। দৰাচলতে, যুক্তৰাষ্ট্ৰই ইচ্ছা কৰা সকলো দেশকেই এই কাৰ্য্যত বৰ্ত্তমান সহযোগ কৰিবলৈ আহ্বান জানাইছে।……

## বিজুলী-শক্তি

আমাৰ অৰ্থনীতিৰ বৃদ্ধি আৰু জাতীয় প্ৰতিৰক্ষাৰ আৱশ্যকতাসমূহৰ লগত খোজ মিলাই চলিবলৈ হ'লে, এই দেশৰ শক্তি বিস্তৃতিৰ বাবে আৱশ্যক হব আমাৰ শক্তি-উদ্যোগৰ সকলো খণ্ডৰে গভীৰ প্ৰচেষ্টা। চৰকাৰী শক্তি-আয়োগৰ বৰ্ত্তমান হিচাপমতে আমাৰ অত্যাৱশ্যকীয় অৰ্থনৈতিক প্ৰগতিৰ বাবে

দেশৰ অভাব মিটাবলৈ হ'লে ১৯৮০ চনত মুঠ প্ৰস্তাৱিত বিজুলী যোগান-ব্যৱস্থাৰ—চৰকাৰী, সমবায় আৰু বে-চৰকাৰী,—দীৰ্ঘ-ম্যাদী বিস্তাৰ সাধনৰ স্পষ্টভাৱে আৱশ্যক হৈছে।

এই শক্তিৰ ভালেখিনি অংশ নিৰ্ব্বাচিত চৰকাৰে যোগোৱাৰ আৱশ্যকতা সু-প্ৰতিষ্ঠিত; আৰু চৰকাৰে তাক যোগাই থাকিব। এই ক্ষেত্ৰত আমি আমাৰ কৰ্ত্তব্য পালন কৰিয়ে থাকিম।

এই দশকৰ ভিতৰতে কয়লাৰ খৰচ যিবিলাক ঠাইত বেছি সেইবিলাক ঠাইত আৰ্থিক ফালৰপৰা প্ৰতিযোগিতা কৰিব পৰা আণৱিক-শক্তি লাভ কৰিবলৈ চলোৱা আমাৰ প্ৰচেষ্টাত ইন্ধন যোগোৱা হব মৌলিক গৱেষণা, কাৰিকৰী উন্নতি আৰু উদ্যোগৰ সহযোগত আণৱিক-শক্তি আয়োগৰ দ্বাৰা নানা আৰ্হি আৰু পূৰ্ণাঙ্গৰ ৰিয়েক্টৰ নিৰ্ম্মাণৰ জৰিয়তে। .....

[ এইবোৰ আৰু আন আন আনুষঙ্গিক সমস্যা সমাধানৰ বাবে প্ৰেচিডেণ্টে ঘোষণা কৰিছিল যে—

(১) তেওঁ প্ৰাকৃতিক সম্পদৰ বিষয়ে এখন প্ৰেচিডেণ্টৰ উপদেষ্টা সমিতি গঠন কৰিব আৰু প্ৰাকৃতিক সম্পদৰাজিৰ সংৰক্ষণ, উন্নয়ন আৰু ব্যৱহাৰ সম্পৰ্কে কৰা গৱেষণাৰ মূল্যাঙ্কন কৰিবলৈ জাতীয় বিজ্ঞান একাডেমীক ( National Academy of Sciences ) অনুৰোধ কৰিব।

(২) তেওঁ জল-সম্পদ আৰু বানপানী নিয়ন্ত্ৰণৰ ক্ষেত্ৰত "নতুন কাম আৰম্ভ নকৰা" নীতি পৰিত্যাগ কৰিছে আৰু এখন 'সুশৃঙ্খল আঁচনি প্ৰস্তুত কৰিবলৈ উপযুক্ত বিভাগ আৰু আন বিভাগীয় মুৰব্বীসকলক অনুৰোধ কৰিছে।

(৩) তেওঁ ১৯৭০ চনৰ ভিতৰত বুজনভাৱে নৈ-অৱবাহিকা পৰিকল্পনা হাতত লোৱাৰ উদ্দেশ্যে পৰিকল্পনা আয়োগ গঠন অনুমোদন কৰিবলৈ কংগ্ৰেচক অনুৰোধ কৰিছিল; ভৱিষ্যত জল-ভাণ্ডাৰৰ স্থান সংৰক্ষণৰ কৰ্তৃত্ব দি আইন প্ৰণয়ন কৰিবলৈ আবেদন জনাইছিল; আৰু কানাডাৰ লগত 'কলম্বিয়া নদী যুটীয়া উন্নয়ন চুক্তি' ( Columbia River Joint Development Treaty ) অনুমোদন কৰিবলৈ চিনেটক অনুৰোধ কৰিছিল।

(৪) তেওঁ চৰকাৰী বান-নিয়ন্ত্ৰণ আঁচনি খৰ্‌তকীয়া কৰিব বুলি আশ্বাস

দিছিল; আৰু মাটি-সংৰক্ষণ আৰু জলাহ-পৰিচালনা ( watershed-management ) পৰিকল্পনাসমূহৰ পুনৰ মূল্যাঙ্কন কৰিবলৈ আবেদন জনাইছিল।

(৫) তেওঁ পানী দূষিতকৰণ নিয়ন্ত্ৰণ-ব্যৱস্থা খৰ্‌তকীয়া কৰিবলৈ শাসন-সংক্ৰান্ত আৰু আইনগত ব্যৱস্থা হাতত লোৱাৰ প্ৰস্তাৱ কৰিছিল আৰু বায়ু দূষিতকৰণ নিয়ন্ত্ৰণৰ বাবে কাৰ্য্যকৰী চৰকাৰী ব্যৱস্থা লবলৈ আবেদন জনাইছিল।

(৬) তেওঁ বৰ্ত্তমানৰ লুণীয়া পানী পৰিশোধন-গৱেষণা আঁচনিৰ প্ৰতি বৰ্দ্ধিত আৰু বিস্তৃত সমৰ্থনৰ বাবে কংগ্ৰেচক অনুৰোধ কৰিছিল।

(৭) তেওঁ চৰকাৰী শক্তি-বিক্ৰীৰ ক্ষেত্ৰত অনুসৰণ কৰিবলগীয়া নীতি ঘোষণা কৰিছিল আৰু আন্তঃসচিবক (Secretary of the Interior) "সেই বিভাগৰ বজাৰ-সংস্থাবিলকে (Marketing agencies) বিজুলী যোগোৱা অঞ্চলবিলাকক উপযুক্তভাৱে সাধাৰণ পৰিবাহী প্ৰেৰণ-লাইনেৰে আগতীয়াকৈ সংযোগ কৰিবলৈ আঁচনি প্ৰস্তুত কৰিবৰ বাবে; চৰকাৰী আৰু বে-চৰকাৰী উভয় বিজুলী-শক্তিৰে অধিক জাতীয় সমবায় একত্ৰীকৰণৰ (National Co-operative Pooling) বাবে পৰিকল্পনা কৰিবলৈ, আৰু বৰ্ত্তমানৰ ব্যৱস্থাবোৰ ডাঙৰ কৰিবলৈ……" নিৰ্দ্দেশ দিছিল।

(৮) তেওঁ চৰকাৰী মাটিত বন-বিকাশ খৰ্‌তকীয়া কৰিবলৈ কংগ্ৰেচক অনুৰোধ কৰিছিল; চৰকাৰী হাবিলৈ যাতায়াতৰ অনুমোদিত ৰাস্তা নিৰ্ম্মাণৰ আঁচনি লোৱাৰ কথা ঘোষণা কৰিছিল; আৰু চৰকাৰী ভূমিৰ সংৰক্ষণ, ব্যৱহাৰ আৰু পৰিচালনা উন্নত কৰিবলৈ ব্যৱস্থা লোৱাৰ কথা ঘোষণা কৰিছিল।

(৯) তেওঁ কৈছিল যে সাগৰ-বিজ্ঞাৰ ( Oceanography ) বাবে এখন জাতীয় আঁচনি তেওঁ কংগ্ৰেচৰ আগত দাঙি ধৰিব।

(১০) বন-সংৰক্ষণ, অধিক চৰকাৰী প্ৰমোদোদ্যান স্থাপন, আৰু মাছ আৰু বন্য-জীৱন সংৰক্ষণ আঁচনিৰ পৰিসৰ বৃদ্ধিৰ বাবে শাসন-সংক্ৰান্ত আৰু আইনগত ব্যৱস্থা হাতত লব বুলি তেওঁ প্ৰস্তাৱ কৰিছিল।

[ প্ৰস্তাৱিত প্ৰাকৃতিক-সম্পদ সম্বন্ধীয় আইনৰ ভিতৰত কংগ্ৰেচে দূষিত পানী-ব্যৱহাৰ-নিয়ন্ত্ৰণ্ কাৰখানা স্থাপনত সহায় কৰিবলৈ ধন মঞ্জুৰ কৰিছিল,

পানী দূষিতকৰণ নিয়ন্ত্ৰণৰ বাবে ৰাজ্যসমূহলৈ দিয়া ধনৰ পৰিমাণ বঢ়াই দিছিল আৰু চৰকাৰৰ খুৱীয়া-পানী পৰিশোধন-পৰিকল্পনাৰ এটা সংশোধিত সংৰক্ষণ অনুমোদন কৰিছিল। আকৌ চিনেটেও কানাডাৰ লগত কৰা কলম্বিয়া নদী যুটীয়া উন্নয়ন চুক্তি অনুমোদন কৰিছিল। বনাঞ্চল সংৰক্ষণ সম্বন্ধীয় এখন চৰকাৰী বিল চিনেটে অনুমোদন কৰিছিল কিন্তু সংসদত অনুমোদিত নহ'ল। কড্ অন্তৰীপ জাতীয় উপকূলীয় পাৰ্ক ( Cape Cod National Seashore Park ) স্থাপনৰ বাবে আগবঢ়োৱা এখন বিলত ৭ আগষ্টত প্ৰেচিডেণ্টে চহী কৰিছিল। ]

# নৱম অধ্যায়

## ব্যক্তিৰ কাৰণে চিন্তা

"মানুহৰ মনটোৱেই আমাৰ মূল সম্পদ।"

"এই পদ আৰু এই প্ৰশাসনৰ আটাইথিনি আবেদন আৰু শক্তিৰে প্ৰত্যেক ব্যক্তিৰেপৰা উৎকৰ্ষতাৰ উচ্চ-মান আহৰণ কৰিবলৈ মই যত্ন কৰিছোঁ।.... ."

"সংবিধানৰ স্পষ্ট নিষেধাজ্ঞা অনুসৰি প্ৰাথমিক আৰু মাধ্যমিক স্কুলৰ বাবে ৰখা ধন কোনো গীৰ্জাৰ স্কুল নিৰ্মাণৰ বাবে অথবা গীৰ্জাৰ স্কুলৰ শিক্ষকৰ দৰ্মহাৰ বাবে খৰচ কৰা হোৱা নাই। ...."

"স্বাস্থ্যই দেশৰ ভৱিষ্যতৰ চাবি-কাঠি।"

## শিক্ষা

[ যিসকলে প্ৰেচিডেণ্ট কেনেডিৰ জীৱন-ধাৰা লক্ষ্য কৰি আছে তেওঁলোকে তেওঁৰ শিক্ষা-বিষয়ত গভীৰ মনোযোগৰ কথা ভালকৈ জানে। ফেব্ৰুৱাৰীৰ ২০ তাৰিখে শিক্ষা-বিষয়ক তেওঁৰ এই বিশেষ-বাণী কংগ্ৰেচলৈ তেওঁ পাঠিয়াইছিল। ]

### [ কংগ্ৰেচলৈ শিক্ষা-বিষয়ক বিশেষ-বাণী, ২০ ফেব্ৰুৱাৰী, ১৯৬১ চন ]

দেশ হিচাপে আমাৰ প্ৰগতি শিক্ষাৰ প্ৰগতিতকৈ বেগী হব নোৱাৰে। এই যুগত বিশ্ব-নেতৃত্বৰ বাবে আমাৰ আৱশ্যকতাসমূহ, অৰ্থনৈতিক প্ৰগতিৰ বাবে আমাৰ আকাঙ্ক্ষা আৰু নাগৰিকত্বৰ যোগ্যতা—এই সকলোবোৰৰ বাবে আৱশ্যক প্ৰত্যেকজন আমেৰিকান যুৱকৰে যোগ্যতাৰ পূৰ্ণ-বিকাশ।

মানুহৰ মনটোৱে আমাৰ মূল সম্পদ। চৰকাৰৰ পৰিমিত পৰিকল্পনাই কল-কাৰখানাত ধন খটাবলৈ উদগনি দিয়াৰ উপৰিও আৰু কিছুমান কাম কৰিব লাগিব। মানুহৰ ওপৰত—তেওঁলোকৰ বুনিয়াদী শিক্ষা আৰু উচ্চ বৃত্তি-প্ৰশিক্ষণত ধন খটাবৰ বাবে সমানে দৃঢ-ব্যৱস্থাও সেই পৰিকল্পনাত থাকিব লাগিব। তেনেকুৱা ব্যৱস্থাৰ অবিহনে যুক্তৰাজ্য চৰকাৰে অৰ্থ নৈতিক আৰু সামৰিক শক্তি বৃদ্ধিৰ বাবে নিজৰ কৰ্ত্তব্য পালন কৰিব নোৱাৰে।... ...

শিক্ষা ৰাজ্যিক আৰু স্থানীয় নিয়ন্ত্ৰণাধীন বিষয় কিন্তু শিক্ষা ক্ৰমবৰ্দ্ধমান-ভাৱে খৰচ-বহুল। প্ৰতিজন ল'ৰা-ছোৱালীৰে উপযুক্ত শিক্ষাৰ ব্যৱস্থা কৰিবৰ বাবে অনেক ৰাজ্য আৰু স্থানীয় চৰকাৰৰ সামৰ্থ্যৰ অভাৱ। অনেক বিদ্যালয় জন-বহুল। অনেক শিক্ষকে কম দৰ্মহা পায়। অনেক মেধাবী ছাত্ৰই উচ্চ শিক্ষাৰ সুবিধা নাপায়। অনেক শিক্ষানুষ্ঠানেই এই ষষ্ঠ-দশকৰ বৰ্দ্ধিত ছাত্ৰ-সংখ্যাৰ খৰচ বহন কৰিব নোৱাৰে অথবা ঠাইৰ ব্যৱস্থা কৰিব নোৱাৰে।

আমাৰ লক্ষ্য দ্বৈত হব লাগিব: শিক্ষাৰ বিষয়ত নতুন উৎকৰ্ষতাৰ মান আৰু আগ্ৰহী আৰু সমৰ্থ সকলো ব্যক্তিকে সেই উৎকৰ্ষতাৰ সুবিধাদান।

## ৰাজহুৱা প্ৰাথমিক আৰু মাধ্যমিক স্কুলবোৰলৈ সাহায্য

অহা দহ বছৰত বছৰি গড়ে প্ৰায় এক নিযুতকৈ ছাত্ৰ-সংখ্যা বাঢ়িব। কমাই দিয়া অথবা আধা-দিনীয়া বৈঠক কৰা স্কুলবোৰত ইতিমধ্যে আধা নিযুতকৈও অধিক ছাত্ৰ-ছাত্ৰীয়ে ভিৰ কৰিছে। উক্ত বৃদ্ধিয়ে স্কুলবোৰত গুৰুতৰ সমস্যা হৈ দেখা দিব। এই স্কুলবোৰে ধন পায় ঘাইকৈ এবিধ সম্পত্তি-কৰৰপৰা। এই কৰ অনেক অঞ্চলতে এনেকুৱা বৰ্দ্ধিত বোজা বহন কৰিবলৈ অসমৰ্থ।

এই দাবী পূৰণ কৰিবলৈ যথেষ্ট সংখ্যক উপযুক্ত গুণসম্পন্ন শিক্ষক আৰু সা-সুবিধা যোগোৱাটো প্ৰধান সমস্যা হৈ পৰিব। আনকি বৰ্ত্তমানতে প্ৰায় নব্বৈ হাজাৰ শিক্ষক আছে যিসকলৰ সম্পূৰ্ণ প্ৰামাণিক অৰ্হতা নাই। আনফালে নিশ্চয় হাজাৰ হাজাৰ শিক্ষকে নিমন্ত্ৰণ কৰিব নোৱাৰা আকাৰৰ শ্ৰেণী লৈ হাবাথুৰি খাইছে, কিয়নো শিক্ষকৰ সংখ্যা এতিয়াও যথেষ্ট নহয়।

যদি শিক্ষকৰ দৰ্মহা বৃদ্ধি কৰাৰ ব্যৱস্থা হাতত লোৱা নহয় তেনেহলে বেছি সংখ্যক আৰু বেছি ভাল শিক্ষক আমি নাপাওঁ—কিন্তু আমাৰ ল'ৰা-ছোৱালীৰ কাৰণে লাগে আটাইতকৈ ভাল শিক্ষক। বৰ্ত্তমানৰ দৰ্মহাৰ হাৰত বিদ্যালয়-বোৰে একে শিক্ষা-যোগ্যতা লগা আন বৃত্তিৰ লগত আৰ্থিক ক্ষেত্ৰত ফেৰ মাৰিব নোৱাৰে।

লগতে এইটো ঠিক কথা যে আমাৰ যথেষ্ট সংখ্যক বিদ্যালয়ো নাই। বৰ্ত্তমানৰ অভাৱ পূৰণ কৰিবলৈ আৰু বৰ্দ্ধিত ছাত্ৰ-সংখ্যাক ঠাই দিবলৈ যদি প্ৰত্যেকটো ল'ৰা-ছোৱালীকে উপযুক্ত ক্লাচ-ৰুমত পূৰ্ণ দিনীয়া শিক্ষাৰ সুবিধা দিব-লগীয়া হয় তেনেহলে অহা দহ বছৰত মুঠতে ৬০০,০০০ ক্লাচ-ৰুম সাজিব লাগিব।

এইবোৰ আটাইকেইখন ৰাজ্যৰে সমূহীয়া সমস্যা। নিজৰ চেষ্টা থকা সত্ত্বেও যিবিলাক ৰাজ্যৰ সুশিক্ষাৰ ব্যৱস্থা কৰিবৰ বাবে ধনৰ আৱশ্যক সেইবিলাক ৰাজ্যত এই সমস্যাৰ ৰূপ গুৰুতৰ। শিক্ষা বিষয়ত বিশেষ অভাৱগ্ৰস্ত কিছুমান অঞ্চলত প্ৰায়েই অৱজ্ঞা কৰা কিছুমান জটিলতাই দেখা দিয়ে। এইবিলাক অঞ্চলত অৰ্থনৈতিক নাইবা সামাজিক পৰিস্থিতিয়ে ৰাজহুৱা বিদ্যালয়বোৰৰ ওপৰত কিছুমান বিশেষ সুবিধা আৰু বোজাও জাপি দিছে। এই অঞ্চলবোৰ হ'ল দীৰ্ঘ নিবনুৱা সমস্যাৰে ভৰা আমাৰ পিছ-পৰা অঞ্চল আৰু ডাঙৰ ডাঙৰ মহানগৰীৰ আশে-পাশে থকা বস্তি-অঞ্চল য'ত অভাৱগ্ৰস্ত

*শিশুবোৰ নিম্নস্তৰৰ গৃহত ঠাহ খাই আছে। ......শিক্ষা-ত্যাগ, শিশু-অপৰাধ* আৰু ক্লাচ-কম-বিশৃঙ্খলতাৰ সংখ্যা এইবোৰ অঞ্চলত ভয়ানকৰূপে উচ্চ।

ৰাজহুৱা প্ৰাথমিক আৰু মাধ্যমিক স্কুলৰ গৃহ-নিৰ্মাণ আৰু শিক্ষকৰ দৰ্মহাৰ বাবে সাধাৰণ চৰকাৰী সাহায্যদানৰ এখন তিনি-বছৰীয়া পৰিকল্পনা হাতত লবলৈ মই কংগ্ৰেচক অনুৰোধ কৰোঁ।

মুলতঃ যোৱা বছৰ চিনেটে অনুমোদন কৰা এখন বিলৰ ( এচ. ৮ ) ওপৰত ভিত্তি কৰি ৰচিত এই আঁচনি অতি কম খৰচেৰে আৰম্ভ কৰিলেও ই গড়ে দৈনিক স্কুললৈ যোৱা প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীকে ১৫ ডলাৰকৈ দিব পাৰিব; মুঠ ধনখিনি ( প্ৰথম বছৰত ৬৬৬ নিযুক্ত ডলাৰ আৰু তিনি বছৰৰ ভিতৰত ৮৬৬ নিযুত ডলাৰলৈ বৃদ্ধি কৰা হব ) যোৱা বছৰৰ চিনেট বিলত থকা সমতা-বিধায়ক নীতি অনুসৰি বিতৰণ কৰা হব, হিল্-বাৰ্টন চিকিৎসালয়-নিৰ্ম্মাণ আৰু আন আইনত ( Hill-Burton Hospital construction and other acts ) থকা নীতিৰ লগত সাদৃশ্য থকাৰ বাবে এই নীতিৰ লগত কংগ্ৰেচ ইতিমধ্যে পৰিচিত। প্ৰথম বছৰত প্ৰত্যেক ৰাজ্যকে দিয়া ধনৰ শতকৰা দহ-ভাগ আৰু তাৰ পিচতো একে পৰিমাণৰ ধন প্ৰত্যেক ৰাজ্যৰে পিছ-পৰা, বস্তি আৰু আন "শিক্ষা-বিষয়ত বিশেষ অভাৱগ্ৰস্ত" অঞ্চলবোৰৰ বিশেষ সমস্যাবোৰ সমাধান কৰিবৰ বাবে ব্যৱহাৰ কৰা হব।

... ..সংবিধানৰ স্পষ্ট নিষেধাজ্ঞা অনুসৰি প্ৰাথমিক অথবা মাধ্যমিক স্কুলৰ বাবে ৰখা ধন গীৰ্জাৰ স্কুল নিৰ্ম্মাণৰ বাবে নাইবা গীৰ্জাৰ স্কুলৰ শিক্ষকৰ দৰ্মহাৰ বাবে ব্যয় কৰিবলৈ দিয়া নহব। গতিকে প্ৰত্যেক ৰাজ্যই চৰকাৰী স্কুলৰ বাবে পাবলগীয়া ধনৰ হিচাপত বে-চৰকাৰী স্কুলৰ ল'ৰা-ছোৱালীবোৰক ধৰা হোৱা নাই। প্ৰত্যেক ৰাজ্যই নিজৰ প্ৰচেষ্টা বা বৰঙণি বজায় ৰাখিব বুলি আশা কৰা হৈছে। যিবিলাক ৰাজ্যৰ নিজা প্ৰচেষ্টা গড় জাতীয় প্ৰচেষ্টাতকৈ কম সেইবিলাক ৰাজ্যই চৰকাৰী প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ বাবে ব্যয় কৰা ধনৰ পৰিমাণ বৃদ্ধি কৰিব বুলি ধৰি লোৱা হৈছে।......

[ বাণীটোৰ বাকী অংশত প্ৰেচিডেণ্টে :

( ১ ) পৰামৰ্শ দিছিল যে বছৰি ২৫০ নিযুত ডলাৰকৈ এখন পাঁচ-বছৰীয়া কাৰ্য্যসূচীৰে বৰ্ত্তমানৰ কলেজ-গৃহনিৰ্ম্মাণ আঁচনিৰ পৰিসৰ বৃদ্ধি কৰিবলৈ কংগ্ৰেচে ব্যৱস্থা লওক।

( ২ ) শিক্ষা-বিষয়ক সা-সুবিধাৰ ( ক্লাচ-ৰুম, লেবৰেটৰী, লাইব্ৰেৰী, আৰু আন আনুষঙ্গিক গৃহ ) বাবে দীৰ্ঘ-ম্যাদী কম সুতৰ ঋণ দিবলৈ আইন প্ৰণয়ন কৰিবলৈ আৰু বছৰি ৩০০ নিযুত ডলাৰকৈ পাঁচ-বছৰীয়া ঋণ দিয়াৰ ব্যৱস্থা কৰিবলৈ পৰামৰ্শ দিছিল।

( ৩ ) ঘোষণা কৰিছিল যে বিদ্যাৰ্থী-ঋণ আৰু জাতীয় প্ৰতিৰক্ষা শিক্ষা আইনৰ অন্যান্য ব্যৱস্থাসমূহৰ সংশোধন আৰু পৰিসৰ বৃদ্ধি কৰিবলৈ তেওঁ কংগ্ৰেচক অনুৰোধ কৰিব।

( ৪ ) মেধাবী আৰু অভাৱগ্ৰস্ত ছাত্ৰৰ বাবে চৰকাৰী কলেজ-বৃত্তিৰ এখন পাঁচ-বছৰীয়া আঁচনি লোৱাৰ পৰামৰ্শ দিছিল ;—এই আঁচনি মতে প্ৰথম বছৰত ২৫,০০০টা বৃত্তি আৰু তৃতীয় বছৰৰ শেষত বছৰি ৫০,০০০লৈ বৃদ্ধি কৰা হব আৰু বিদ্যাৰ্থীয়ে পছন্দ কৰা কলেজক "শিক্ষাৰ ব্যয়" পৰিপূৰক দিয়া হব।

( ৫ ) ঘোষণা কৰিছিল যে জাতীয় বৃত্তি-শিক্ষা আইনৰ ( National Vocational Education Acts ) পুনৰ-সমীক্ষণ আৰু পুনৰ-মূল্যাঙ্কন কৰিবলৈ এখন উপদেষ্টা সমিতি নিযুক্ত কৰা হব। ]

[ সকলোৱে জানে যে চৰকাৰৰ শিক্ষা বিলে কেৱল কংগ্ৰেচতে নহয়, গোটেই দেশতে তুমুল বিতৰ্কৰ সৃষ্টি কৰিছিল। গীৰ্জাধীন স্কুলৰ সমৰ্থকসকলে যেতিয়া জনাই দিলে যে কংগ্ৰেচে বে-চৰকাৰী মাধ্যমিক স্কুলবোৰক ঋণ দিব পৰা এখন বিল অনুমোদন নকৰিলে তেওঁলোকে চৰকাৰী বিলৰ বিৰোধিত কৰিব, তেতিয়া এই বিতৰ্কৰ মাজলৈ গীৰ্জা-আৰু-ৰাষ্ট্ৰ বিষয়টো আহি পাৰিল। এক মাৰ্চত এখন সাংবাদিক মেলত প্ৰেচিডেণ্টে এই বিষয়ত সংবিধানৰ নিৰ্দ্দেশৰ কথা উল্লেখ কৰিছিল। ]

[ পঞ্চম সাংবাদিক সম্মিলন,
১ মাৰ্চ, ১৯৬১ চন ]

প্ৰশ্ন :—মিঃ প্ৰেচিডেণ্ট, বে-চৰকাৰী আৰু গীৰ্জাধীন প্ৰাথমিক আৰু মাধ্যমিক স্কুলবোৰলৈ চৰকাৰী সাহায্য দিবৰ বাবে আপুনি কেলেই পৰামৰ্শ দিয়া নাই, সেই বিষয়ে বহলাই কবনে ?

প্ৰেচিডেন্ট :—পৌৰাধীন স্কুলক সাহায্য দিয়াটো সংবিধানে স্পষ্টভাৱে নিষেধ কৰিছে। সেই বিষয়ে সন্দেহৰ কোনো অৱকাশ নাই। সৰ্বজনবিদিত ইভাৰ্চন কেচটো ( The Everson Case ) হৈছিল এই প্ৰশ্নটো লৈ: বে-চৰকাৰী স্কুলৰ ল'ৰা-ছোৱালীক স্থানীয় কোনো চৰকাৰী সংস্থাই বাচত অনা-নিয়া কৰিব পাৰে নে নোৱাৰে?……এই বিশেষ প্ৰশ্নটো সম্বন্ধে সকলোবোৰ সংখ্যালঘু আৰু সংখ্যাগুৰু বিষয়ক বক্তব্যতে তেনেকুৱা স্কুললৈ চিধাচিধি সাহায্য দিয়াৰ বিপক্ষে নিষেধাজ্ঞা আছে। ইভাৰ্চন কেচত চুপ্ৰীম কোৰ্টে ৰায় দিছিল এইদৰে যে সেই সাহায্য আছিল ল'ৰা-ছোৱালী-সকললৈহে, স্কুলবিশেষলৈ নহয়।……এই বিষয়ত আৰু তৰ্ক কৰাৰ থল নাই। সংবিধানে এই কাম নিষেধ কৰিছে আৰু চুপ্ৰীম কোৰ্টে তাক স্পষ্ট কৰি দিছে। গতিকে আমি সেই বিষয়ে পৰামৰ্শ দিয়াৰ কোনো সম্ভাৱনা নাই।

[ প্ৰেচিডেন্টে উল্লেখ কৰা ইভাৰ্চন কেচত চুপ্ৰীম কোৰ্টে ৰায় দিছিল যে সকলো লাভহীন স্কুলৰ ( non-profit schools ) ল'ৰা-ছোৱালীক যান-বাহনেৰে অনা-নিয়া কৰিবলৈ কৰৰপৰা সংগ্ৰহ কৰা ধন খৰচ কৰাটো সংবিধান-সন্মত। আদালতে কিন্তু গুৰুত্ব দিছিল এই কথাত যে এনেকুৱা ধন-ব্যয়ত সংবিধান-সন্মতি নিৰ্ভৰ কৰে এই কথাৰ ওপৰত : সেই ব্যয়ৰ উদ্দেশ্য ৰাজহুৱা নিৰাপত্তাহে, বে-চৰকাৰী শিক্ষা (private education) নহয়।

শেষত চৰকাৰৰ শিক্ষা-বিল ভোটত নাকচ কৰা হ'ল। নিউইয়ৰ্ক টাইম্‌চ্‌ কাকতে এই ঘটনাক কংগ্ৰেচৰ হাতত প্ৰেচিডেন্টৰ চৰম পৰাজয় বুলি অভিহিত কৰিছিল। প্ৰেচিডেন্টে কৈছিল, "……এই দেশৰ শিক্ষাৰ মান উন্নয়ন কৰাৰ আৱশ্যকতা অহা-বছৰ কংগ্ৰেচৰ আগত আকৌ উত্থাপন কৰা হব।" ]

## নাগৰিক অধিকাৰ

[ দক্ষিণৰ ৰাজ্যকেইখনত এটা ঐতিহাসিক বিপ্লৱে গা কৰি উঠিছিল—নিগ্ৰোবিলাকৰ নাগৰিক অধিকাৰ বাস্তৱত পৰিণত কৰাৰ বিপ্লৱ।

১৯৬১ চনৰ মাজভাগত বাচ-ষ্টেচনবিলাক যদিও সেই বিপ্লৱৰ বিখ্যাত কেন্দ্ৰ হৈ পৰিছিল, তথাপি গভীৰতম তাৎপৰ্য্যপূৰ্ণ কেন্দ্ৰ আছিল স্কুলসমূহহে। প্ৰেচিডেণ্টে তেওঁৰ শাসনৰ আগভাগতে ভাৰ্জিনিয়াৰ উইলিয়ামচ্‌বাৰ্গত বহা নাগৰিক অধিকাৰ আয়োগৰ (Civil Rights Comission) সন্মিলনলৈ দিয়া এখন টেলিগ্ৰামত এই বিপ্লৱৰ প্ৰতি মনোযোগ দিছিল। ]

[ টেলিগ্ৰাম,
২ ফ্ৰেব্ৰুৱাৰী, ১৯৬১ চন। ]

ইয়াৰদ্বাৰা আমাৰ চৰকাৰী স্কুলবোৰ চলোৱা আৰু বৰ্ণবিদ্বেষ উঠাই দিবলৈ চেষ্টা কৰা পুৰুষ-মহিলাসকললৈ—প্ৰিন্সিপ্যাল, স্কুলবোৰ্ডৰ বিষয়া আৰু চৰকাৰী স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীসকললৈ ওলগ জনাইছোঁ। বৰ্ণবিদ্বেষ ৰহিতকৰণৰ সাংবিধানিক আৱশ্যকতাসমূহে তেওঁলোকৰ আগত বহুতো নতুন দায়িত্ব আৰু কঠোৰ প্ৰত্যাখান আনি দিছে। আপোনালোকৰ তিনিখন সন্মিলনতে প্ৰতিনিধিত্ব কৰা আন বহুতো অঞ্চলৰ দৰে নিউ অৰ্লিয়েন্সতো এই অনুগত নাগৰিক আৰু শিক্ষাব্ৰতীসকলে ধীৰ-বুদ্ধি আৰু সাহসেৰে এই দায়িত্ব আৰু প্ৰত্যাহ্বানৰ সমুখীন হৈছে। সমগ্ৰ দেশেই তেওঁলোকৰ ওচৰত ঋণী; কিয়নো আমাৰ চৰকাৰী স্কুল-ব্যৱস্থা ৰক্ষা আৰু উন্নত কৰিব লাগিব। স্বাধীন দেশ হিচাপে আমাৰ অস্তিত্ব নিৰ্ভৰ কৰিছে ইয়াৰ ওপৰত। যি কোনো কাৰণত স্কুলবোৰ বন্ধ ৰখাৰ এইটো সময় নহয়; বিশেষকৈ জাতিগত বিদ্বেষৰ নামত স্কুলবোৰ বন্ধ ৰখাৰ সময় নিশ্চয় নহয়। বিশ্বই আমাৰপৰা বিচৰা নেতৃত্ব যদি আমি দিব খোজোঁ তেনেহলে আমাৰ সংবিধানত থকা নীতিসমূহ আমি সততাৰে মানিব লাগিব; এই নীতিসমূহেই বিশ্বত আমাৰ প্ৰতিপক্ষৰ-পৰা আমাক পৃথক কৰিছে।

এই সমস্যাৰ আগ-শাৰীত থকা দুয়ো জাতিৰে স্কুলীয়া ল'ৰা-ছোৱালী আৰু তেওঁলোকৰ মাক-দেউতাকসকললৈ মই শ্ৰদ্ধা জানাইছোঁ। সংবিধানৰ নিৰ্দ্দেশ সসন্মানে গ্ৰহণ কৰি তেওঁলোকে সকলো আমেৰিকানৰে শিক্ষাত বৰঙণি যোগাইছে।

[ চেপ্টেম্বৰ মাহত কংগ্ৰেচে নাগৰিক অধিকাৰ আয়োগৰ জীৱন-কাল আৰু দুবছৰ বঢ়াই দিছিল। ]

[ ৯ ফেব্ৰুৱাৰীত কংগ্ৰেচলৈ দিয়া বাণীত প্ৰেচিডেণ্টৰ স্বাস্থ্য সম্বন্ধীয় আঁচনিৰ আভাস পোৱা যায়। তাৰে কিছুমান কথা তলত তুলি দিয়া হ'ল। ]

[ স্বাস্থ্য আৰু চিকিৎসালয়—পৰিচৰ্য্যা সম্বন্ধে কংগ্ৰেচলৈ বিশেষ বাণী, ৯ ফেব্ৰুৱাৰী, ১৯৬১ চন। ]

স্বাস্থ্যই দেশৰ ভৱিষ্যতৰ চাবি-কাঠি,—অৰ্থনৈতিক জীৱনৰ, দেশৰ নাগৰিকৰ মনোবল আৰু কাৰ্য্য-দক্ষতাৰ, আমাৰ লক্ষ্য-সাধনত আৰু স্বাধীন সমাজ-ব্যৱস্থাৰ উপকাৰিতা লোকৰ আগত প্ৰদৰ্শনৰ চাবি-কাঠি।······ই এটা জাতীয় চিন্তাৰ বিষয়।

আমাৰ জাতীয় আয়ৰ শতকৰা ৬ ভাগৰো ওপৰ, ২৫ বিলিয়ন ডলাৰতকৈ বেছি ধন চৰকাৰী আৰু বে-চৰকাৰীভাৱে স্বাস্থ্য-সেৱাত খৰচ কৰা হয়। তথাপি এই সেৱাৰ গুণ আৰু বিতৰণত বহুতো গুৰু-ত্ৰুটি আছে।

নতুন ঔষধ আৰু নতুন চিকিৎসা-ব্যৱস্থাৰ নাটকীয় সফলতাই পূৰ্ণতৰ আৰু অধিক উপযোগী জীৱনৰ পথ মুকলি কৰিলেও সিবিলাক প্ৰকৃততে যাৰ আৱশ্যক সেই মানুহবোৰৰ সামৰ্থ্যৰ বাহিৰত।

আৰ্থিক অসমৰ্থতা, ৰাজহুৱা সম্পদৰ অভাৱ, প্ৰশিক্ষণ-প্ৰাপ্ত লোকৰ নাটনি —এইবিলাকে অনেক লোককে ডাক্তৰী জ্ঞানে দিব পৰা সুবিধাবোৰৰপৰা বঞ্চিত কৰিছে।

যুক্তৰাজ্যত বৰ্ত্তমান পঁইষষ্ঠি বছৰৰ ওপৰ বয়সৰ ষোল নিযুত লোক আছে। কম বয়সীয়াসকলতকৈ এওঁলোক বেছি ঘনাই হাস্পতাললৈ যাব লাগে আৰু বেছি তাত থাকিব লাগে। জনসংখ্যাৰ বাকী অংশতকৈ তেওঁলোকক ছয়গুণ বেছি বেমাৰে তেওঁলোকৰ শাৰীৰিক কাৰ্য্যক্ষমতা সীমিত কৰিছে। কম-বয়সীয়া লোকতকৈ তেওঁলোকৰ ডাক্তৰী বিলৰ পৰিমাণ দুগুণ। কিন্তু তেওঁলোকৰ বাৰ্ষিক আয় আধা মাত্ৰ।

আমাৰ দেশৰ বৰ্ত্তমান ল'ৰা-ছোৱালীৰ সংখ্যা মুঠ জনসংখ্যাৰ শতকৰা ৪০ ভাগ। এওঁলোকৰ জৰুৰী অভাৱবোৰ আমি পূৰণ কৰিবই লাগিব। কেঁচুৱা অৱস্থাতে এতিয়াও অনেক ল'ৰা-ছোৱালী মৰে। প্ৰতিষেধ কৰিব পৰা

ৰোগৰপৰা এতিয়াও অনেকেই মুক্ত নহয়। অনেকেই অপৰ্য্যাপ্ত আহাৰ খাই বাচি থাকিব লাগে; অথবা অনেকেই অনাৱশ্যকীয়ভাৱে শাৰীৰিক আৰু মানসিক কষ্ট ভুগিবলগীয়া হয়।

এইবিলাক আৰু স্বাস্থ্য ৰক্ষাৰ আন বহুতো সমস্যা আমি সমাধান কৰিবই লাগিব। এই দায়িত্বৰ *'কেৱল একাংশহে যুক্তৰাজ্য চৰকাৰৰ।* কিন্তু ক্ষমতা আৰু সম্পদে চৰকাৰৰ কাম গুৰুত্বপূৰ্ণ কৰিছে স্বাস্থ্যৰক্ষা ব্যৱস্থা উন্নত কৰাৰ চাৰিটা ক্ষেত্ৰত: সামাজিক বীমা, সা-সুবিধা, উপযুক্ত মানুহ আৰু গৱেষণা।

## বৃদ্ধসকলৰ বাবে স্বাস্থ্য-বীমা

ছাব্বিশ বছৰ আগতেই আমাৰ দেশে এই নীতি গ্ৰহণ কৰিছিল যে শ্ৰমিক প্ৰত্যেকজন লোক আৰু তেওঁলোকৰ পৰিয়ালে অৱসৰ, মৃত্যু অথবা কৰ্ম্ম-হীনতাৰ ফলত হোৱা আয়-হানিৰ ভয়ৰপৰা আঁতৰি থাকিবলৈ বীমা কৰা উচিত। ইয়াৰ উপৰিও শাৰীৰিক অক্ষমতাৰপৰা হোৱা আৰ্থিক ক্ষতিৰ বিপক্ষেও বীমাৰ ব্যৱস্থা আমি কৰিছোঁ।

কিন্তু এতিয়াও এটা গুৰুত্বপূৰ্ণ ফাক ৰৈ আছে যাৰ ফলত কেৱল উচ্চতম আয় থকা লোকসকলেহে পূৰ্ণ নিৰাপত্তাৰ সুফল লাভ কৰি আছে: সেইটো হ'ল বৃদ্ধকালত ভগ্ন-স্বাস্থ্যৰ বাবে উচ্চ ব্যয়। সামাজিক নিৰাপত্তা অনুদান ( Social security benefits ) গ্ৰহণ কৰা প্ৰতি পাচযোৰ বৃদ্ধ স্বামী-স্ত্ৰীৰ ভিতৰত বছৰি এযোৰকৈ হাস্পতাললৈ যাব লাগে। হাস্পতাললৈ যোৱা-সকলৰ আধাখিনিৰেই বিল বছৰি ৭০০ ডলাৰতকৈ বেছি হয়। এইখিনি এযোৰ স্বামী-স্ত্ৰীৰ বাৰ্ষিক আয়ৰ তিনি ভাগৰ এভাগৰো বেছি, গোটেই বছৰতে সাধাৰণ আহাৰৰ বাবে খৰচ কৰা ধনতকৈ বেছি। অনেকৰেই উপযুক্ত চিকিৎসা লোৱাৰ সামৰ্থ্য নাই।

যোৱা বছৰ কংগ্ৰেচে লোৱা ব্যৱস্থাত এই বৃদ্ধসকলৰ চিকিৎসা-ব্যয় পূৰণ কৰিবলৈ কল্যাণমূলক সাহায্যৰ আৱশ্যকতাৰ কথা স্বীকাৰ কৰা হৈছে। কিন্তু যিবিলাকে কৰদাতাসকলৰ ধন খৰচ কৰি চিকিৎসা কৰিবলৈ ভাল নাপায় কিন্তু দীৰ্ঘদিন হাস্পতালত থাকিবলগীয়া হোৱাৰ বাবে তেওঁলোকৰ অথবা তেওঁলোকৰ ল'ৰা-ছোৱালীৰ সঞ্চয় নিঃশেষ কৰিবলগীয়া হয়, সেই লাখ লাখ মানুহৰ অভাৱ আমি পূৰণ কৰিব লাগিব।

আমাৰ সামাজিক নিৰাপত্তা আৰু ৰেলপথ অৱসৰ ব্যৱস্থাৰ ( Social Security and Railroad Retirement Systems ) দ্বাৰা বৃদ্ধকালত কাম কৰি থকা বছৰকেইটা আগুৱাকৈ আৰু ব্যক্তিগত মৰ্য্যাদা অক্ষুণ্ণ ৰাখিব পৰাকৈ স্বাস্থ্য-সেৱাৰ খৰচ কমাই দিব পাৰি। এইবিলাকৰ দ্বাৰা স্বাস্থ্য-বীমাৰ ব্যৱস্থা কৰিব পাৰিলে আমাৰ বৃদ্ধলোকসকলে আৱশ্যকীয় চিকিৎসা-ব্যৱস্থা নিজৰ সম্বল নিঃশেষ নকৰাকৈ অথবা বাইজৰ সাহায্য নোলোৱাকৈ পোৱাটো সম্ভৱ হব। স্বাস্থ্য-সেৱাৰ খৰচ যোগাবলৈ এই আত্মনিৰ্ভৰশীল বীমা-ব্যৱস্থা চৰকাৰী সাহায্য-ব্যৱস্থাতকৈ নিশ্চয় ভাল। এই ব্যৱস্থাই চৰকাৰী সাহায্যত চিকিৎসাৰ আৱশ্যক হোৱাসকলৰ সংখ্যা হ্ৰাস কৰিব। এইদৰে মুকলি হোৱা চৰকাৰী আৰু স্থানীয় ধন এই আঁচনিত নধৰা কামবোৰ কৰাত আৰু ইয়াৰদ্বাৰা লাভবান নোহোৱাসকলক সহায় কৰাত ব্যয় কৰিব পৰা যাব।

কিয়নো, আমি এই কথাত গুৰুত্ব দিয়া উচিত হব যে নিতান্ত আৱশ্যকীয় অভাৱবোৰ পূৰাবলৈ হাতত লোৱা আৰু বেমাৰৰ ভাওজোৰা নাইবা অনাৱশ্যকীয়ভাৱে হাস্পতালত ভিৰ কৰাত নিৰুৎসাহ কৰিবলৈ যথেষ্ট বাধ্য-বাধকতা থকা ই এটা অতি সামান্য ব্যৱস্থা।

মুঠতে সামাজিক নিৰাপত্তা-ব্যৱস্থাৰ অধীনত স্বাস্থ্য-বীমা আঁচনি এখন কাৰ্য্যকৰী কৰিবলৈ মই পৰামৰ্শ দিছোঁ। এই আঁচনিত এই কেইটা সুবিধা থাকিব :

**প্ৰথম,** একেটা বেমাৰত ৯০ দিনলৈ হাস্পতালত চিকিৎসা কৰা হব ; প্ৰথম ৯ দিনত দিনে ১০ ডলাৰৰ ওপৰৰ খৰচখিনি দিয়া হব ( নিম্নতম ২০ ডলাৰ ) আৰু বাকী ৮১ দিনৰ বাবে সকলো খৰচ দিয়া হব। যিহেতু বৃদ্ধ লোকসকলৰ বাবে হাস্পতাল গধুৰতম আৰু অবহনীয় বোজা, সেইহেতু এই কামবোৰে কোনো স্বাস্থ্য-বীমা আঁচনিত অধিক গুৰুত্ব পোৱা উচিত।

**দ্বিতীয়,** হাস্পতালৰপৰা মুক্ত হোৱাৰ পিচত ১৮০ দিনলৈ ঘৰতে প্ৰশিক্ষণ-প্ৰাপ্ত শুশ্ৰূষাৰ ব্যৱস্থা কৰা হব। এই কম-খৰচীয়া সুবিধা গ্ৰহণত উৎসাহ দিবলৈ কোনো ব্যক্তিক এদিনৰ হাস্পতাল-চিকিৎসাৰ সলনি দুই দিনৰ বাবে ঘৰতে প্ৰশিক্ষণ-প্ৰাপ্ত শুশ্ৰূষাৰ সুবিধা দিয়া হব, যদি এই ব্যৱস্থাই তেওঁৰ অভাৱ পূৰণ কৰিব পাৰে।

**তৃতীয়,** হাস্পতালত নথকা ৰোগীৰ চিকিৎসাৰ বাবে ২০ ডলাৰৰ ওপৰত হোৱা সকলো খৰচ দিয়া হব। ইয়াৰ ফলতো হাস্পতালত ভৰ্ত্তি হোৱাৰ আৱশ্যকতা কমিব আৰু ই আগতীয়াকৈ চিকিৎসা লোৱাত উৎসাহিত কৰিব।

**চতুৰ্থ,** নিৰ্দ্ধাৰিত সময়ৰ বাবে ঘৰে ঘৰে যোৱা নাৰ্চৰ ব্যৱস্থা আৰু আনুষঙ্গিক স্বাস্থ্য-সেৱাৰ ব্যৱস্থা কৰা হব। ইয়াৰ ফলত অনেক বৃদ্ধলোকে নিজৰ ঘৰতে উপযুক্ত স্বাস্থ্য-সেৱা লব পাৰিব।

এই বীমা-ব্যৱস্থাৰ সুবিধা পঁইষষ্ঠি বছৰীয়া সকলো লোকে আৰু সামাজিক নিৰাপত্তা অথবা ৰেলপথ-অৱসৰ অনুদান পাবলগীয়া সকলো লোকে গ্ৰহণ কৰিব পাৰিব।

মালিক-বনুৱা সকলোৰেপৰা ১/৪ % ভাগ বেছিকৈ সামাজিক নিৰাপত্তা বৰঙণি লৈ আৰু উচ্চতম উপাৰ্জ্জন-স্তৰ বছৰি ৪,৮০০ৰপৰা ৫,০০০ ডলাৰলৈ বৃদ্ধি কৰি এই আঁচনিৰ বাবে ধন সংগ্ৰহ কৰা হব। এইখিনি ধনেৰে এই আঁচনিৰ সকলো খৰচ সুন্দৰকৈ জুৰিব। এই ব্যৱস্থা আত্মনিৰ্ভৰশীল ব্যৱস্থা হব আৰু সাধাৰণ ৰাজহৰ ওপৰতো ই বোজা-স্বৰূপ হৈ নপৰিব।

এই আঁচনি ঔষধ সামাজিকীকৰণ কৰা আঁচনি নহয়। ই নিজৰ অভিৰুচিমতে চিকিৎসা লোৱাৰ খৰচ আগতীয়াকৈ দি দিয়াৰ আঁচনি। প্ৰত্যেক ব্যক্তিয়ে নিজ খুচিমতে নিজৰ ডাক্তৰ আৰু হাস্পতাল বাছি লব।

কোনো ডাক্তৰে ঘৰত নাইবা অফিচত কৰা চিকিৎসা আৰু তাৰ বাবে লোৱা ফিজৰ লগত এই আঁচনিৰ কোনো ধৰণৰ সম্পৰ্ক নাথাকিব। কোনো ডাক্তৰৰ প্ৰেক্টিচৰ ওপৰত নাইবা কোনো হাস্পতালে কিদৰে চিকিৎসা কৰিছে সেই কথাৰ ওপৰত কোনো ৰকমৰ তদাৰকী বা নিয়ন্ত্ৰণ নাথাকিব। ই অতি সুস্থ আঁচনি; স্বাস্থ্য-সেৱাৰ খৰচৰ বাবে সাধাৰণ কৰদাতাক জুলুম নকৰি মালিক আৰু বনুৱাৰ ওপৰতে দায়িত্ব অৰ্পণ কৰাৰ আমেৰিকান ঐতিহ্যৰ লগত ই খাপ খাই পৰে।......

[ বাণীটোৰ বাকী অংশত প্ৰেচিডেণ্টে পৰামৰ্শ দিছিল :

(১) ডাক্তৰী আৰু দাঁত-চিকিৎসা-বিদ্যা পঢ়িবলৈ যোৱা ছাত্ৰক চৰকাৰী বৃত্তি দিবলৈ আৰু তেওঁলোকে পঢ়া বিদ্যালয়ক শিক্ষাৰ ব্যয় মঞ্জুৰী দিবলৈ।

(৩) নাৰ্চিং-হোম নিৰ্ম্মাণৰ বাবে আৰু নাৰ্চিং-হোম আৰু ঘৰত শুশ্ৰূষা কৰা ব্যৱস্থাৰ উন্নতি সাধিবৰ বাবে ধন দিবলৈ।

(৪) ডাক্তৰী গৱেষণাৰ বাবে বৰ্দ্ধিত ধন আৰু ডাক্তৰী গৱেষণাৰ সা-সুবিধা আৰু পৰীক্ষা বা প্ৰদৰ্শনী-হাস্পতাল নিৰ্ম্মাণৰ বাবে ধন দিবলৈ।

(৫) জাতীয় শিশু-স্বাস্থ্য আৰু মানৱ-উন্নয়ন প্ৰতিষ্ঠান স্থাপন কৰিবলৈ, শিশু-স্বাস্থ্য প্ৰতিষ্ঠানৰ মাতৃ-আৰু-শিশু-স্বাস্থ্য, ৰুগ্ন-শিশু, আৰু শিশু-মঙ্গল আঁচনিৰ বাবে বৰ্দ্ধিত ধন দিবলৈ।

(৬) যুৱ-স্বাস্থ্য আৰু জীৱিকা-পুনৰ্ব্বাসনৰ আঁচনি দ্ৰুত কৰিবলৈ।

অক্টোবৰ মাহত কংগ্ৰেচে ১৯৬১ চনৰ সামাজিক স্বাস্থ্য-সেৱা আৰু সা-সুবিধা আইন পাচ কৰে (Community Health Services and Facilities Act)। এই আইনমতে হাস্পতালত নথকা ৰোগীৰ চিকিৎসাৰ উন্নয়ন, গৱেষণাৰ সা-সুবিধা নিৰ্ম্মাণ, হাস্পতাল-নিৰ্ম্মাণ পৰিকল্পনাৰ গৱেষণা, নাৰ্চিং-হোম নিৰ্ম্মাণৰ বাবে আৰু চৰকাৰী আৰু স্থানীয় সামাজিক স্বাস্থ্য-সেৱা বিভাগলৈ চৰকাৰী অৰ্থ-সাহায্য দিয়াৰ অধিকাৰ দিয়া হ'ল। কিন্তু প্ৰেচিডেণ্টৰ বৃদ্ধলোকৰ স্বাস্থ্য-বীমাৰ আঁচনি কংগ্ৰেচৰ সমৰ্থনৰ বাবে ১৯৬২ চ° লৈ অপেক্ষা কৰিবলগীয়া হ'ল।

এপ্ৰিল মাহত বৃটিচ সাংবাদিক মিঃ আয়ান ট্ৰিথোৱানে মন্তব্য কৰিছিল যে এই ক্ষেত্ৰত প্ৰেচিডেণ্টৰ আঁচনিবোৰ "বিৰোধিতাৰ সন্মুখীন হোৱা যেন দেখা যায়।" প্ৰেচিডেণ্টে তেতিয়া উত্তৰ দিছিল, "যেতিয়াই আপুনি কোনো এটা কাম কৰিব খোজে তেতিয়াই এনে কিছুমান মানুহ ওলায় যিবিলাকে আগৰ দৰে চলি থকাটোৱেই বিচাৰে।"]

# দশম অধ্যায়

## স্বাধীন জগতক সবল কৰি

"অৰ্থনৈতিক বৃদ্ধি আৰু ৰাজনৈতিক গণতন্ত্ৰ যে হাতত ধৰাধৰিকৈ বিকশিত হব পাৰে এই কথা ঐতিহাসিকভাৱে প্ৰদৰ্শন কৰাই আমাৰ বৈদেশিক সাহায্য আঁচনিৰ মূল উদ্দেশ্য।"

"... ..সামাজিক আৰু অৰ্থনৈতিক সংস্কাৰ আৰু উন্নয়ন সাধন কৰিব নোৱাৰা চৰকাৰক কোনো অস্ত্ৰই স্থায়ী কৰিব নোৱাৰে।......য'ত স্থানীয় জনসাধাৰণে নিজৰ দুখ-দৈন্যৰ তাড়ণাত কমিউনিজমৰ আগমনৰ কথা ভাবিবলগীয়া হয় তাত অতি কৌশলপূৰ্ণ গৰিলা-বিৰোধী প্ৰচেষ্টাও সফলকাম হব নোৱাৰে।"

" ... কমিউনিষ্ট-বিৰোধী সংগ্ৰামত কি অস্ত্ৰ আটাইতকৈ আৱশ্যকীয় তাক বাছি উলিয়াবলৈ ইচ্ছা নাথাকিলে কমিউনিজমৰ বিস্তৃতি সম্বন্ধে চিঞৰ-বাখৰ কৰাৰ কোনো মানে নাই। স্বাৰ্থত্যাগ কৰিবলৈ আগ্ৰহ নাথাকিলে নিৰাপত্তা ৰক্ষা কৰিবৰ বাবে জোৰ প্ৰচেষ্টা চলাবলৈ কোৱাৰো কোনো মানে নাই। ."

[ নতুন প্ৰশাসনে বৈদেশিক সাহায্যৰ বাহিৰে আন কোনো বৈদেশিক অথবা ঘৰুৱা কাথতে ইমান বেছি গুৰুত্ব আৰু দূৰদৃষ্টি দেখুওৱা নাই। মাৰ্চ মাহত সেই বিষয়ে প্ৰেচিডেণ্টে কংগ্ৰেচলৈ দিয়া বিশেষ-বাণীৰপৰা তলৰ কথাখিনি উল্লেখ কৰা হ'ল। ]

## বৈদেশিক সাহায্য

[ বৈদেশিক সাহায্যৰ বিষয়ে কংগ্ৰেচলৈ বিশেষ-বাণী, ২২ মাৰ্চ, ১৯৬১ চন। ]

এই দেশে ১৯৬১ চনত বৈদেশিক সাহায্যৰ বিষয়ে আলোচনা কৰোঁতে এই তিনিটা কথা মনত ৰাখিব লাগিব:

( ১ ) আমাৰ আৱশ্যকতা আৰু ষষ্ঠ দশকত ভৰি দিয়া অনুন্নত দেশবোৰৰ অভাৱৰ তুলনাত আমাৰ বৰ্ত্তমানৰ বৈদেশিক সাহায্য আঁচনি আৰু সেই বিষয়ৰ চিন্তাধাৰা প্ৰধানতঃ অসন্তোষজনক আৰু অনুপযোগী।

( ২ ) অবিৰত বৃদ্ধি আৰু অৰ্থনৈতিক বিশৃঙ্খলাৰ দোমোজাত পৰা স্বাধীন কিন্তু অনুন্নত দেশবোৰৰ অৰ্থনৈতিক অধঃপতন আমাৰ জাতীয় নিৰাপত্তাৰ প্ৰতি বিপদজনক, আমাৰ আপেক্ষিক সচ্ছলতাৰ প্ৰতি অনিষ্টকাৰী আৰু আমাৰ বিবেকৰ প্ৰতি আঘাতকাৰী হব।

( ৩ ) অনুন্নত দেশবোৰৰ আধাতকৈ বেছি মানুহক স্বয়ং-চালিত অৰ্থনৈতিক বৃদ্ধিৰ সুবিধা দিবৰ বাবে আৰ্থিক সাহায্য দিবলৈ এই ষষ্ঠ দশকত স্বাধীন ঔদ্যোগিক দেশবোৰৰ আগত ঐতিহাসিক সুযোগ আহি পৰিছে। বাকীখিনি মানুহে তেতিয়াহে সেই দিনৰ ওচৰ-চাপিব যিদিনা তেওঁলোকেও আৰু বাহিৰৰ সাহায্যৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিব নালাগিব।

( ১ )

এই বৈদেশিক সাহায্য কোনো এটা দল বা প্ৰশাসনৰ কাম নহয়; ই বিশ্বৰ প্ৰত্যাহ্বানৰ প্ৰতি আমেৰিকাৰ অভূতপূৰ্ব্ব প্ৰত্যুত্তৰ। দুজনা মহান প্ৰেচিডেণ্ট

হেৰী ট্ৰুমেন আৰু ডুইট্ আইচেনহাৱাৰৰ নেতৃত্বত ইয়াক আগবঢ়োৱা হৈছে আৰু কংগ্ৰেচত আৰু গোটেই দেশতে দুয়ো দলৰ অগ্ৰদৰ্শী সদস্যসকলে ইয়াক সমৰ্থন জনাইছে।

দ্বিতীয় মহাসমৰে ধ্বংস কৰা অঞ্চলবোৰলৈ সাহাৰ্য্যৰ, অন্ন-বস্ত্ৰ-আশ্ৰয়ৰ এক জৰুৰী কাৰ্য্য-ব্যৱস্থাই আছিল আমাৰ প্ৰথম গুৰু বৈদেশিক-সাহায্য-প্ৰচেষ্টা। তাৰ পিচত আমি হাতত ললোঁ মাৰ্শ্বাল-প্লেন ( Marshall Plan ),—পশ্চিম ইউৰোপৰ অৰ্থনীতি পুনৰ্গঠন কৰিবলৈ আৰু কমিউনিষ্ট শাসন ৰুদ্ধ কৰিবলৈ কৰা ই বিৰাট আৰু সফলকাম প্ৰচেষ্টা। ইয়াৰ পিচত লোৱা হ'ল চাৰি-দফীয়া আঁচনি ( Point Four )—ই উন্নয়নশীল দেশবোৰক বৈজ্ঞানিক আৰু কাৰিকৰী প্ৰগতিৰ সুবিধা দিবলৈ কৰা প্ৰচেষ্টা। অৱশেষত অৰ্থনৈতিক সহযোগ আৰু উন্নয়ন অনুষ্ঠানৰ ( Organization for Economic Co-operation and Development ) লগত সংশ্লিষ্ট উন্নয়নমূলক সাহায্যৰ ব্যৱস্থাই বিশ্বৰ কম-উন্নত দেশবোৰৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নৰ বাবে স্বাধীন জগতে একগোট হৈ কাম কৰাৰ পথ মুকলি কৰিছে।

এই লক্ষ্য সাধনৰ বাবে আমাৰ অতীতৰ প্ৰচেষ্টাবোৰৰ অন্তৰালত থকা সমূহীয়া প্ৰচেষ্টাৰ ভাবধাৰা পুনৰ জীৱিত কৰিব লাগিব। আমাৰ বৈদেশিক-সাহায্য-সংগঠন আৰু আমাৰ কামৰ মূল চিন্তাধাৰা বৰ্ত্তমান আমাৰ সন্মুখত দেখা দিয়া নতুন সমস্যাবোৰৰ পৰিপ্ৰেক্ষিত পুনৰ্গঠন কৰিব লাগিব।

কিয়নো বৈদেশিক সাহায্যৰ কোনো বস্তু-ধৰ্ম্মী ('objective) সমৰ্থকে বৰ্ত্তমানৰ আঁচনিসমূহত সন্তুষ্ট হব নোৱাৰে। আমোলাতন্ত্ৰৰ মেৰপাকত খণ্ড-বিখণ্ড, বেমেজালিপূৰ্ণ আৰু মন্থৰ-গতিৰ এই আঁচনিৰ প্ৰশাসন খেলিমেলিপূৰ্ণ আৰু বিবেচনাহীন ভেটিত সিচৰতি—কমপক্ষেও ই চাৰিটা বিভাগ আৰু আন কেবাটাও সংস্থাত বিস্তৃত হৈ আছে। এই আঁচনি বিভিন্ন সময়ত বিভিন্ন উদ্দেশ্যেৰে চিন্তা কৰা এলানি আইনগত আৰু প্ৰশাসনিক ব্যৱস্থাৰ ওপৰত ৰচিত। এইবিলাকৰ বহুতেই এতিয়া অপ্ৰচলিত, অসংলগ্ন, অসঙ্গতভাৱে অনমনীয়; আৰু সেইবাবেই আমাৰ বৰ্ত্তমানৰ আৱশ্যকতা আৰু উদ্দেশ্যৰ বাবে অনুপযোগী। ইয়াৰ দুৰ্ব্বলতাই দেশ-বিদেশত কৰা আমাৰ প্ৰচেষ্টাৰ ওপৰত থকা আস্থাৰ ভেটিত ভাঙন ধৰাইছে।

তাৰোপৰি, অসম আৰু অনিৰ্ভৰযোগ্য অল্প-ম্যাদী অৰ্থ-সাহায্যই সাহায্যপ্ৰাপ্ত দেশবিলাকৰ দীৰ্ঘ-ম্যাদী পৰিকল্পনা আৰু আত্ম-সাহায্যক নিৰুৎসাহ কৰিছে। কিন্তু ধীৰ অৰ্থনৈতিক উন্নয়নৰ বাবে এইবিলাক অত্যাৱশ্যকীয়। এই কাৰ্যাসূচীত স্থিৰতা আৰু অবিচ্ছিন্নতাৰ অভাৱ, এটা বছৰৰ ভিতৰতে পৰিকল্পনাৰ সকলো কাম সমাধা কৰাৰ আৱশ্যকতা, একেখন দেশতে আমেৰিকাৰ সাহায্য-সংস্থাবিলাকৰ খেলিমেলিপূৰ্ণ বিভিন্নতা—এইবিলাকে আমাৰ নিজৰে সাহায্যবিলাকৰ উপযোগিতা কমাই দিছে আৰু বাস্তৱ-লক্ষ্য আৰু সুস্থ-মান ৰক্ষা কৰাৰ কাম জটিলতৰ কৰি তুলিছে। বিত্তীয় বছৰৰ উঠা-নমাৰ লগত তাল মিলাবলৈ ৰচনা কৰা বহু-খণ্ডিত আঁচনিসমূহে সুশৃঙ্খল দীৰ্ঘ-ম্যাদী পৰিকল্পনাৰ ঠাই কেতিয়াও লব নোৱাৰে। দীৰ্ঘ-ম্যাদী কাৰ্যাসূচী লব পৰাৰ গুণতেই চোভিয়েট ইউনিয়নে উন্নয়নশীল দেশবোৰক অৰ্থনৈতিক ক্ষেত্ৰত নিভৰশীল কৰি লব পাৰিছে। ইয়াৰ ফলত বিশ্ব-কমিউনিজমৰ উদ্দেশ্য সাধিত হৈছে।

যদিও আমাৰ সাহায্য-আঁচনিবোৰে অৰ্থনৈতিক বিশৃঙ্খলতা আৰু অৰ্থনৈতিক পতন প্ৰতিৰোধ কৰাত সহায় কৰিছে আৰু বহুতো দেশক তেওঁলোকৰ স্বাধীনতা ৰক্ষা কৰাতো সহায় কৰিছে, তথাপি এইটো কথা সঁচা যে, আমি সহায় কৰা বহুতো দেশ আমাৰ সাহায্য আৰম্ভ হোৱাৰ আগতে য'ত আছিল তাৰপৰা স্বয়ং চালিত অৰ্থনৈতিক বৃদ্ধিৰ পিনে বিশেষ আগবাঢ়িব পৰা নাই। জাতীয় অখণ্ডতা আৰু স্বাধীনতা ৰক্ষা কৰাৰ লগতে সংকটাৱস্থা দূৰ কৰিবলৈ অথবা অল্প ম্যাদী ৰাজনৈতিক উদ্দেশ্য সাধন কৰিবলৈ ব্যয় কৰা ধনে সাহায্য-প্ৰাপ্ত দেশবোৰে বৃহত্তৰ অৰ্থনৈতিক স্থিৰতা লাভ কৰাত বিশেষ সহায় কৰা নাই।

( ২ )

সুবিস্তীৰ্ণ দৰিদ্ৰতা আৰু বিশৃঙ্খলাই প্ৰচলিত ৰাজনৈতিক আৰু সামাজিক গাঁথনিৰ পতন ঘটায়, যাৰ ফলত প্ৰত্যেক দুৰ্বল আৰু অস্থিৰ অঞ্চলত একদলীয় স্বেচ্ছাচাৰবাদৰ ( totalitarianism ) আবিৰ্ভাৱ অৱশ্যম্ভাৱী। ইয়াৰ ফলত আমাৰ নিৰাপত্তা আৰু সমৃদ্ধি বিপন্ন হব। অনুন্নত দেশবোৰলৈ আগবঢ়োৱা সাহায্য-আঁচনিৰ কাম চলাই থাকিব লাগিব,

কিয়নো, দেশৰ স্বাৰ্থ আৰু ৰাজনৈতিক স্বাধীনতাৰ স্বাৰ্থৰ বাবে তাৰ দৰকাৰ আছে।

ইতিহাসৰ এক বিশেষ মুহূৰ্ত্তত আমি উপনীত হৈছোঁ। .....লেটিন-আমেৰিকা, আফ্ৰিকা, মধ্য-প্ৰাচ্য আৰু এচিয়া নিজৰ স্বাধীনতা ঘোষণা কৰাৰ আৰু নিজৰ জীৱনধাৰা আধুনিকীকৰণৰ অভিযানত লিপ্ত। উদ্যোগীকৰণ আৰু নিয়ন্ত্ৰিত বৃদ্ধিলাভ কৰাৰ সময়ত আমি যিদৰে বিশ্বৰ উত্তৰাৰ্দ্ধত ইখন দেশে সিখন দেশৰ মূলধন আৰু কাৰিকৰী জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিছিলোঁ। সেইদৰে এইবোৰ দেশেও আনৰ সাহায্য আৰু কাৰিকৰী জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি আছে।

কিন্তু বৰ্ত্তমান-কালত এটা বিশেষ কাৰণত এই দেশবোৰৰ সাহায্যৰ আৱশ্যক হৈছে। সেই আটাইবোৰ দেশেই কমিউনিষ্টৰ হেঁচা খাই আছে। অনেক ক্ষেত্ৰত এই চাপ প্ৰত্যক্ষ আৰু সামৰিক। আনবোৰ ক্ষেত্ৰত ই শেষ পৰ্য্যন্ত গতি তোপা নতুন, দুৰ্ব্বল আৰু আধুনিক ব্যৱস্থাবোৰ ভাঙি দি অধীনস্থ কৰিবলৈ উচ্ছেদকামী ধ্বংসাত্মক ৰূপ লৈছে।

এই ষষ্ঠ দশকত আমাৰ বৈদেশিক সাহায্যৰ মূল উদ্দেশ্য কমিউনিজমৰ বিৰুদ্ধে যুঁজাই নহয়, ইয়াৰ মূল উদ্দেশ্য হ'ল ঐতিহাসিকভাৱে দেখুৱাই দিয়া যে উনৈশ শতিকাৰ দৰে এই কুৰি শতিকাতো, উত্তৰ গোলাৰ্দ্ধৰ দৰে দক্ষিণ গোলাৰ্দ্ধতো অৰ্থনৈতিক বৃদ্ধি আৰু ৰাজনৈতিক গণতন্ত্ৰ হাতত ধৰা-ধৰিকৈ বিকশিত হব পাৰে।

মুঠকথা, আমাৰ কেৱল পালন কৰিবলগীয়া কৰ্ত্তব্যই নহয়, বাস্তৱত পৰিণত কৰিবলগীয়া সুযোগো আছে। মোৰ বিশ্বাস, কম-উন্নত দেশবোৰক দীৰ্ঘ-ম্যাদী ভিত্তিত সহায় কৰিবলৈ স্বাধীন ঔদ্যোগিক ৰাষ্ট্ৰবিলাকে যুগ্মভাৱে গুৰু-প্ৰচেষ্টা হাতত লোৱাৰ উপযুক্ত সময় উপস্থিত হৈছে। এই দেশবিলাকৰ অনেকেই স্থায়ীভাৱে নিজৰ ভৰিত থিয় দিব পৰাকৈ যথেষ্ট অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক শক্তি আৰু স্বয়ং-চালিত বৃদ্ধি-সাধনৰ দুৱাৰ দলিত। কুৰি শতিকাৰ এই ষষ্ঠ দশক নিশ্চয় চৰম "উন্নয়ন দশক" হব লাগিব। এইখিনি কালতে বহুতো কম-উন্নত দেশে স্বয়ং-চালিত বৃদ্ধিলাভ কৰিব, স্বাধীন, সুস্থিৰ আৰু আত্মনিৰ্ভৰশীল দেশবোৰৰ এটা বৰ্দ্ধিত গোষ্ঠীয়ে বিশ্ব-উত্তেজনা আৰু বিপদৰ আশঙ্কা হ্ৰাস কৰিব পাৰিব। এই লক্ষ্য আমাৰ হাতৰ মুঠিত থাকিব যদিহে সাহায্যপ্ৰাপ্ত দেশবোৰৰ মনৰ লগত মিলা নীতি আৰু দীৰ্ঘ-ম্যাদী লক্ষ্য স্থিৰ

কৰাত আৰু সেই লক্ষ্য-সাধনৰ বাবে সমূহীয়া প্ৰচেষ্টা চলোৱাত আন আন ঔদ্যোগিক ৰাষ্ট্ৰবোৰে আমাৰ লগত সহযোগ কৰে। এই কামত প্ৰত্যেক দেশৰে বৰঙণিৰ আন দেশৰ বৰঙণিৰ লগত, প্ৰত্যেক কম-উন্নত দেশৰ প্ৰকৃত অভাৱৰ লগত সম্পৰ্ক থাকিব। বহলাৰ্থত আমাৰ কাম হ'ল পৃথিৱীৰ উত্তৰাৰ্দ্ধ আৰু দক্ষিণাৰ্দ্ধৰ মাজত এক নতুন অংশীদাৰিত্বৰ সূচনা কৰা, য'ত সকলো স্বাধীন ৰাষ্ট্ৰই বৰঙণি যোগাব পাৰিব, য'ত প্ৰত্যেক স্বাধীন ৰাষ্ট্ৰই নিজৰ সামৰ্থ্য অনুসাৰে দায়িত্ব গ্ৰহণ কৰিব লাগিব।

স্থায়ী বৃদ্ধিয়ে ঢুকি পোৱাৰ ভিতৰত থকা দেশবোৰক উন্নয়নৰ পথত সহায় কৰিবলৈ সমূহীয়া প্ৰচেষ্টা চলাবৰ বাবে আমি স্বাধীন ঔদ্যোগিক দেশবোৰক একগ্ৰোট কৰিব লাগিব। প্ৰেচিডেণ্ট আইচেনহাৱাৰৰ নেতৃত্বত গঠিত 'অৰ্থনৈতিক সহযোগ আৰু উন্নয়ন অনুষ্ঠান'ৰ সৃষ্টিয়ে এই একতাৰ ভেটি স্থাপন কৰিছে। এনেকুৱা একত্ৰিত প্ৰচেষ্টাই নতুন উন্নয়নমুখী দেশবোৰৰ অৰ্থনীতিক প্ৰকৃত 'কক্ষপথত' সঞ্চালিত কৰিব, অৰ্থনীতি স্বয়ং-চালিত বৃদ্ধিৰ পথত উপনীত হব, তেতিয়া আৰু অসাধাৰণ বৈদেশিক সাহায্যৰ আৱশ্যক নহব। যদি এই কাম কৰিব পৰা যায়,—আৰু মোৰ বিশ্বাস কৰিব পৰা যাবই, তেনেহলে এই দশক স্বাধীন মানুহৰ বুৰঞ্জীত এটা তাৎপৰ্য্যপূৰ্ণ দশক হৈ ৰব।

কিন্তু এই লক্ষ্যবোৰ সাধনত বিশ্বৰ সংগ্ৰামী জনগণৰ শক্তিক ৰচনাত্মক উদ্দেশ্যত নিয়োগ কৰিব পৰা এটা আবহাওৱাৰ সৃষ্টি কৰাত আৰু অন্যান্য ঔদ্যোগিক ৰাষ্ট্ৰবোৰক এই উদ্দেশ্যে এক মহান প্ৰচেষ্টাত ব্ৰতী কৰাত আমাৰ সফলতা নিৰ্ভৰ কৰিছে প্ৰধানতঃ আমাৰ নিজৰ প্ৰচেষ্টাৰ পৰিসৰ আৰু অবিৰত গতিৰ ওপৰত। আমাৰ সাহায্যৰ ভেটি স্বৰূপে যদি দীৰ্ঘ-ম্যাদী লক্ষ্যৰ বাবে পৰিকল্পনাৰ সলনি কিছুমান অল্প-ম্যাদী সংকটক নাটকীয়ভাৱে দেখুৱাবলৈ সাহায্যপ্ৰাপ্ত দেশবোৰক উদগনি দিওঁ তেনেহলে আমাৰ ধন, আমাৰ শুভেচ্ছা আৰু আমাৰ নেতৃত্বৰ অপচয় কৰা হব। আনহাতে, আমাৰ নিৰাপত্তা-লক্ষ্যৰো আমি ওচৰ চাপিব নোৱাৰিম আৰু আমাৰ বৈদেশিক সাহায্যৰ বোজাৰো অন্ত নপৰিব।

মুঠতে, এই কংগ্ৰেচে এই বৈঠকতে অনুন্নত দেশবোৰলৈ দিয়া সাহায্যৰ সমস্যা-জৰ্জ্জৰিত ইতিহাসত এটা নাটকীয় পৰিবৰ্ত্তন ঘটোৱাটো সম্ভৱ কৰিব লাগিব। কম-উন্নত দেশবোৰক আমি কৈ দিব লাগিব যে যদি তেওঁলোকে আৱশ্যকীয় আভ্যন্তৰীণ সংস্কাৰ আৰু আত্মসাহায্য সাধন কৰিবলৈ ইচ্ছা কৰে,

আৰু আন ঔদ্যোগিক দেশবোৰক আমি কৈ দিব লাগিব যে যদি তেওঁলোকে এক বহল ভিত্তিত বৃহত্তৰ প্ৰচেষ্টা হাতত লবলৈ খোজে তেনেহলে আমি উন্নয়ন-দশকতে কম-উন্নত দেশবোৰৰ ভাগ্যত এটা নিশ্চিত পৰিবৰ্ত্তন আনিম যাতে সকলো ৰাষ্ট্ৰই আত্মনিৰ্ভৰশীল হব পাৰে আৰু বৈদেশিক সাহায্যৰ আৱশ্যকতা নাই কিয়া হয়।...... .

ইয়াৰ বাবে এই দেশে এই বছৰতে নেতৃত্ব দিয়াৰ আৱশ্যক হব। আৰু তাৰ বাবে আৱশ্যক হব আমাৰ বৈদেশিক সাহায্যৰ এটা নতুন দৃষ্টিকোণ আৰু অধিক যুক্তিসঙ্গত, কাৰ্য্যকৰী, দীৰ্ঘ-ম্যাদী পৰিকল্পনাৰ। তলত উল্লেখ কৰা আৰু অলপতে কংগ্ৰেচৰ আগত দাঙি ধৰিব খোজা এক ব্যৱস্থাত অন্তৰ্ভুক্ত আঁচনিৰ দৰে এখন আঁচনি অনুমোদন কৰিবলৈ মই কংগ্ৰেচক টানি অনুৰোধ কৰোঁ।

( ৩ )

আমাৰ বৈদেশিক সাহায্যৰ ধন বিবেচনাৰে আৰু কাৰ্য্যকৰীভাৱে ব্যয় কৰিবলৈ হ'লে সম্পূৰ্ণ নতুন নীতি আৰু দৃষ্টিভঙ্গীৰ আৱশ্যক :

(১) একত্ৰিত প্ৰশাসন আৰু কাৰ্য্যসাধন—কেবাটাও প্ৰতিযোগী আৰু খেলিমেলিপূৰ্ণ সাহায্য-সংস্থাৰ সলনি নমনীয় কাৰ্য্যপন্থাৰে ৱাচিংটন আৰু কৰ্ম্মক্ষেত্ৰত এটা মাত্ৰ সংস্থা।

(২) ৰাষ্ট্ৰ-পৰিকল্পনা—অসংলগ্ন, স্থকীয়া স্থকীয়া এলানি আঁচনিৰ সলনি প্ৰত্যেক দেশৰে অভাৱ আৰু সম্পদৰ লগত খাপ-খোৱাকৈ অতি সাৱধানে ৰচনা কৰা এখন পৰিকল্পনা। অতীতৰ আমাৰ উন্নয়নমূলক লক্ষ্য আৰু আঁচনিবোৰ দীৰ্ঘ-ম্যাদী অৰ্থনৈতিক উন্নয়ন-পৰিকল্পনাৰ অবিচ্ছেদ্য অঙ্গ হিচাপে লোৱা নাই।

(৩) দীৰ্ঘ-ম্যাদী পৰিকল্পনা আৰু অৰ্থ-যোগান, যি তাৎপৰ্য্যপূৰ্ণভাৱে আৰু মিতব্যয়িতাৰে অঙ্গীকাৰ ৰক্ষা কৰাৰ একমাত্ৰ পন্থা।

(৪) ডলাৰেৰে পৰিশোধ কৰিব পৰা উন্নয়ন ঋণৰ ওপৰত অধিক গুৰুত্ব; —এই প্ৰথা ব্যৱসায়-সদৃশ সম্পৰ্ক আৰু পাৰস্পৰিক সন্মানৰ বাবে মঞ্জুৰী বা স্থানীয় মুদ্ৰাৰে পৰিশোধ কৰিব পৰা ঋণতকৈ বেছি গ্ৰহণযোগ্য। অৱশ্যে কিছুমান ক্ষেত্ৰত স্থানীয় মুদ্ৰাৰে পৰিশোধ কৰিব পৰা ঋণ অপৰিহাৰ্য্য।

(৫) নিজৰ সম্পদৰাজি কামত লগাবলৈ, আৱশ্যকীয় সামাজিক আৰু অৰ্থনৈতিক সংস্কাৰ সাধন কৰিবলৈ, দীৰ্ঘ-ম্যাদী পৰিকল্পনাত ব্ৰতী হবলৈ আৰু স্বয়ংচালিত বৃদ্ধি লভিবৰ বাবে আন প্ৰচেষ্টা চলাবলৈ ইচ্ছা প্ৰকাশ কৰা আৰু সামৰ্থ্যবান ৰাষ্ট্ৰবোৰৰ প্ৰতি বিশেষ মনোযোগ।

(৬) বহুপক্ষীয় প্ৰচেষ্টা--অন্যান্য ঔদ্যোগিক ৰাষ্ট্ৰবোৰৰ বৰ্দ্ধিত প্ৰচেষ্টাত উদগনি যোগাবলৈ আৰু পৰিপূৰক হিচাপে কাম কৰিবলৈ নিৰ্দ্ধাৰিত কৰা এখন আঁচনি আৰু সাহায্যৰ পৰিমাণ।

(৭) নতুন কৰ্ম্মচাৰীৰে নতুন বিভাগ গঠন—য'ত থাকিব বৰ্ত্তমানে কামত থকা যোগ্যতা আৰু আত্মনিয়োগকাৰী বিষয়াসকল। এই বিভাগে দেশৰ প্ৰত্যেক ফা·ৰেপৰা উচ্চতম গুণী-লোক আকৰ্ষণ কৰিব লাগিব।

(৮) সামৰিক সাহায্যৰপৰা পৃথকীকৰণ—সামাজিক আৰু অৰ্থনৈতিক উন্নয়নৰ বাবে আমাৰ সাহায্য আঁচনিক তাৰ নিজৰ গুণৰ ওপৰতে প্ৰত্যক্ষ কৰিব লাগিব আৰু আমাৰ মূল নিৰাপত্তামূলক আৱশ্যকতালৈ তাৰ অতি গুৰুত্বপূৰ্ণ আৰু বিশিষ্ট অৱদানৰ পৰিপ্ৰেক্ষিত তাক বিচাৰ কৰি চাব লাগিব।

( ৪ )

এই নতুন প্ৰচেষ্টাৰ গুৰিতে থাকিব লাগিব জাতীয় উন্নয়ন আঁচনি। উন্নয়নশী৷ দেশবোৰে নিজে কিছুমান বাস্তব লক্ষ্য থিৰ কৰি লোৱা উচিত। তেওঁলোকৰ নিজৰ অৰ্থনৈতিক, শিক্ষা বিষয়ক আৰু সামাজিক উন্নয়নৰ কাৰণে নিজৰ সম্পদৰাজি সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰিব পৰা আঁচনিৰ ওপৰত এই লক্ষ্যবোৰ গঠিত হব লাগিব। গতিকে প্ৰথম আৱশ্যকতা হ'ল এই যে প্ৰত্যেক সাহায্যপ্ৰাপ্ত চৰকাৰে নিজৰ সামৰ্থ্য অনুসৰি নিজৰ সম্পদৰাজিৰ সদ্ব্যৱহাৰ কৰক আৰু ভূমি, কৰ, শিক্ষা আৰু সামাজিক ন্যায় আদি আভ্যন্তৰীণ বিষয়ত সংস্কাৰ সাধনত আত্মনিয়োগ কৰক। তেওঁলোকৰ উন্নয়নৰ বাবে এইবিলাকৰ দৰ্কাৰ আছে, এইবিলাকে বাহিৰা মূলধন উৎপাদনৰ কামত নিয়োগ কৰাৰ তেওঁলোকৰ ক্ষমতা বৃদ্ধি কৰিব।·····

······বৰ্ত্তমানে বাহিৰৰ বা ঘৰৰ চাপে জুকলা কৰা দেশবোৰক মঞ্জুৰী দিয়াটো দৰ্কাৰ হব যাতে তেওঁলোকে এই চাপ আয়ত্তাধীন কৰি লব পাৰে

আৰু নিজৰ স্বাধীনতা ৰক্ষা কৰিব পাৰে। এনেকুৱা ক্ষেত্ৰত আমাৰ উদ্দেশ্য হ'ব অনুকূল পৰিস্থিতিত সেই দেশবিলাকক অস্থিৰতাৰ আৰু নিশ্চলতাৰপৰা মুক্তিলৈ আগবাঢ়ি অহাত সহায় কৰা আৰু যিমান সোনকালে পৰা যায় সিমান সোনকালে আমাৰ সাহায্য মঞ্জুৰী উন্নয়নমূলক ঋণলৈ ৰূপান্তৰিত কৰা। কিয়নো, কেৱল কমিউনিষ্টৰ ভাবুকিৰ প্ৰতি আমাৰ প্ৰতিক্ৰিয়া অথবা অল্প-ম্যাদী সংকটেই আমাৰ নতুন আঁচনিৰ মূল ভেটি হ'ব নালাগিব। কম-উন্নত দেশবোৰক তেওঁলোকৰ নিজৰ ৰাইজৰ জীৱনৰ মান উন্নত কৰাত আৰু বিশ্বৰ ৰাষ্ট্ৰসংঘৰ আত্মনিৰ্ভৰশীল সদস্য হ'বৰ বাবে যথেষ্ট পৰিমাণে শক্তি, আত্ম-সন্মান আৰু স্বাধীনতা অৰ্জ্জন কৰাত সহায় কৰাত আমাৰ নিশ্চিত স্বাৰ্থ আছে। সেই কাৰণেই এই লক্ষ্য সাধনৰ বাবে আৱশ্যকীয় ব্যৱস্থা লবলৈ সাহায্যপ্ৰাপ্ত ৰাষ্ট্ৰবোৰৰ ইচ্ছা আৰু সামৰ্থ্যৰ ওপৰত আমাৰ সাহায্য নিৰ্দ্ধাৰিত হ'ব লাগিব। ·

( ৫ )

সাময়িক সংকটৰ ওপৰত ভিত্তি নকৰি দীৰ্ঘ-ম্যাদী পৰিকল্পনাৰ ওপৰত ভিত্তি কৰি ৰচিত কাৰ্য্যসূচী অল্প-ম্যাদী ভিত্তিত নিৰ্দ্ধাৰিত ধনেৰে চলাব নোৱাৰি। গোটেই কাৰ্য্যসূচীখনৰে চাবি-কাঠি হ'ল দীৰ্ঘ-ম্যাদী কৰ্ত্তৃত্ব, পৰিকল্পনা আৰু ধন। যদি আমি তেনেকুৱা দীৰ্ঘ-ম্যাদী কাম কৰিবলৈ ইচ্ছা নকৰোঁ তেনেহ'লে আন কোনো সম্ভাব্য সাহায্যকাৰী ৰাষ্ট্ৰৰপৰা বৰ্দ্ধিত সঁহাৰি অথবা সাহায্যপ্ৰাপ্ত ৰাষ্ট্ৰৰ ফালৰপৰা কোনো বাস্তৱ পৰিকল্পনা আশা কৰিব নোৱাৰোঁ।

নতুন সাহায্য বিভাগক কমপক্ষেও পাঁচ বছৰৰ বাবে কৰ্ত্তৃত্ব দিবলৈ আৰু তলত উল্লেখ কৰা সীমাৰ ভিতৰত ডলাৰেৰে পৰিশোধ কৰিব পৰা ঋণ দিয়াৰ কৰ্ত্তৃত্বও পাঁচ বছৰৰ বাবে দিবলৈ মই পৰামৰ্শ দিওঁ। আন কোনো ব্যৱস্থাই বিশ্বক আমাৰ মনোভাব ইমান স্পষ্টকৈ দেখুৱাই দিব নোৱাৰে। আন কোনো ব্যৱস্থাই উচ্চ গুণসম্পন্ন লোকক এই বিভাগত যোগদান কৰোৱাত বেছি সহায় কৰিব নোৱাৰে। আৰু আন কোনো ব্যৱস্থাৰদ্বাৰা কম-উন্নত দেশবোৰক দীৰ্ঘ-ম্যাদী জাতীয় পৰিকল্পনা হাতত লোৱাত উৎসাহিত কৰিব নোৱাৰোঁ।

বিষয়টো, অতিবৃত্তক উজ্জ্বল কৰিবৰ [illegible] কৰিবলৈ [illegible]

লব খোজোঁ। তেনেহলে সেই পৰিকল্পনাটো এটা [illegible] থাকিব লাগিব। অভিজ্ঞতাৰপৰা আমি বুজিব পাৰিছোঁ যে দীৰ্ঘ-ব্যাপী অভাৱবোৰ এনানি বছৰেকীয়া কাৰ্য্যসূচীৰদ্বাৰা মিতব্যয়িতাৰে দূৰ কৰিব নোৱাৰি। এই ক্ষেত্ৰত কংগ্ৰেচ আৰু ইয়াৰ বিভিন্ন সমিতিবিলাকৰ লগত বিস্তৃত আলোচনা আৰু সহযোগৰ দৰ্কাৰ হব। এই পৰিকল্পনাৰ এটা বাৎসৰিক পৰ্য্যালোচনাৰো আৱশ্যক হব।

[ইউৰোপীয় ভ্ৰমণৰ পাচত জুনৰ ৬ তাৰিখে জাতিৰ প্ৰতি দিয়া এটা বাণীত তেওঁ সেই বিষয়ে পুনৰ কৈছিল। চোভিয়েট প্ৰধান মন্ত্ৰীৰ লগত হোৱা কথোপকথন স্মৰণ কৰি প্ৰেচিডেণ্টে কৈছিল:]

[জাতিৰ প্ৰতি বাতৰি,
৬ জুন, ১৯৬১ চন]

(মিঃ ক্ৰুশ্চেভ) নিশ্চিত আছিল যে জোৱাৰ তেওঁৰ অনুকূলে ঢাল খাইছিল, —উঠি অহা জনতাৰ বিপ্লব কালক্ৰমত কমিউনিষ্ট বিপ্লৱত পৰিণত হব আৰু ক্ৰেম্‌লিনে সমৰ্থন কৰা তথাকথিত মুক্তি-সংগ্ৰামৰ ৰীতি প্ৰত্যক্ষ আক্ৰমণৰ পুৰণি প্ৰথাৰ ঠাইত ব্যবহাৰ কৰা হব।

চতুৰ্থ দশকত আৰু পঞ্চম দশকৰ আগভাগত কমিউনিষ্ট সৈন্যই অৰক্ষিত সীমান্ত অতিক্ৰম কৰি আগবাঢ়ি অহাৰ ভয় আছিল, যিটো অবস্থা হৈছিল কোৰিয়াত। অন্যান্য অঞ্চলতো এই অবস্থাৰ পুনৰাবৃত্তি ঘটাত আমাৰ আণৱিক একাধিপত্যই বাধা দি আছিল। তেওঁলোকে বিশ্বাস কৰে যে তেওঁলোকৰ ক্ষেপণাস্ত্ৰই আমাৰ ক্ষেপণাস্ত্ৰক ওফৰাই দিব পাৰিব আৰু তেওঁলোকৰ সৈন্যদলে আমাৰ সৈন্যদলৰ লগত ফেৰ মাৰিব পাৰিব যদি আমি তথাকথিত মুক্তি-সংগ্ৰামত হস্তক্ষেপ কৰোঁ। গতিকে তেওঁলোকে সমৰ্থন কৰা স্থানীয় সংঘৰ্ষক গৰিলা যুদ্ধ, বিদ্ৰোহ অথবা উচ্ছেদ সাধনৰ জৰিয়তে তেওঁলোকৰ অনুকূলে ঢাল খুৱাব পাৰিব। যি দেশত বাৰ্ষিক আয় মাত্ৰ ষাঠি বা সত্তৰ ডলাৰ সেই দেশত শৃঙ্খলাবদ্ধ কমিউনিষ্টৰ সৰু সৰু দলে ৰাইজৰ দুৰ্দ্দশা আৰু অসন্তুষ্টিৰ সুবিধা গ্ৰহণ কৰিব পাৰে আৰু সৈন্যবাহিনীয়ে কোনো আন্তৰ্জাতিক সীমান্ত অতিক্ৰম

[illegible] সমগ্ৰ [illegible] নিয়ন্ত্ৰণ কৰিব পাৰে। এনেকৈ, [illegible]

কিন্তু একেই দৃঢ়তাৰে মঞো বিশ্বাস কৰোঁ যে সময়ে সেই কথা ভুল বুলি প্ৰমাণ কৰিব; মুক্তি, স্বাধীনতা আৰু স্বায়ত্ত-শাসনহে মানুহৰ ভৱিষ্যৎ, কমিউনিজম নহয়। স্বাধীনতাৰ সংগ্ৰামত জয়লাভ কৰিবলৈ স্বাধীন মানুহৰ ইচ্ছা আৰু সম্বল আছে। কিন্তু এই কথাও পৰিষ্কাৰ যে নতুন আৰু দুখীয়া ৰাষ্ট্ৰবোৰত এই সংগ্ৰাম এই দশকৰ অবিৰত সংগ্ৰাম হৈ ৰব।

মিঃ ক্ৰুশ্চেভৰ এটা কথা মই পুনৰ কব খুজিছোঁ। তেওঁ কৈছিল যে গোটেই পৃথিৱীতে অনেক গণ্ডগোল আছে, সেই সকলোবোৰৰ বাবে তেওঁক দোষ দিয়া অনুচিত। এই কথা সম্পূৰ্ণ সঁচা। প্ৰত্যেক চৰকাৰ-বিৰোধী বা আমেৰিকা-বিৰোধী বিদ্ৰোহকে, প্ৰত্যেক দুৰ্নীতি-পৰায়ণ ৰাজত্বৰ উচ্ছেদ সাধনক অথবা দুৰ্দ্দশা আৰু নৈৰাশ্যৰ বিৰুদ্ধে কৰা প্ৰত্যেকটো গণ-বিক্ষোভকে কমিউনিষ্ট-অনুপ্ৰাণিত বুলি কৈ দিয়া সহজ কথা। কিন্তু এই সকলোবোৰ কমিউনিষ্ট-অনুপ্ৰাণিত নহয়। সেইবিলাকৰ সুবিধা গ্ৰহণ কৰিবলৈ নিজৰ নেতৃত্ব জাপি দিবলৈ, জয়ৰ শিখৰত ভৰি দিবলৈ কমিউনিষ্টসকল আছে, কিন্তু কমিউনিষ্টসকলে নিজে সেইবোৰ পৰিস্থিতিৰ সৃষ্টি নকৰে।

মুঠতে যিবিলাক অঞ্চলত এনেকুৱা দৰিদ্ৰতা আৰু নিৰক্ষৰতা বৰ্ত্তমান, ইমানবোৰ ল'ৰা-ছোৱালী বেমাৰী, ইমানবোৰ শিশু এবছৰতে মৃত্যুৰ মুখত পৰে, ইমানবোৰ পৰিয়ালৰ ঘৰ-বাৰী নাই, অতবোৰ পৰিয়ালে আশাৰ মুখ নেদেখে, সেইবিলাক অঞ্চলত স্বাধীনতাৰ আশা, মুক্তিৰ ভৱিষ্যৎ নিৰ্ভৰ কৰে স্থানীয় ৰাইজ আৰু তেওঁলোকৰ চৰকাৰৰ ওপৰত।

যদি তেওঁলোকৰ নিজৰ ভৱিষ্যৎ নিৰ্ণয় কৰিবলৈ ইচ্ছা আছে, যদি চৰকাৰৰ প্ৰতি স্থানীয় ৰাইজৰ সমৰ্থন আছে, যদি নিজৰ ৰাইজৰ কাৰণে কৰা তেওঁ-লোকৰ সৎ আৰু প্ৰগতিশীল প্ৰচেষ্টাই আস্থা আৰু উৎসাহ যোগাব পাৰিছে তেনেহলে কোনো গৰিলা বা বিদ্ৰোহী কাৰ্য্যকলাপেই কৃতকাৰ্য্য হব নোৱাৰে। কিন্তু য'ত সেইবিলাক অৱস্থাৰ অভাৱ তাত সীমান্তৰ সিপাৰৰ আক্ৰমণৰ বিৰুদ্ধে দিয়া সামৰিক প্ৰতিৰক্ষাই আভ্যন্তৰীণ ধ্বংসৰ বিৰুদ্ধে সামান্য ৰক্ষণাবেক্ষণ দিব পাৰে।......

নিজৰ সমাজ গঢ়িবলৈ এই ৰাষ্ট্ৰবোৰক সহায় কৰাৰ এক ঐতিহাসিক সুযোগ আমাৰ আগত আহি উপস্থিত হৈছে। আমি তেওঁলোকক এনেভাৱে

সহায় কৰিব পাৰোঁ যাতে তেওঁলোক যথেষ্ট শক্তিশালী আৰু সুপ্ৰতিষ্ঠিত হৈ উঠে আৰু বাহিৰৰ আক্ৰমণৰ বাহিৰে আন কোনো বিপদৰ ওচৰতে পৰাভূত নহয় ; আৰু আমি জানো বাহিৰৰ আক্ৰমণ বন্ধ কৰিব পৰা যায়।

কমিউনিষ্ট-অনুপ্ৰাণিত বিদ্ৰোহ দমন কৰিবলৈ আমি তেওঁলোকৰ সেনা-বাহিনীক সজ্জিত কৰিব পাৰোঁ আৰু প্ৰশিক্ষণ দিব পাৰোঁ। জীৱন-যাপনৰ নতুন মান গঢ়িব পৰা ঔদ্যোগিক আৰু কৃষি-বিষয়ক ভেটি স্থাপন কৰাত আমি তেওঁলোকক সহায় কৰিব পাৰোঁ। উত্তম প্ৰশাসন, উত্তম শিক্ষা, উত্তম কৰ আৰু ভূমি-বিতৰণ ব্যৱস্থা আৰু উন্নত জীৱনৰ মান প্ৰবৰ্ত্তন কৰাত আমি উদগনি যোগাব পাৰোঁ।......

তেওঁলোকৰ জীৱনৰ মান উন্নত কৰাত যদি আমি তেওঁলোকক সহায় কৰিবলৈ প্ৰস্তুত নহওঁ, তেনেহলে মোৰ বিশ্বাস, সেইবোৰ অঞ্চলত স্বাধীনতাৰ ভৱিষ্যৎ অন্ধকাৰ।......আমাৰ বোজা অতি গধুৰ ; সেই বোজা আমি কেবা-বছৰো ধৰি কঢ়িয়াই আহিছোঁ। কিন্তু মই বিশ্বাস কৰোঁ যে এই সংগ্ৰাম এতিয়াও শেষ হোৱা নাই। এই সংগ্ৰাম চলিয়েই আছে, আমাৰ কাম আমি কৰিবই লাগিব। গতিকে মই আশা কৰিছোঁ যে এই লোকসকলক তেওঁলোকৰ নিজৰ স্বাধীনতা অক্ষুন্ন ৰখাত আমি সহায় কৰিম।

আমাৰ এই আঁচনিৰ আৱশ্যকতা ভিয়েনাত মিঃ ক্ৰুশ্চেভৰ কথাই দেখুৱাই দিয়াৰ সময়তেই ৱাচিংটনত ক'ংগ্ৰেচে আমাৰ নতুন বৈদেশিক সামৰিক আৰু অৰ্থনৈতিক সাহায্য-কাৰ্য্যসূচীৰ বিষয়ে আলোচনা আৰম্ভ কৰাটো ভাল কথা হৈছে। এই আঁচনি কাৰ্য্যকৰীভাৱে পৰিচালনা কৰিব লাগিব। মোৰ বিশ্বাস, আমি সেই কাম কৰা উচিত আৰু মই আশা ৰাখিছোঁ আপোনালোক আমেৰিকাৰ ৰাইজে ইয়াৰ প্ৰতি পুনৰ সমৰ্থন জনাব ; কিয়নো মোৰ মতে এই অঞ্চলবিলাকৰ নিৰাপত্তাৰ বাবে ই অতি গুৰুত্বপূৰ্ণ। যিমানেই কঠিন নহওক কিয়, আমি যদি আমাৰ দায়িত্ব পালন কৰিবলৈ ৰাজী নহওঁ তেনেহলে কমিউনিষ্ট অগ্ৰসৰৰ বিৰুদ্ধে কথা কৈ একো লাভ নাই।...

[ ছহ-বিন পিচত প্ৰেচিডেণ্টে এই বিষয়ত কাম হাতত লোৱাৰ আৱশ্যকতাৰ বিষয়ে পুনৰ কৈছিল। ]

## [ আন্তৰ্জাতিক অৰ্থনৈতিক আৰু সামাজিক উন্নয়ন-বিষয়ক জাতীয় সন্মিলনত কৰা মন্তব্য, ১৬ জুন, ১৯৬১ চন। ]

...১৯৫২ চনত স্বাধীন বিশ্বই আৰু বহুতো কোৰিয়া-সদৃশ যুদ্ধ হব বুলি ভয় কৰি আছিল। বৰ্ত্তমান স্বাধীনতাৰ প্ৰধান ভয়ৰ কাৰণ হ'ল আভ্যন্তৰীণ যাক কমিউনিষ্টসকলে শ্লিষ্ট-ভাষাৰে "মুক্তি-সংগ্ৰাম" বুলি অভিহিত কৰে।......

...."কিবা এটা কৰিবলৈ" বিৰাট ইচ্ছা মই ৱাচিংটন আৰু সমগ্ৰ দেশতে লক্ষ্য কৰিছোঁ: স্বাধীনতাৰ প্ৰতিৰক্ষাত সহায় কৰিবলৈ, কমিউনিজমৰ বিস্তৃতি বন্ধ কৰিবলৈ, বিশ্ব-সমস্যাত আগ-ভাগ লবলৈ। নতুন সামৰিক সাহায্য আৰু নতুন সৈন্যদল প্ৰেৰণৰ বিষয়েও আলোচনা কৰা মই শুনিবলৈ পাইছোঁ। বিমান-শক্তিৰ বাবে অতিৰিক্ত ধন অনুমোদন কৰা হৈছে আৰু নতুন গৰিলা-বিৰোধী দল গঠনৰ বাবে আলোচনা চলিছে। এই সকলবোৰ গুৰুত্বপূৰ্ণ কথা। কিন্তু মিঃ ক্ৰুশ্চেভৰ "মুক্তি-সংগ্ৰাম" বি-৫৮ৰে বন্ধ কৰিব পৰা নাযাব। সামৰিক আশ্বাসেৰে তাক বন্ধ কৰিব নোৱাৰি, আৰু অনেক ক্ষেত্ৰত বাহিৰৰ কমিউনিষ্ট হস্তক্ষেপ নোহোৱাকৈ আমেৰিকাই হস্তক্ষেপ কৰি বন্ধ কৰিব নোৱাৰে।

গতিকে যিসকলে "কিবা এটা কৰিবলৈ" বিচাৰে তেওঁলোকক মই অনুৰোধ কৰিছোঁ আমাৰ নতুন বৈদেশিক সাহায্য আঁচনিত তেওঁলোকৰ শক্তি প্ৰয়োগ কৰিবলৈ, উচ্ছেদমূলক বিপ্লৱ আৰু বিদ্ৰোহৰ পথ মুকলি কৰা সামাজিক অন্যায় বিচাৰ আৰু অৰ্থনৈতিক বিশৃঙ্খলা বন্ধ কৰাত সহায় কৰিবলৈ, নতুন ৰাষ্ট্ৰ আৰু দুৰ্ব্বল চৰকাৰক স্থায়ী কৰিব পৰা সামাজিক আৰু অৰ্থনৈতিক উন্নয়ন আৰু সংস্কাৰ সাধনত উদগনি যোগাবলৈ আৰু স্থানীয় কমিউনিষ্ট-অনুপ্ৰাণিত গৰিলাবোৰক প্ৰতিৰোধ কৰাৰ প্ৰধান বোজা যিবিলাকৰ ওপৰত পৰিছে .সেই স্থানীয় সৈন্যবিলাকক সুশিক্ষিত আৰু সুসজ্জিত কৰিবলৈ।

যিসকলে বৈদেশিক অৰ্থনৈতিক আৰু সামৰিক সাহায্যৰ বিৰোধিতা কৰে তেওঁলোকে জনা উচিত যে কমিউনিষ্টসকলে তেনেকুৱা সাহায্যৰ বিৰোধিতা

কৰা নাই ; কম-উন্নত দেশবোৰলৈ তেওঁলোকে [illegible] বৃদ্ধি পাইছে ; তেওঁলোকে ইতিমধ্যে এইবিলাক অঞ্চললৈ [illegible] হাজাৰ কাৰিকৰী-লোক পঠিয়াইছে আৰু বছৰেকীয়া ব্যৱহাপক নতুনকৰণৰ (annual legislative renewal) মেৰপাকত নোসোমোৱাকৈ সাহায্যপ্ৰাপ্ত দেশবোৰক দীৰ্ঘ-ম্যাদী সাহায্য দিয়াৰ ব্যৱস্থা কৰিছে। আনকি আমাৰ নিজৰ গোলাৰ্দ্ধতে যিসকলে সুদীৰ্ঘকাল ধৰি স্বাধীনতাক সমৰ্থন কৰি আছে কিন্তু দৰিদ্ৰতা শেষ হোৱাটো বিচাৰিছে তেওঁলোকৰ চকুৰ আগতো কমিউনিষ্ট গোষ্ঠীয়ে সাহায্যৰ মোনা দাঙি ধৰিছে।

মুঠতে কমিউনিষ্ট বিৰোধী সংগ্ৰামত কি অস্ত্ৰ আটাইতকৈ আৱশ্যকীয় তাক বাছি উলিয়াবলৈ ইচ্ছা নাথাকিলে কমিউনিজমৰ বিস্তৃতি সম্বন্ধে চিঞৰ বাথৰ কৰাৰ কোনো মানে নাই। যত্ন কৰিবলৈ, কষ্ট স্বীকাৰ কৰিবলৈ ইচ্ছা নাথাকিলে নিৰাপত্তা ৰক্ষা কৰিবৰ বাবে জোৰ প্ৰচেষ্টা চলাবলৈ কোৱাৰো কোনো মানে নাই। আৰু বহুত দিন আগতে স্বৰ্গীয় আৰ্থাৰ ভাণ্ডেনবাৰ্গে ( Arthur Vandenberg ) কবৰ দৰে, পাৰৰপৰা বিশ ফুট আঁতৰত ডুবিবলৈ ধৰা মানুহ এজনৰ চিঞৰ-বাথৰ শুনি দহ ফুট দীঘল ৰচী এডাল দলিয়াই দি তেওঁক বচাবলৈ যোৱাৰ কোনো মানে নাই।

## শান্তি-বাহিনী

[ শান্তি-বাহিনী গঠন নিশ্চয় নতুন চৰকাৰৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কাম। এই কামত নতুন চৰকাৰৰ দুটা অতি আকৰ্ষণীয় বৈশিষ্ট্যৰ কথা প্ৰকাশ পাইছে—যৌৱন আৰু নিঃস্বাৰ্থ কৰ্ত্তব্যপৰায়ণতা। ই অতি গুৰুতৰ সমস্যাৰো সম্মুখীন হবলগীয়া হৈছিল। কংগ্ৰেচলৈ দিয়া এক বিশেষ-বাণীত প্ৰেচিডেণ্টে এই নতুন আঁচনিৰ বিষয়ে তন্ন-তন্নকৈ আলোচনা কৰিছিল। ]

[ শান্তি-বাহিনী সম্বন্ধে কংগ্ৰেচলৈ বিশেষ-বাণী,
১ মাৰ্চ, ১৯৬১ চন ]

এটা স্থায়ী শান্তি-বাহিনী গঠন কৰিবলৈ মই কংগ্ৰেচক পৰামৰ্শ দিব খুজিছোঁ, প্ৰশিক্ষণপ্ৰাপ্ত আমেৰিকান নৰ-নাৰীৰে গঠিত এই বাহিনী যুক্তৰাজ্য

চৰকাৰ, "অথবা 'আন কোনো' বেচৰকাৰী প্ৰতিষ্ঠানৰ জৰিয়তে বিদেশত প্ৰশিক্ষণপ্ৰাপ্ত মানুহৰ আৱশ্যকীয় অভাৱ পূৰণ কৰিবলৈ বিদেশলৈ পঠিওৱা হ'ব।......

গোটেই পৃথিৱীতে নতুন উন্নয়নশীল ৰাষ্ট্ৰবোৰৰ বাহিৰে অৰ্থনৈতিক আৰু সামাজিক প্ৰগতিৰ বাবে সংগ্ৰাম কৰি আছে, ইয়াৰ জৰিয়তে তেওঁলোকৰ গভীৰতম আকাঙ্ক্ষা প্ৰকাশ পাইছে। আমাৰ নিজৰ আৰু পৃথিৱীৰ চাৰিওপিনে স্বাধীনতাৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে তেওঁলোকৰ স্বাধীন-ৰাষ্ট্ৰ গঢ়াৰ ক্ৰমবৰ্দ্ধমান ক্ষমতাৰ ওপৰত, এনেকুৱা স্বাধীন ৰাষ্ট্ৰ য'ত ক্ষুধা, অজ্ঞতা আৰু দৰিদ্ৰতাৰ দাসত্বৰপৰা মুক্ত হৈ মানুহে মৰ্য্যাদাৰে জীৱন কটাব পাৰে।

এই লক্ষ্য-সাধানৰ পথত অন্যতম বৃহৎ বাধা হ'ল তেওঁলোকৰ প্ৰশিক্ষণপ্ৰাপ্ত লোকৰ অভাব, যিবিলাক লোকৰ যুৱকসকলক শিকোৱাৰ আৰু উন্নয়নমূলক কামত সহায় কৰাৰ যোগ্যতা আছে, যিবিলাকৰ দ্ৰুত গতিত বাঢ়ি-অহা অৰ্থনীতিৰ দাবী পূৰণ কৰাৰ ক্ষমতা আৰু সেই ক্ষমতা সহস্ৰ সংগ্ৰামী ৰাষ্ট্ৰৰ গাঁও-নগৰ-পৰ্ব্বত ভৈয়াম কাৰখানা সকলোতে প্ৰয়োগ কৰাৰ একাগ্ৰতা আছে।

অৰ্থনৈতিক উন্নয়নৰ বিৰাট কামৰ বাবে নিতান্ত আৱশ্যক সমাজৰ কাম কৰিবলৈ প্ৰশিক্ষণপ্ৰাপ্ত মানুহৰ : স্কুলত শিক্ষাদানত সহায় কৰিবলৈ, উন্নযনমূলক আঁচনি গঠনত সহায় কৰিবলৈ, গাঁওবিলাকত স্বাস্থ্য-বিধানৰ আধুনিক প্ৰথাবিলাক প্ৰদৰ্শন কৰিবলৈ আৰু বিশেষ শিক্ষা আৰু উচ্চ-জ্ঞান আৱশ্যক হোৱা আন এশ এটা কাম কৰিবলৈ।

প্ৰশিক্ষণপ্ৰাপ্ত মানুহৰ এই জৰুৰী অভাৱ পূৰণ কৰিবলৈ আমি এটা শান্তি-বাহিনী গঠন কৰাৰ প্ৰস্তাৱ কৰিছোঁ, ইযাত আমেৰিকাৰ স্বেচ্ছাসেৱক লোৱা হ'ব, তেওঁলোকক শিক্ষা দিয়া হ'ব আৰু তাৰপিচত আন দেশৰ বাইজৰ লগত কাম কৰিবলৈ তেওঁলোকক পঠিওৱা হ'ব।

বৰ্ত্তমানৰ সাহায্য-আঁচনিৰ লগত ইয়াৰ পাৰ্থক্য এয়ে হ'ব যে ইয়াৰ সদস্যসকল কাৰিকৰী উপদেষ্টাৰ অনুপূৰক হ'ব। কাৰিকৰী উপদেশ কামত লগাবলৈ হ'লে উন্নয়নশীল দেশবোৰক শান্তি-বাহিনীয়ে কাৰিকৰী কৌশলেৰে সহায় কৰিব পাৰিব। সাহায্যপ্ৰাপ্ত দেশবোৰে হাতত লোৱা আঁচনিবোৰ সম্পাদন কৰিবৰ বাবে আৱশ্যকীয় প্ৰশিক্ষণ প্ৰাপ্ত এই বাহিনীয়ে বহুতনি যোগাব আৰু তেওঁলোকে ব্যক্তিগতভাৱে মহান ত্যাগ স্বীকাৰ কৰিও

শ্ৰমিকৰ দৰে কাম কৰিব। এই কথাত সন্দেহ নাই যে এই কামত যোগ দিবলৈ ইচ্ছা কৰা লোকৰ সংখ্যা আমাৰ নিয়োগ-ক্ষমতাতকৈ বহুত বেছি হ'ব।......

আটাইতকৈ উৎসাহজনক কথা হ'ল এয়ে যে এই প্ৰস্তাৱৰ প্ৰতি উৎসাহেৰে প্ৰাথমিক সঁহাৰি জনাইছে সকলোফালৰপৰা ছাত্ৰসকলে, পেচাদাৰী অনুষ্ঠান-বিলাকে আৰু ব্যক্তিগতভাৱে নাগৰিকসকলে। ইয়াৰদ্বাৰা এইটোৱেই সুন্দৰকৈ প্ৰতীয়মান হৈছে যে বিশ্ব-শান্তি আৰু মানুহৰ প্ৰগতিৰ বাবে নিজৰ নিজৰ শক্তি, সময় আৰু পৰিশ্ৰম উছৰ্গা কৰিব খোজা অসংখ্য আত্মোৎসৰ্গী লোক আমাৰ দেশত আছে।

শান্তি-বাহিনীয়ে বৰঙণি যোগাব পৰা কাৰ্য্যসমূহ হ'ল : বিশেষতঃ জাতীয় ইংৰাজী-ভাষা-শিক্ষা আঁচনিৰ অন্তৰ্গত হিচাপে প্ৰাথমিক আৰু মাধ্যমিক স্কুলত শিক্ষাদান; মেলেৰিয়া নিবাৰণৰ পৃথিৱীজোৰা কাৰ্য্যসূচীত যোগদান; জনস্বাস্থ্য আৰু স্বাস্থ্যবিধানৰ কামত অংশ গ্ৰহণ আৰু নিৰ্দ্দেশন; স্কুল-নিৰ্ম্মাণ আৰু আন কাৰ্য্যসূচীৰ জৰিয়তে গ্ৰাম-উন্নয়ন আঁচনিত সাহায্য-দান; স্থানীয় কৃষকক আধুনিক যন্ত্ৰপাতি আৰু প্ৰণালীৰ ব্যৱহাৰত সহায় কৰি গ্ৰাম্য কৃষি-উৎপাদন ক্ষমতাৰ বৃদ্ধি-সাধান। প্ৰথমতে গুৰুত্ব দিয়া হব এইবিলাক কামৰ শিক্ষাদানৰ ওপৰত।......

শান্তি-বাহিনী কেৱল যুৱকসকলৰ অথবা কলেজ-স্নাতকসকলৰ মাজতে সীমাবদ্ধ নাথাকিব। সকলো অৰ্হতাসম্পন্ন আমেৰিকানকে এই কামত যোগ দিবলৈ দিয়া হব। কিন্তু নিঃসন্দেহে এই বাহিনী নিয়মিত শিক্ষা শেষ কৰা যুৱকসকলৰ দ্বাৰা প্ৰধানকৈ গঠিত হব।

এখন স্বাধীন সমাজৰ অন্যতম প্ৰধান সম্পদ হ'ল বে-চৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানবিলাকৰ শক্তি আৰু বৈচিত্ৰ্য। সেই কাৰণে এই শান্তি-বাহিনীৰ বেছিভাগ কামেই এই অনুষ্ঠানবিলাকৰ জৰিয়তে কৰা হব আৰু চৰকাৰে বিত্ত সাহায্য দিব।

শান্তি-বাহিনীৰ লোক উন্নয়নশীল দেশবোৰে পাব তলত উল্লেখ কৰা উপায়েৰে :

(১) আন্তৰ্জাতিক সাহায্য আঁচনি পৰিচালনা কৰা বে-চৰকাৰী স্ব-প্ৰনোদিত অনুষ্ঠানৰ জৰিয়তে।

(২) কলেজ আৰু বিশ্ববিদ্যালয়সমূহৰ বৈদেশিক কাৰ্য্যসূচীৰ জৰিয়তে।

(৩) আন্তৰ্জাতিক অনুষ্ঠানবিলাকৰ সাহায্য আঁচনিৰ জৰিয়তে।

(৪) যুক্তৰাজ্য চৰকাৰৰ সাহায্য আঁচনিৰ জৰিয়তে।

(৫) শান্তি-বাহিনীয়ে নিজে পৰিচালনা কৰা নতুন আঁচনিৰ জৰিয়তে।

এই সকলোবোৰ ক্ষেত্ৰতে শান্তি-বাহিনীৰ লোক কেৱল সেইবোৰ দেশলৈহে যাব য'ত তেওঁলোকৰ সেৱা আৰু কৌশল বিচৰা হয় আৰু সিবিলাকৰ প্ৰকৃততে দৰ্কাৰ আছে।……

স্থান আৰু কামৰ গুৰুত্ব অনুসৰি এই বাহিনীত নিযুক্ত কাৰ্য্যকালৰ কম-বেছি কৰা হব; সাধাৰণতে দুই বছৰৰপৰা তিনি বছৰলৈ। শান্তি-বাহিনীৰ লোকসকলে উন্নয়নশীল দেশৰ ৰাইজৰ মাজত আদিম অৱস্থাত বাস কৰি শাৰীৰিক কষ্টৰ মাজেৰে কাম কৰিবলগীয়া হব। কিয়নো, প্ৰতিজন শান্তি-বাহিনীৰ লোকৰে সেৱা হব মহান আৰ্থিক ত্যাগ। তেওঁলোকে কোনো দৰ্মহা নাপাব। তেওঁলোকক মাত্ৰ এটা বানচ দিয়া হব, যাৰদ্বাৰা তেওঁলোকৰ মৌলিক অভাৱ পূৰণ আৰু স্বাস্থ্য ৰক্ষাৰ খৰচহে ওলাব। শান্তি-বাহিনীৰ পুৰুষ-তিৰোতাসকলে তেওঁলোকে সহায় কৰিবলৈ যোৱা ৰাইজৰ মাজত সৰল আৰু অনাড়ম্বৰভাৱে বাস কৰাটো অতি আৱশ্যকীয় কথা। তেওঁলোকৰ কাৰ্য্য অন্ত পৰিলে শান্তি-বাহিনীৰ লোকসকলে তেওঁলোকৰ কাৰ্য্যকালৰ দৈৰ্ঘ্যৰ ভিত্তিত অন্তকালীন দৰ্মহা (severance pay) হিচাপে সৰু সংখ্যাৰ অলপ ধন পাব। যুক্তৰাজ্যলৈ ঘূৰি অহাৰ প্ৰথম কেইসপ্তাহমানৰ ভিতৰত এই ধনে তেওঁলোকক সহায় কৰিব। মনোনীত চাকৰিৰপৰা অহা স্বেচ্ছাসেৱককো শান্তি-বাহিনীৰ কামত নিয়োগ কৰা হব। ·····

যদিও ই আমেৰিকাৰ শান্তি-বাহিনী, বিশ্ব-উন্নয়নৰ সমস্যাটো কেৱল আমেৰিকাৰে সমস্যা নহয়। আমি আশা কৰিছোঁ যাতে অন্যান্য ৰাষ্ট্ৰবোৰেও তেওঁলোকৰ উছাহ, শক্তি আৰু কৌশল এনেকুৱা কোনো শান্তি-বাহিনীত নিয়োগ কৰিব আৰু মানৱ-জাতিৰ কল্যাণৰ বাবে আৰু বিভিন্ন ৰাষ্ট্ৰৰ মাজত বুজাপৰাৰ উন্নতি-সাধনৰ বাবে এক বিৰাট আন্তৰ্জাতিক প্ৰচেষ্টাত আমাৰ নিজৰ কাম মাত্ৰ এটা পদক্ষেপ হিচাপে পৰিগণিত কৰিব।

[ স্বেচ্ছাসেৱক নিৰ্ব্বাচন আৰু প্ৰশিক্ষণৰ কাম আঁচনিমতেই আৰম্ভ হ'ল। ইতিমধ্যে এই বাহিনী স্থায়ী ভিত্তিত গঠন কৰিবৰ বাবে আইন প্ৰণয়ন কৰিবলৈ কংগ্ৰেচে বিবেচনা কৰিলে। চেপ্টেম্বৰত বিলখন অনুমোদন আৰু

ধন মঞ্জুৰ কৰাৰ লগে লগে প্ৰথম দল শিক্ষাৰ্থী ঘানাত শিক্ষাদান কৰিবলৈ আৰু টাঙ্গান্যায়িকা জৰীপ কৰিবলৈ বাওণা হৈছিল।

৩.৯ বিলিয়ন ডলাৰ অনুমোদন কৰা এই বিলখন কংগ্ৰেচ স্থগিত হোৱাৰ আগতে অনুমোদিত হোৱা শেষ বিল কেইখনৰ অন্যতম। নতুন আন্তৰ্জাতিক উন্নয়ন অনুষ্ঠানকে ধৰি প্ৰায়বোৰ বৈদেশিক সাহায্য আঁচনিকে কংগ্ৰেচে অনুমোদন কৰিছিল; কিন্তু প্ৰেচিডেণ্টে উত্থাপন কৰা দীৰ্ঘ-ম্যাদী বিত্ত যোগানৰ সূত্ৰটো অনুমোদন নকৰিলে।]

# একাদশ অধ্যায়

## প্ৰগতি সংঘ

"আমাৰ সীমান্তৰ দক্ষিণৰ ৰাষ্ট্ৰবোৰক আমি বিশেষ কথা দিছোঁ: প্ৰগতিৰ বাবে এক নতুন মিত্ৰতাৰে আমাৰ ভাল ভাল কথাবোৰ আমি ভাল কামত ৰূপ দিম।........."

"ভয় বা শক্তিৰ সাম্ৰাজ্যবাদেৰে নহয়, কিন্তু সাহস, স্বাধীনতা আৰু মানুহৰ ভৱিষ্যতৰ আশাৰ জৰিয়তে সকলো ঠাইতে জনতাৰ সংগ্ৰামক সজ বাটেদি পৰিচালিত কৰিবলৈ আমি আমাৰ আমেৰিকাৰ বিপ্লৱক সঞ্জীৱিত কৰিম।"

"......এই গোলাৰ্দ্ধৰ সকলো মানুহকে মই আহ্বান জনাইছোঁ এক নতুন প্ৰগতি-সংঘত যোগ দিবলৈ—Alianza Para Progreso—..... ঘৰ, কৰ্ম্ম আৰু ভূমি, স্বাস্থ্য আৰু স্কুলৰ বাবে techo, trabajo y tierra, salud y escuela.—আমেৰিকাৰ মানুহৰ মৌলিক অভাব পূৰণ কৰিবলৈ।"



[ দ্বিতীয় মহাসমৰ শেষ হোৱাৰ পিচত লেটিন-আমেৰিকাৰ লগত যুক্ত-ৰাজ্যৰ সম্পৰ্ক লাহে লাহে বেয়া হৈ আহিছিল, প্ৰথমতে চকুত নপৰাকৈ কিন্তু পঞ্চম দশকৰ শেষভাগত সেই কথা ভয়-লগাকৈ ওলাই পৰিল। "সৎ প্ৰতিবেশীৰ যুগ"ৰ স্মৃতিত আৰামেৰে হাত-সাবটি বহি থকা আমেৰিকান-সকললৈ ১৯৫৮ চনৰ মে মাহত ভেনেজুৱেলাত মিঃ নিক্সনক শিল দলিওৱা কাম আছিল "ৰাতিৰ অগ্নি-ঘণ্টা"। মিঃ কেষ্ট্ৰোৱে এই কঠোৰ জাগৰণৰ কাম সম্পূৰ্ণ কৰিলে।
তেওঁৰ শাসনৰ আৰম্ভণিতে প্ৰেচিডেণ্ট-কেনেডিয়ে আন্তঃআমেৰিকান ঘটনাৱলীত গভীৰ মনোযোগ দেখুৱাইছিল আৰু সেই মনোযোগ স্মৰণীয় কথাৰে প্ৰকাশ কৰিছিল। তেওঁৰ মতবাদৰ স্পষ্টতম প্ৰকাশ পোৱা যায় ১৩ মাৰ্চত দিয়া তেওঁৰ এক ভাষণত। সেই ভাষণৰপৰা বছা বছা কথা কিছুমান তলত তুলি দিয়া হ'ল : ]

## আন্তঃআমেৰিকান সম্পৰ্ক

[ লেটিন-আমেৰিকাৰ কূটনীতিবিদসকলৰ বাবে
এক অভ্যৰ্থনা-সভাত দিয়া ভাষণ,
১৩ মাৰ্চ, ১৯৬১ চন ]

.........দৰিদ্ৰতা আৰু অজ্ঞতাৰ বাকী থকা বান্ধনবোৰ ছিঙি পেলাবলৈ, আমাৰ সভ্যতাৰ চিৰকাম্য লক্ষ্য আধ্যাত্মিক আৰু মানসিক পূৰ্ণতাৰ বাবে আমাৰ ৰাইজক মুক্ত কৰিবলৈ এতিয়া প্ৰথমবাৰৰ বাবে আমাৰ হাতত ক্ষমতা আহিছে।

তথাপি এই চৰম সুযোগৰ মুহূৰ্ত্ততো আমি সেই একে শক্তিবোৰৰ সন্মুখীন হৈছোঁ, যি শক্তিবিলাকে আমেৰিকাক গোটেই ইতিহাসত বিপদত পেলাই আহিছে ; সেই বিদেশী শক্তিবোৰে পুনৰ্ব্বাৰ পুৰণি জগতৰ স্বেচ্ছাচাৰিতা নতুন জগতৰ মানুহৰ ওপৰত জাপি দিব খুজিছে।.........

আমাৰ কাম গোটেই জগতকে দেখুৱাই দিয়া যে অৰ্থনৈতিক প্ৰগতি আৰু সামাজিক ন্যায়-বিচাৰৰ বাবে মানুহৰ অসন্তুষ্ট আকাঙ্ক্ষাক স্বাধীন মানুহে অতি

সকলভাবে পূৰণ কৰিব পাৰে গণতান্ত্রিক পদ্ধতিৰে কাম কৰি। আমাৰ নিজৰ গোলাৰ্দ্ধত আৰু আমাৰ নিজৰ ৰাইজৰ কাৰণে যদি আমি এইটো কৰিব পাৰোঁ, তেনেহলে মহান মেক্সিকীয় দেশ-প্রেমিক বেনিটো জুৱাৰেজৰ ভৱিষ্যৎ-বাণী সাৰ্থক কৰিব পাৰিম—"গণতন্ত্র ভৱিষ্যৎ মানৱৰ নিয়তি।"………

সেয়েহে এই গোলাৰ্দ্ধৰ ৰাইজৰ প্ৰতি মই আহ্বান জনাইছোঁ এক নতুন প্ৰগতি-সংঘত যোগ দিবলৈ—Alianza Para Progreso—ঘৰ, কৰ্ম আৰু ভূমি, স্বাস্থ্য আৰু স্কুলৰ বাবে—techo, trabajo y tierra, salud y escuela—আমেৰিকাৰ মানুহৰ মৌলিক অভাৱবোৰ পূৰণ কৰিবলৈ কৰা পৰিসৰ আৰু উদ্দেশ্যৰ মহত্ত্বত অদ্বিতীয় এক বিৰাট সহযোগমূলক প্ৰচেষ্টাত যোগ দিবলৈ।

প্ৰথমতে, মই প্ৰস্তাৱ কৰোঁ যে আমেৰিকাৰ ৰাষ্ট্ৰবোৰে দুইখন আমেৰিকাৰ বাবে এক বিৰাট নতুন দহ বছৰীয়া পৰিকল্পনা আৰম্ভ কৰক ;—ষষ্ঠ দশকক গণতান্ত্রিক ঐতিহাসিক প্ৰগতি দশক হিচাপে ৰূপ দিয়াৰ পৰিকল্পনা।

এই দহ বছৰ চৰম প্ৰগতিৰ, চৰম প্ৰচেষ্টাৰ বছৰ হব ; এই দহ বছৰতে বিৰাট বাধাবোৰ অতিক্ৰম কৰিব লাগিব, এই দহ বছৰতে সাহায্যৰ আৱশ্যকতা উচ্চতম হব।………

মই এই কথাত জোৰ দিব খুজিছোঁ যে কেৱল আমেৰিকাৰ ৰাষ্ট্ৰবোৰৰ দৃঢ়তম চেষ্টাৰ দ্বাৰাইহে সেই প্ৰচেষ্টা সফল কৰিব পৰা যাব। কেৱল তেওঁলোকেহে তেওঁলোকৰ সম্পদৰাজি কামত লগাব পাৰে, তেওঁলোকৰ ৰাইজৰ শক্তি নিয়োগ কৰিব পাৰে, আৰু তেওঁলোকৰ সমাজ-ব্যৱস্থাক সংশোধিত কৰিব পাৰে, যাতে কেৱল কেইজনমান সৌভাগ্যশালী লোকে নহয়, সকলো-লোকে বৃদ্ধিৰ সোৱাদ লব পাৰে। যদি এই প্ৰচেষ্টা চলোৱা হয়, তেনেহলে বাহিৰৰ সাহায্যই প্ৰগতিক এক জীৱন্ত শক্তি দিব পাৰে ; ইয়াৰ অবিহনে কোনোপ্ৰকাৰৰ সাহায্যই ৰাইজৰ কল্যাণ সাধিব নোৱাৰে।

গতিকে যদি লেটিন-আমেৰিকাৰ দেশবোৰে তেওঁলোকৰ কাম কৰিবলৈ প্ৰস্তুত—আৰু মই নিশ্চিত যে তেওঁলোক প্ৰস্তুত,—তেনেহলে মোৰ বিশ্বাস যুক্তৰাজ্যই এই উন্নয়ন আঁচনিক সফল কৰিবলৈ যথেষ্ট পৰিমাণে সম্পদ যোগাব পাৰে, যিদৰে সমান বিপদ-বিঘিনিৰ মাজেৰে পশ্চিম-ইউৰোপৰ অৰ্থনীতি পুনৰ গঠন কৰিবলৈ আমি পৰ্য্যাপ্ত পৰিমাণে সম্পদ যোগাইছিলোঁ। কিয়নো বিৰাট

পৰিসৰৰ প্ৰচেষ্টাৰ দ্বাৰাইহে প্ৰগতি-সংঘৰ বাবে আমাৰ পৰিকল্পনাৰ পূৰ্ণতা নিশ্চিত কৰিব পৰা যায়।

দ্বিতীয়তে, আন্তঃআমেৰিকান অৰ্থনৈতিক আৰু সামাজিক সভাৰ (Inter-American Economic and Social Council) এখন মন্ত্ৰী পৰ্য্যায়ৰ সন্মিলন মই অলপতে আহ্বান কৰিম, এই সন্মিলনত প্ৰগতি-সংঘৰ মূলবস্তু বিৰাট পৰিকল্পনাৰ কাম আৰম্ভ কৰিব পাৰিম।

কিয়নো, আমাৰ এই সংঘ কৃতকাৰ্য্য হবলৈ হ'লে প্ৰত্যেক লেটিন দেশেই নিজৰ উন্নয়নৰ বাবে দীৰ্ঘ-ম্যাদী পৰিকল্পনাৰ কাম হাতত লব লাগিব, যি পৰিকল্পনাত লক্ষ্য আৰু অগ্ৰাধিকাৰ নিৰ্দ্ধাৰিত হব, আৰ্থিক স্থিৰতা ৰক্ষা কৰাৰ ব্যৱস্থা লোৱা হব, গুৰুত্বপূৰ্ণ সামাজিক পৰিবৰ্ত্তনৰ বাবে ব্যৱস্থা লোৱা হব, বে-চৰকাৰী কাৰ্যকলাপ আৰু প্ৰচেষ্টাক উৎসাহিত কৰা হব, আৰু বৃহত্তম জাতীয় প্ৰচেষ্টাৰ প্ৰগতি-বিধান কৰা হব। এই পৰিকল্পনাবোৰ আমাৰ উন্নযন প্ৰচেষ্টাৰ ভেটি হব আৰু বাহিৰৰ সম্পদ বিতৰণৰ ভিত্তি হব।

তৃতীয়তে, ব'গোটা চুক্তি (Act of Bogota) পূৰণ কৰাত প্ৰথম পদক্ষেপ হিচাপে ৫০০ নিযুত ডলাৰৰ বাবে কংগ্ৰেচলৈ এখন অনুৰোধ-পত্ৰত মই আজি গধূলি চহী কৰিছোঁ। অৰ্থনৈতিক প্ৰগতিৰ পথত থকা বাধা আঁতৰ কৰিবলৈ মোৰ অগ্ৰৱৰ্ত্তী প্ৰেচিডেণ্ট আইচেনহাৱাৰে প্ৰচলন কৰা ই প্ৰথম বৃহৎ আন্তঃ-আমেৰিকান প্ৰচেষ্টা। ধন খৰচ কৰা হব নিৰক্ষৰতা দূৰ কৰিবলৈ, ভূমিৰ ব্যৱহাৰ আৰু উৎপাদিকা শক্তি উন্নত কৰিবলৈ, ব্যাধি নিবাৰণ কৰিবলৈ, প্ৰাচীন কৰ আৰু ভূমি-বাট্টা নীতিৰ বিৰুদ্ধে যুঁজিবলৈ, শিক্ষা-বিষয়ক সুযোগ মুকলি কৰিবলৈ আৰু বৰ্দ্ধিত সম্পদৰ ভাগ সকলোৱে পাব পৰাকৈ ৰচিত বহুতো আঁচনি যোগাবলৈ।

চতুৰ্থতে, বহল বজাৰ আৰু অধিক প্ৰতিযোগিতামূলক সুযোগৰ বাবে প্ৰকৃততে কৰা সকলো অৰ্থনৈতিক একত্ৰীকৰণ ব্যৱস্থাকে আমি সমৰ্থন কৰিব লাগিব। লেটিন-আমেৰিকাৰ অৰ্থনীতিৰ খণ্ড-বিখণ্ডতাই ঔদ্যোগিক বৃদ্ধিৰ প্ৰধান বাধা। মধ্য-আমেৰিকান সমূহীয়া বজাৰ (Central American Common Market) আৰু দক্ষিণ আমেৰিকাৰ মুক্ত বাণিজ্য অঞ্চলৰ নিচিনা ব্যৱস্থাই এইবোৰ বাধা আঁতৰোৱাত সহায় কৰিব পাৰে।

পঞ্চমতে, পণ্যবস্তুৰ বজাৰৰ সমস্যাবিলাক এটা এটাকৈ গভীৰভাৱে পৰীক্ষা কৰাত সহযোগ কৰিবলৈ যুক্তৰাজ্য প্ৰস্তুত। পণ্যবস্তুৰ মূল্যৰ সম্বন্ধে হোৱা ভয়ানক পৰিবৰ্ত্তনে বহুতো লেটিন আমেৰিকান দেশৰ অৰ্থনীতিক বেয়াকৈ আঘাত কৰে—তেওঁলোকৰ সম্পদবোৰ শেষ কৰে আৰু তেওঁলোকৰ বৃদ্ধিত বাধা দিয়ে। ..

ষষ্ঠতে, আমি আমাৰ জৰুৰী শান্তিৰ বাবে খাদ্য-আঁচনি অনতিপলমে বৃদ্ধি কৰিম, পৌনঃপৌনিকভাৱে অনাবৃষ্টি হোৱা ঠাইবোৰত খাদ্য-ভঁৰাল স্থাপন কৰাত সহায় কৰিম, ল'ৰা-ছোৱালীবোৰৰ বাবে স্কুলত আহাৰ দিয়াৰ ব্যৱস্থা কৰাত সহায় কৰিম, আৰু গ্ৰাম-উন্নয়নত ব্যৱহাৰৰ বাবে খাদ্য-শস্য দিম। ....

সপ্তমতে, এই গোলাৰ্দ্ধৰ সকলো লোককে বাঢি অহা বিজ্ঞানৰ অৱদানৰ ভাগ দিব লাগিব, যি অৱদানে মানুহৰ কল্পনা জয় কৰিছে, তেওঁৰ মনৰ শক্তিক প্ৰত্যাহ্বান জনাইছে আৰু তেওঁক দ্ৰুত প্ৰগতিৰ বাবে সঁজুলি দিছে। মই লেটিন-আমেৰিকাৰ বিজ্ঞানীসকলক আহ্বান জনাইছোঁ—ঔষধ, কৃষি, পদাৰ্থ-বিদ্যা, জ্যোতিৰ্বিদ্যা আৰু লুণীয়া পানী পৰিশোধন আদি কামৰ নতুন আঁচনিত আমাৰ লগত সহযোগ কৰিবলৈ, এইবিলাক আৰু অন্যান্য বিষয়তো আঞ্চলিক গৱেষণাৰ স্থানৰ বাবে কৰা পৰিকল্পনাত সহায় কৰিবলৈ, আৰু আমেৰিকাৰ বিশ্ববিদ্যালয় আৰু বিজ্ঞানাগাৰবোৰৰ মাজত সহযোগ বঢাবলৈ।

আমি আকৌ ইচ্ছা কৰিছোঁ—আমাৰ বিজ্ঞান-শিক্ষক-প্ৰশিক্ষণ আঁচনিক ব্যাপক কৰি লেটিন-আমেৰিকাকো তাৰ অন্তৰ্ভুক্ত কৰিবলৈ, আন আমেৰিকান ৰাষ্ট্ৰতো সেই আঁচনিৰ কাম কৰাত সহায় কৰিবলৈ, পদাৰ্থ-বিদ্যা, ৰসায়ন-বিদ্যা, জীৱ-বিদ্যা আৰু অঙ্ক-শাস্ত্ৰৰ নতুন শিক্ষণ-সামগ্ৰীবিলাক অনুবাদ আৰু সহজলভ্য কৰিবলৈ, যাতে সকলো দেশৰে যুৱশক্তিয়ে বিজ্ঞানৰ অগ্ৰগতিত বৰঙণি যোগাব পাৰে।

অষ্টমতে, দ্ৰুত উন্নয়নশীল ৰাষ্ট্ৰবোৰৰ অৰ্থনীতি পৰিচালনাৰ বাবে আৱশ্যকীয় লোকৰ প্ৰশিক্ষণৰ কাম আমি দ্ৰুতভাৱে বৃদ্ধি কৰিব লাগিব। তাৰ মানে হ'ল, বৰ্দ্ধিত কাৰিকৰী প্ৰশিক্ষণ আঁচনি, যাৰ বাবে উদাহৰণ স্বৰূপে শান্তি-বাহিনীয়ে কাম কৰিব পাৰিব আৱশ্যক অনুযায়ী। তাৰোপৰি এই কামৰ বাবে লেটিন-আমেৰিকান বিশ্ববিদ্যালয়, স্নাতক-স্কুল আৰু গৱেষণা প্ৰতিষ্ঠানবিলাকক সাহায্য দিয়া হব।

মধ্য আমেৰিকাত উচ্চ শিক্ষাৰ ক্ষেত্ৰত ঘনিষ্ঠ সহযোগ আমি সমৰ্থন কৰোঁ; এই সহযোগৰদ্বাৰা বৰ্দ্ধিত কাৰ্য্যকাৰিতা আৰু উচ্চ গুণ লাভৰ বাবে আঞ্চলিক প্ৰচেষ্টা চলাব পৰা যায়। প্ৰশিক্ষণপ্ৰাপ্ত লোকৰ অভাৱ পূৰণত সহায় কৰিবলৈ আমি প্ৰস্তুত; আমি বুজি পাইছোঁ যে আমাৰ শেষ লক্ষ্য হ'ব লাগিব শিকিবলৈ ইচ্ছা কৰা সকলো লোকৰ বাবে এক মৌলিক শিক্ষাৰ ব্যৱস্থা দিয়া।

নৱমতে, স্বাধীনতা বিপন্ন হোৱা যি কোনো আমেৰিকান ৰাষ্ট্ৰৰে প্ৰতিৰক্ষাত সহায় কৰোঁ বুলি কোৱা আমাৰ প্ৰতিজ্ঞা পুনৰ উল্লেখ কৰিছোঁ। আমেৰিকান ৰাষ্ট্ৰ-সংস্থাৰ ( Organization of American States ) সমূহীয়া নিৰাপত্তা ব্যৱস্থাত আস্থা বঢ়াৰ লগে লগে বৰ্ত্তমান যুদ্ধৰ সৰঞ্জামত ব্যয় কৰা সম্পদৰ এটা শকত অংশ গঠনমূলক কামত নিয়োগ কৰাটো সম্ভৱপৰ হ'ব। আনকি এতিয়াই চিলিৰ ( Chile ) চৰকাৰে কোৱা দৰে অস্ত্ৰ-শস্ত্ৰ বুজনভাৱে সীমাবদ্ধ কৰাৰ সময় উপস্থিত হৈছে। আৰু নতুন-চাম সামাৰিক নেতাই এই কথাৰ প্ৰতি বেছি সজাগ হৈ উঠিছে যে সৈন্যবাহিনীয়ে কেৱল তেওঁলোকৰ দেশক প্ৰতিৰক্ষাই নকৰে, আমাৰ ইঞ্জিনীয়াৰ-বাহিনীৰপৰা যিথিনি জানিছোঁ, তেওঁলোকে দল গঠন কৰাতো সহায় কৰিব পাৰে।

দশমতে, আমাৰ লেটিন-আমেৰিকাৰ বন্ধুসকললৈ মই আহ্বান জনাইছোঁ —যুক্তৰাজ্যৰ জীৱন আৰু কৃষ্টি উন্নতি-সাধনত বৰঙণি যোগাবলৈ। আমি বিচাৰোঁ, আপোনালোকৰ সাহিত্য, বুৰঞ্জী আৰু ঐতিহ্যৰ শিক্ষা দিবলৈ শিক্ষক, আপোনালোকৰ বিশ্ববিদ্যালয়বোৰত আমাৰ ডেকাসকলে অধ্যয়ন কৰাৰ সুবিধা, আপোনালোকৰ সঙ্গীত, কলা আৰু মহান দাৰ্শনিকসকলৰ চিন্তাৰ সম্পৰ্কে জ্ঞান। কিয়নো আমি জানো যে আমি শিকিবলগীয়া বহুত কথা তাত আছে।......

এইবিলাক ব্যৱস্থাৰে দুইখন আমেৰিকাৰে বিপ্লৱ সম্পূৰ্ণ কৰিব বিচাৰোঁ, এনেকুৱা এটা গোলাৰ্দ্ধ গঢ়িব খোজোঁ য'ত সকলো লোকে উপযুক্ত জীৱনৰ মান আশা কৰিব পাৰে, আৰু সকলো লোকে স্বাধীনভাৱে আৰু মৰ্য্যাদাৰে জীৱন কটাব পাৰে।

এই লক্ষ্য সাধনৰ বাবে ৰাজনৈতিক স্বাধীনতাৰ লগতে বস্তুগত প্ৰগতিও হ'ব লাগিব। আমাৰ প্ৰগতি-সংঘ এটা, স্বাধীন চৰকাৰসমূহৰ সংঘ আৰু এই গোলাৰ্দ্ধৰপৰা স্বেচ্ছাচাৰিতা নিৰ্মূল কৰিবলৈ এই সংঘই কাম কৰিব

লাগিব। স্বেচ্ছাচাৰিতাৰ ইয়াত স্থান নাই। গতিকে কিউবা আৰু Dominican Republic-অৰ ৰাইজৰ প্ৰতি আমি বিশেষ বন্ধুত্ব আগবঢ়াইছোঁ আৰু আশা কৰিছোঁ, যাতে তেওঁলোকে সোনকালে স্বাধীন মানুহৰ সমাজত যোগদান কৰে, সমূহীয়া প্ৰচেষ্টাত আমাৰ লগত হাত মিলায়।

এই ৰাজনৈতিক স্বাধীনতাৰ লগে লগে সামাজিক পৰিবৰ্ত্তনো হব লাগিব। কিয়নো ভূমি আৰু কৰ সংস্কাৰকে ধৰি আৱশ্যকীয় সামাজিক সংস্কাৰ মুক্তভাৱে সাধন নহ'লে, আমাৰ সকলো ৰাইজৰে বাবে সুযোগৰ পৰিসৰ বহলাই দিয়া নহ'লে, বিৰাট আমেৰিকান জনসাধাৰণে বাঢ়ি-অহা সম্পদ ভোগ কৰিব নাপালে, আমাৰ সংঘ, আমাৰ বিপ্লৱ, আমাৰ সপোন, আমাৰ স্বাধীনতা সকলো পণ্ড হব। কিন্তু আমি স্বাধীন মানুহে সমাজ সংস্কাৰ কৰাটো বিচাৰিছোঁ, ৱাচিংটন আৰু জেফাৰ্চন,—ব'লিভাৰ ( Bolıvar ), চান মাৰ্টিন আৰু মাৰ্টিৰ চিন্তাধাৰা অনুসৰি সংস্কাৰ, স্বাধীন মানুহৰ ওপৰত স্বেচ্ছাচাৰিতা জাপি দিব খোজা সংস্কাৰ নহয়, যাক আমি ডেৰ শ বছৰ আগতেই দলিয়াই পেলাইছোঁ। আমাৰ মূল-মন্ত্ৰ সদায় একে—"প্ৰগতি হয়, স্বেচ্ছাচাৰ নহয়—Progreso si, tırania no !"

কিন্তু আমাৰ প্ৰতি বৃহত্তম প্ৰত্যাহ্বান আহিছে ভিতৰৰপৰা—এক আমেৰিকান—সভ্যতা গঢ়াৰ কাম, যি সভ্যতাত আধ্যাত্মিক আৰু সাংস্কৃতিক মূল্যবোৰ বস্তুবাদী বিকাশৰ ক্ৰমবৰ্দ্ধমান ভেটিয়ে বলীয়ান কৰে, য'ত নিজৰ ঐতিহ্যৰ সমৃদ্ধিশালী বিভিন্নতাৰ মাজতে প্ৰত্যেক ৰাষ্ট্ৰই প্ৰগতিৰ বাবে নিজৰ পথ মুক্তভাৱে বাছি লব পাৰে।

অৱশ্যে আমাৰ এই কাম সম্পূৰ্ণ কৰিবৰ বাবে আমাৰ গোলাৰ্দ্ধৰ সকলোবোৰ চৰকাৰৰ প্ৰচেষ্টাৰ আৱশ্যক হব। কিন্তু কেৱল চৰকাৰৰ প্ৰচেষ্টাই যথেষ্ট নহব। শেষত ৰাইজে সজ বাট বাছি লব লাগিব আৰু তেওঁলোকে নিজে নিজকে সহায় কৰিব লাগিব।

গতিকে দুইখন আমেৰিকাৰে নৰ-নাৰীক কওঁ—পথাৰত Campesino, নগৰীত obrero আৰু স্কুলত estudiante-ক—: সমুখত দেখা দিয়া কামৰ বাবে আপোনাৰ মন আৰু অন্তৰ প্ৰস্তুত কৰক; শক্তি-সাধনা কৰক আৰু প্ৰত্যেকেই আন সকলোৰে ভালৰ কাৰণে আত্মনিয়োগ কৰক যাতে এই গোলাৰ্দ্ধত আপোনাৰ, আমাৰ সকলোৰে ল'ৰা-ছোৱালীবোৰে এটা বেছি সুখৰ আৰু বেছি উন্নত স্বাধীন জীৱন পাব পাৰে।......

## ব'গোটাৰ চুক্তি

[ ১৯৬০ চনত কংগ্রেচে সামাজিক প্রগতিৰ বাবে আন্তঃআমেৰিকান পুঁজিলৈ ৫০০ নিযুত ডলাৰ মঞ্জুৰ কৰিছে আৰু এই কামৰ দ্বাৰা আন ওঠৰখন আমেৰিকান ৰাষ্ট্ৰৰ লগতে যুক্তৰাজ্যই ব'গোটাৰ চুক্তিত বৰঙণি যোগাইছে। ১৯৬১ চনৰ মাৰ্চ মাহত প্ৰেচিডেণ্ট কেনেডিয়ে এই ধনখিনি আৰু লগতে চিলি পুনৰ্গঠনৰ বাবে ৰখা ১৮০ নিযুত ডলাৰ ব্যৱহাৰ কৰিবৰ বাবে কংগ্রেচক খুজি এটা বাণী পঠিয়াইছিল। দুয়োখিনি ধন ব্যৱহাৰৰ বাবে মে মাহত কৰ্তৃত্ব মঞ্জুৰ হয়। এই বাণীৰ তলত উল্লেখ কৰা অংশত লেটিন-আমেৰিকা সম্পৰ্কে তেওঁৰ চৰকাৰৰ নীতিৰ মূল কথাবিলাক তেওঁ স্পষ্টকৈ দাঙি ধৰিছিল। ]

### [ ব'গোটাৰ চুক্তিৰ কাৰণে ধন-মঞ্জুৰীৰ বাবে কংগ্রেচলৈ বাণী, ১৪ মাৰ্চ, ১৯৬১ চন। ]

ব'গোটাৰ চুক্তি পশ্চিম-গোলাৰ্দ্ধৰ বিবৰ্ত্তনত এটা ঐতিহাসিক সন্ধিক্ষণ। পোনপ্ৰথমবাৰৰ বাবে আমেৰিকান ৰাষ্ট্ৰবোৰে অৰ্থনৈতিক উন্নয়ন আৰু সামাজিক প্ৰগতিৰ জৰিয়তে গণতান্ত্ৰিক ব্যৱস্থা শক্তিশালী কৰিবৰ বাবে এক বিৰাট সমবায় প্ৰচেষ্টাত যোগ দিবলৈ সন্মত হৈছে। .....

লেটিন-আমেৰিকাৰ ৰাইজ মানুহৰ স্বাধীনতা আৰু ৰাজনৈতিক গণতন্ত্ৰৰ ওপৰত এক গভীৰ বিশ্বাসৰ উত্তৰাধিকাৰী; তেওঁলোকে অন্তৰেৰে বিশ্বাস কৰে যে স্বাধীনতাৰ পন্থাই প্ৰগতি লাভ কৰাৰ উত্তম পন্থা। কিন্তু যদি ব'গোটাৰ চুক্তিও কেৱল এখন অসাৰ ঘোষণা হৈ পৰে, যদি সামাজিক প্ৰগতি আৰু অৰ্থনৈতিক উন্নয়নৰ বাবে আমাৰ সম্পদৰাজি আৰু শক্তি প্ৰয়োগ কৰিবলৈ ইচ্ছা নকৰোঁ, তেনেহলে আমি অলপতে এক ভয়ানক বিপদৰ সন্মুখীন হম; নিৰাশাগ্ৰস্ত মানুহবোৰে তেওঁলোকৰ পৰিবৰ্ত্তনৰ একমাত্ৰ আশা হিচাপে কমিউনিজম নাইবা আন কোনো স্বেচ্ছাচাৰিতাৰ শৰণ লব। সুসংগঠিত, কৌশল-পূৰ্ণ আৰু বহুত ধন পোৱা শক্তিবোৰে এই পথ লবলৈ তেওঁলোকক সদায় ধৰি আছে।

কেইটামান পৰিসংখ্যাই লেটিন-আমেৰিকাৰ সমস্যাৱলীৰ গভীৰতা প্ৰকাশ কৰিব। গোটেই পৃথিৱীতে ই জনসংখ্যা বৃদ্ধিৰ অঞ্চল। বৰ্ত্তমানৰ ইয়াৰ ১৯৫ নিযুত জনসংখ্যাই যোৱা দহ-বছৰত শতকৰা ৩০ভাগ বৃদ্ধি সূচাইছে। ১৯৮০ চনত এই মহাদেশে ৪০০ নিযুততকৈও বেছি লোকৰ ভাৰ বহন কৰিব-লগীয়া হব। আনহাতে, গড়ে জনমূৰি বছৰেকীয়া উৎপাদন মাত্ৰ ২৮০ ডলাৰ, যুক্তৰাজ্যৰ উৎপাদনৰ ন-ভাগৰ এভাগৰো কম; লাখ লাখ মানুহ বাস কৰা ডাঙৰ অঞ্চলবোৰত ৭০ ডলাৰতকৈও কম। গতিকে জনসংখ্যা বৃদ্ধি পোৱাৰ লগে লগে জীৱন-ধাৰণৰ মান আৰু পৰি-নোযোৱাকৈ ৰখাটোৱেই ডাঙৰ কাম হব।

এনেকুৱা দৰিদ্ৰতাই অৱশ্যেই মানুহৰ জীৱন নাশ কৰে। গড় হিচাপে এজন আমেৰিকানে সত্তৰ বছৰ জীয়াই থাকিবলৈ আশা কৰিব পাৰে; কিন্তু লেটিন-আমেৰিকাৰ সম্ভাব্য জীৱন-কাল ছিয়াল্লিচ বছৰ, কিছুমান মধ্য-আমেৰিকাৰ দেশত মাত্ৰ পঁয়ত্ৰিশ বছৰ। আৰু আমাৰ শিশু-মৃত্যুৰ হাৰ হাজাৰত ত্ৰিশজনৰো কম, কিন্তু লেটিন-আমেৰিকাত হাজাৰত ১১০জনৰো বেছি।

সম্ভৱতঃ আমাৰ নিজৰ উন্নয়নৰ পথত বৃহত্তম পদক্ষেপ হ'ল সাৰ্ব্বজনীন বুনিয়াদী শিক্ষাৰ প্ৰচলন। কিন্তু লেটিন-আমেৰিকাৰ বেছিভাগ শিশুৰ বাবেই শিক্ষা এটা সুদূৰ আৰু অলভ্য সপোন। প্ৰাপ্তবয়স্কসকলৰ প্ৰায় আধাখিনি নিৰক্ষৰ, এখন দেশত প্ৰায় ৯০%। শতকৰা প্ৰায় ৫০ভাগ স্কুলৰ বয়সীয়া ল'ৰা-ছোৱালীৰ বাবেই পঢ়িবলৈ স্কুল নাই।

লেটিন-আমেৰিকাৰ এখন প্ৰধান ৰাজধানীত মুঠ জনসংখ্যাৰ তিনিভাগৰ এভাগে লেতেৰা আৰু অসহনীয় বস্তিত বাস কৰি আছে। আন এখন দেশত গোটেই জনসংখ্যাৰ শতকৰা ৮০ভাগ লোকেই অস্থায়ী বেৰেকত (আৰু Shack-অত) বাস কৰে, পৰিয়ালবিলাকৰ বাবে ভিন্ন কোঠাৰ কোনো আৱৰণৰ ব্যৱস্থা নাই।

এইবোৰ ভয়ানক আৰু জৰুৰী অৱস্থাৰ অন্ত পেলোৱাৰ উদ্দেশ্যে ব'গোটাৰ চুক্তি স্বাক্ষৰিত কৰা হৈছে। ১৯৫৮ চনত ব্ৰাজিলে আৰম্ভ কৰা নিখিল আমেৰিকা অভিযানৰ (Operation Pan-America) ভিত্তিত গঠিত এই চুক্তিয়ে দক্ষিণ-আমেৰিকাৰ জীৱন-যাত্ৰা উন্নত কৰা প্ৰচেষ্টাত দুটা নতুন গুৰুত্বপূৰ্ণ কথা সুমুৱাইছে।

প্ৰথম, লেটিন-আমেৰিকাৰ দেশবোৰে আত্ম-সাহায্যৰ বাবে এক গধুৰ কাৰ্য্য-সূচীৰ আৱশ্যকতাৰ কথা বুজি পাইছে: তেওঁলোকৰ নিজৰ সম্পদ-ৰাজি কামত খটোৱাৰ কথা, কৰ-ব্যৱস্থা, ভূমি-স্বামীত্ব আৰু ব্যৱহাৰ, শিক্ষা, স্বাস্থ্য, গৃহ-নিৰ্ম্মাণ আদি বিষয়ত মৌলিক সংস্কাৰ সাধনৰ কথা।

দ্বিতীয়, সামাজিক প্ৰগতিৰ বাবে এই চুক্তিয়ে এক বিৰাট আন্তঃ-আমেৰিকান প্ৰচেষ্টাৰ অৱতাৰণা কৰিছে; বৃদ্ধিৰ বাবে, উন্নত ভূমি-ব্যৱহাৰ-নীতি, শিক্ষা, স্বাস্থ্য আৰু গৃহ-নিৰ্ম্মাণৰ বাবে এই কথা অপৰিহাৰ্য্য।......

৫০০ নিযুত ডলাৰৰ আন্তঃআমেৰিকান সামাজিক প্ৰগতি পুঁজি ব'গোটা চুক্তিৰ ঘোষণাৱলী কাৰ্য্যত পৰিণত কৰাৰ মাত্ৰ প্ৰথম পদক্ষেপহে; স্বয়ং চুক্তি-খনেই এই গোলাৰ্দ্ধৰ উন্নয়নৰ বাবে কৰা আমাৰ আঁচনিৰ মাত্ৰ এটা পদক্ষেপ; আমাৰ আঁচনিৰ মই নাম দিছোঁ। "প্ৰগতি-সংঘ" (Alliance for progress) ......সামাজিক পুঁজিৰ উপৰিও গোটেই গোলাৰ্দ্ধৰ উন্নয়নৰ বাবে আৱশ্যক হব অৰ্থনৈতিক উন্নয়নমূলক বাহিৰৰপৰা অহা সম্বল, লেটিন-আমেৰিকাৰ দেশবোৰৰদ্বাৰা বিৰাট আত্ম-সাহায্য প্ৰচেষ্টা, অৰ্থনৈতিক একত্ৰীকৰণ, পণ্য-দ্ৰব্যৰ বজাৰ আৰু অৰ্থনৈতিক বৃদ্ধি দ্ৰুত কৰিবৰ বাবে আৰু আমেৰিকাৰ ৰাষ্ট্ৰবোৰৰ মাজত অধিক বুজাপৰাৰ সৃষ্টি কৰিবৰ উদ্দেশ্যে লোৱা আন আন ব্যৱস্থাবোৰৰ বাবে আন্তঃআমেৰিকান সহযোগ।

## সামাজিক প্ৰগতি আৰু অৰ্থনৈতিক উন্নয়ন

যি ধনৰ বাবে আজি মই অনুৰোধ কৰিছোঁ সেই ধন সামাজিক প্ৰগতিৰ বাবে খৰচ কৰা হব। সামাজিক প্ৰগতিয়ে অৰ্থনৈতিক উন্নয়নৰ ঠাই লব নোৱাৰে। ই এনেকুৱা এটা সমাজ-ব্যৱস্থাৰ সৃষ্টি কৰাৰ প্ৰচেষ্টা, যি ব্যৱস্থাত এখন দেশৰ সকলো লোকেই উন্নয়নৰ ভাগ লব পাৰে, আৰু বৃদ্ধিত অংশ গ্ৰহণ কৰিব পাৰে। সামাজিক প্ৰগতিৰ অবিহনে অৰ্থনৈতিক উন্নয়নে অধিকাংশ লোককেই দৰিদ্ৰ অৱস্থাতে ৰাখে আৰু কিছুমান সৌভাগ্যবান লোকক বাঢ়ি-অহা প্ৰাচুৰ্য্যৰ আগ-ভাগ দিয়ে। তাৰোপৰি বৃদ্ধি ঘাইকৈ নিৰ্ভৰ কৰে কল্যাণ-মূলক সামাজিক অৱস্থাৰ ওপৰত। আমাৰ নিজৰ

অভিজ্ঞতাই ইয়াৰ সাক্ষী দিয়ে। কিয়নো আমাৰ বিৰাট উৎপাদন-ক্ষমতা আৰু ঔদ্যোগিক বিকাশৰ অধিকাংশই সাৰ্ব্বজনীন সামাজিক শিক্ষা-ব্যৱস্থাৰ ওপৰত প্ৰতিষ্ঠিত।

গতিকেই সামাজিক প্ৰগতিৰ বাবে কৰা আমাৰ বিশেষ প্ৰচেষ্টাৰ একাংশৰ উদ্দেশ্য হ'ল ভৌগোলিক আৰু সামাজিক পৃথকীকৰণ ( isolation ), নিৰক্ষৰতা আৰু শিক্ষা-বিষয়ক সুযোগৰ অভাৱ, কৰ আৰু মাটি-দখলীস্বত্বৰ পুৰণি গাঁথনি, আৰু অৰ্থনৈতিক বৃদ্ধিত সাৰ্ব্বজনীন অংশগ্ৰহণৰ সমুখত থকা আন আন বাধাবোৰ অতিক্ৰম কৰা।

## আত্ম-সাহায্য আৰু আভ্যন্তৰীণ সংস্কাৰ

এইটো পৰিস্কাৰ কথা যে ব'গোটা-কাৰ্য্যসূচীৰ কোনো সাৰ্থক তাৎপৰ্য্যপূৰ্ণ প্ৰভাৱ নাথাকিব যদি ধনবোৰ কেৱল দুৰ্দ্দশাৰ সাময়িক উপশমৰ বাবেহে ব্যৱহাৰ কৰা হয়। ইয়াৰ কাৰ্য্যকাৰিতা নিৰ্ভৰ কৰিছে প্ৰত্যেক অংশ গ্ৰহণ-কাৰী দেশৰে নিজৰ অনুষ্ঠানবোৰ উন্নত কৰাৰ, নিজৰ সামাজিক গাঁথনিৰ আৱশ্যকীয় সংশোধন কৰাৰ, আৰু উন্নয়ন আঁচনিৰ বাবে নিজৰ দেশৰ সম্পদ-ৰাজি ব্যৱহাৰ কৰাৰ ইচ্ছাৰ ওপৰত।

আনকি, আৰম্ভণিতেই এই ব্যৱস্থাবোৰ সমূহীয়া পুঁজিৰপৰা সাহায্য পোৱাৰ চৰ্ত্ত হব। কেৱল অভাৱকেই অগ্ৰাধিকাৰ দিয়া নহয়, প্ৰত্যেক চৰকাৰৰে স্থায়ী সামাজিক উন্নতি সাধিব পৰাকৈ আনুষ্ঠানিক সংশোধন কৰিবলৈ প্ৰকাশ কৰা ইচ্ছাকো দিয়া হব। আন্তঃআমেৰিকান উন্নয়ন বেঙ্ক আৰু ICA-ৰ দ্বাৰা ইয়াৰ পুঁজি পৰিচালনাৰ নিয়মাৱলীত এই নীতিসমূহ অন্তৰ্নিহিত থাকিব।

উদাহৰণ স্বৰূপে : অসম ভূমি-বণ্টন বহুতো লেটিন-আমেৰিকান দেশত এটা ভীষণ সামাজিক সমস্যা। কিছুমান দেশত শতকৰা মাত্ৰ দুইভাগ কৃষি পামে মুঠ খেতিৰ মাটিৰ চাৰিভাগৰ তিনি ভাগ আগুৰি আছে। এখন মধ্য-আমেৰিকাৰ দেশত কৃষি পামৰ মুঠ সংখ্যাৰ শতকৰা একভাগৰ পাঁচভাগৰ এভাগে বে-চৰকাৰী মাটিৰ শতকৰা চল্লিশভাগ দখল কৰি আছে। গতিকে এইটো স্পষ্ট কথা যে মাটিৰ মালিকীয়ানা ইমান বেছিকৈ থূপীকৃত হৈ থাকিলে কৃষি উৎপাদন বৃদ্ধি কৰিবলৈ কৰা প্ৰচেষ্টাই জনসংখ্যাৰ কেৱল এটা সামান্য

অংশকহে উপকৃত কৰিব। -গতিকে ভূমি-ব্যৱহাৰ উন্নত কৰিবৰ বাবে থোৱা ধন কাৰ্য্যকৰীভাৱে ব্যৱহাৰ কৰিবলৈ হ'লে সেই ধন সেইবোৰ দেশক দিব লাগিব যিবিলাক দেশত অধিকাংশ গ্ৰাম্যলোক উপকৃত হব।

## সম্ভাৱ্য উন্নয়ন-যোগ্য ক্ষেত্ৰৰ উদাহৰণ

যদি প্ৰত্যেক ৰাষ্ট্ৰই এই সাধাৰণ নীতিবোৰ মানি চলিবলৈ ইচ্ছা প্ৰকাশ কৰে তেনেহলে বাহিৰৰ সম্পদবোৰ ব্যৱহাৰ কৰা হব সেইবোৰ আঁচনিত - যিবোৰে দেশীয় সম্পদ ব্যৱহাৰ কৰাত, আনুষ্ঠানিক সংস্কাৰ সাধনত, আৰু সাৰ্ব্বজনীন উন্নয়নৰ পথত থকা প্ৰধান বাধাবোৰ আঁতৰোৱাত আটাইতকৈ বেছি বৰঙণি যোগাব পাৰে।

উদাহৰণ স্বৰূপে, গৃহ-নিৰ্ম্মাণৰ ক্ষেত্ৰত উন্নত বাকী ব্যৱস্থাৰ -জৰিয়তে মধ্য-উপাৰ্জ্জক শ্ৰেণীৰ ( middle-income group ) বাবে বহুতো কাম কৰিব পাৰি। কিন্তু যিহেতু অধিকাংশ পৰিয়ালৰে উপাৰ্জ্জন মাহে দহৰপৰা পঞ্চাশ ডলাৰৰ ভিতৰত, গতিকে মুঠতে উপাৰ্জ্জন-স্তৰ বৃদ্ধি কৰা নহ'লে জন-গৃহ-নিৰ্ম্মাণৰ আটাইতকৈ আশাপ্ৰদ পন্থা হ'ল সাহায্য-প্ৰাপ্ত আত্ম-সাহায্যমূলক আঁচনিৰ ব্যৱস্থা কৰা; এই আঁচনি মতে—নিম্ন-দৰ্ম্মহাপ্ৰাপ্ত শ্ৰমিকসকলক কম-দামী সামগ্ৰী, মাটি আৰু কিছু কাৰিকৰী নিৰ্দ্দেশ দিয়া হব; তাৰ পিচত তেওঁলোকে নিজৰ শ্ৰমেৰে ঘৰ সাজি লব, বস্তুৰ দামখিনি দীৰ্ঘ-ম্যাদী বন্ধকী চৰ্ত্তত পৰিশোধ কৰিব।

শিক্ষাৰ ক্ষেত্ৰতো আত্ম-সাহায্য আঁচনিতে শিক্ষাৰ সুযোগ কৃতকাৰ্য্যতাৰে বহলাব পাৰে; এই আঁচনিত গোটেই গাঁওবাসীৰ শ্ৰমেৰে স্কুলঘৰ নিৰ্ম্মাণৰপৰা স্থানীয় লোকক আংশিক সময়ৰ বাবে শিক্ষক ( Part-time teacher ) হিচাপে নিয়োগ কৰালৈকে নানা উপায় অৱলম্বন কৰিব পৰা যায়।

ভূমি-ব্যৱহাৰৰ ক্ষেত্ৰত অৰ্থনৈতিক আৰু সামাজিক উন্নয়নৰ মাজত কোনো বিশেষ প্ৰভেদ নাই। উন্নত ভূমি-ব্যৱহাৰ আৰু গ্ৰাম্য জীৱন-নিৰ্ব্বাহৰ অৱস্থাক ব'গোটাৰ চুক্তিত আগ-ঠাই দিয়াটো উচিত হৈছে। লেটিন-আমেৰিকাৰ অধিকাংশ লোকেই মাটিৰ ওপৰতে জীৱন-ধাৰণ কৰে। তথাপি কৃষি-উৎপন্ন বস্তু আৰু উৎপাদন-ক্ষমতা ঔদ্যোগিক উন্নয়ন আৰু ব্যয় আৰু ৰপ্তানিৰ জৰুৰী আৱশ্যকতাৰ সমকক্ষ নহয়।

তাৰ ফলস্বৰূপে, দৰিদ্ৰতা, নিৰক্ষৰতা, দুৰ্দ্দশা আৰু অন্যায়-অবিচাৰ— এইবিলাক ৰাজনৈতিক আৰু সামাজিক অশান্তিৰ সৃষ্টি কৰিব পৰা অৱস্থা গোটেই লেটিন-আমেৰিকাৰ গ্ৰামাঞ্চলতে সাৰ্ব্বজনীন।

গতিকে উচ্চতৰ আৰু বিচিত্ৰতৰ কৃষি-উৎপাদন, সম্পদ আৰু আয়ৰ সুস্থতৰ বণ্টন, আৰু উন্নয়ন-প্ৰক্ৰিয়াত ব্যাপকতৰ অংশ গ্ৰহণৰ জৰুৰী আৱশ্যকতা আছে। এই কাম আংশিকভাৱে সমাধা কৰিব পৰা যায় পৰিদৰ্শনীয় গ্ৰাম্য ঋণৰ সা-সুবিধা দান, নতুন মাটিত পুনৰ্বাসনত আৰ্থিক সাহায্য দান, নতুন বসতিৰ ঠাইলৈ অহা-যোৱা ৰাস্তা নিৰ্ম্মাণ, কৃষি-বিষয়ক জৰীপ আৰু গৱেষণা আৰু কৃষি-বিস্তাৰ কামৰ দ্বাৰা।

## দ্বাদশ অধ্যায়

## ঘনায়মান সংকট

.'স্বাধীন মহানগৰী' বুলি ক'লেই এখন মহানগৰী স্বাধীন নহয়। এখন নগৰী অথবা এটা জাতি স্বাধীন হবলৈ হ'লে, তেওঁলোকক কোনো অৰ্থনৈতিক, ৰাজনৈতিক অথবা পুলিচী চাপ নোহোৱাকৈ নিজৰ পছন্দমতে বাছি লবলৈ আৰু নিজ খুচিমতে জীৱন-যাপন কৰিবলৈ সুবিধা দিব লাগিব।"

"যি কোনো বিপজ্জনক ঠাইকে ৰক্ষা কৰিব পৰা যায়, যদি মানুহে— সাহসী মানুহে, তাকে কৰিবলৈ বিচাৰে।"

"আমি কেতিয়াও তেনেকুৱা মানুহৰ লগত আপোচ-আলোচনা নকৰোঁ যি মানুহে কয়, 'যিখিনি মোৰ হাতত আছে সেইখিনি মোৰেই আৰু যিখিনি আপোনাৰ হাতত আছে সেইখিনিৰ কাৰণে আপোচ-মীমাংসা কৰিব পাৰি।"

"( তেওঁলোকে ) ফল-বাগান নি আমাক এটা আপেল বিকিব খুজিছে। এই দেশত আমি কেতিয়াও সেইটো হব নিদিওঁ।"

"শান্তি আৰু স্বাধীনতা সস্তাতে পোৱা নাযায়, আৰু আজি ইয়াত আমি সকলোৱে প্ৰায় গোটেই জীৱন অনিশ্চয়তা, প্ৰত্যাহ্বান আৰু বিপদৰ মাজত যাপন কৰিছোঁ।"

[ মে'ৰ শেষত প্রেচিডেন্টে ইউৰোপ ভ্রমণ কৰিছিল। তেওঁ পেৰিচত জেনেৰেল ছ' গলৰ লগত কিছুসময় কটাইছিল, মিঃ ক্রুশ্চেভৰ লগত আলোচনাৰ বাবে ভিয়েনালৈ গৈছিল আৰু লণ্ডন হৈ ঘৰলৈ উভতিছিল। ঘূৰি আহি টেলিভিশ্বন যোগে জাতিলৈ তেওঁ এই বাতৰি দিছিল। ]

[ জাতিৰ প্রতি বাতৰি,
৬ই জুন, ১৯৬১ চন ]

·· ··এসপ্তাহজোৰা ইউৰোপ ভ্রমণৰ অন্তত আজি ৰাতিপুৱা মই আহি পাইছোঁ আৰু সেই ভ্রমণৰ বিষয়ে আপোনালোকক বিবৰি কব খুজিছোঁ। এই ভ্রমণ সকলো ফালৰপৰাই এটা অবিস্মৰণীয় অভিজ্ঞতা। পেৰিচ, ভিয়েনা আৰু লণ্ডনৰ ৰাইজ অভ্যৰ্থনাত উদাৰ আছিল। তেওঁলোকৰ আতিথ্য অন্তৰ-পৰশা, মোৰ সহধৰ্ম্মিণীৰ প্রতি তেওঁলোকৰ প্রীতি বিশেষভাৱে শলাগিব-লগীয়া।

আমি অৱশ্যে জানিছিলোঁ যে সেই জনতা আৰু উলহ-মালহ আছিল ঘাইকৈ আমি প্রতিনিধিত্ব কৰা দেশখনৰ বাবেহে, যিখন দেশক স্বাধীনতাৰ প্রধান ৰক্ষাকৰ্ত্তা হিচাপে জ্ঞান কৰা হয। সমানে স্মৰণীয আছিল ইউৰোপীয় বুৰঞ্জী আৰু কৃষ্টিৰ আড়ম্বৰ, যি যিকোনো অভ্যৰ্থনা অনুষ্ঠানৰে এটা অঙ্গ—আৰ্ক ড্য-ট্রিয়ম্ফেত ( Are de Triomphe ) মাল্য-অৰ্পণ, ভাৰ্চেইল্‌চত, চোনব্রান ( Schonbrunn ) ৰাজপ্রাসাদত আৰু ইংলণ্ডৰ ৰাণীৰ লগত ভোজন,—এইবোৰ বিচিত্র স্মৃতি বহুত বছৰলৈ আমাৰ মনত থাকিব। আমি ভ্রমণ কৰা প্রত্যেকখন মহানগৰীয়ে---পেৰিচ, ভিয়েনা আৰু লণ্ডন, কেবা শতাব্দীও বৈ আছে। প্রত্যেকখনেই মনত পেলাই দিয়ে যে পশ্চিমীয়া সভ্যতা, যাক আমি সংৰক্ষণ কৰিব খোজোঁ, অনেক বছৰ ধৰি প্রস্ফুটিত হৈছে আৰু কেবা শতাব্দী ধৰি নিজকে ৰক্ষা কৰি আহিছে। কিন্তু এইটো কোনো আনুষ্ঠানিক ভ্রমণ নাছিল। অইন কথাৰ উপৰিও আমেৰিকাৰ বৈদেশিক নীতিৰ দুটা লক্ষ্য এই ভ্রমণৰ কাৰণ আছিল : স্বাধীন জগতৰ একতা, যাৰ শক্তিয়ে আমাৰ সকলোৰে নিৰাপত্তা আৰু স্থায়ী-শান্তি সাধন কৰিব। এই দুই লক্ষ্য সাধনৰ কাম আগবঢাই দিয়াত মোৰ ভ্রমণ ন্যস্ত কৰা হৈছিল,।

পশ্চিমৰ একতা শক্তিশালী কৰিবলৈ আমাৰ প্ৰথম আৰম্ভ হৈছিল-পেৰিচত আৰু অন্ত হৈছিল লণ্ডনত। জেনেৰেল দ্য' গলৰ লগত মোৰ আলোচনাই মোক অত্যন্ত উৎসাহ দিছিল। কোনো সমস্যাত আমাৰ মতৰ অমিল স্বাধীনতা ৰক্ষাৰ বাবে আমাৰ সমূহীয়া প্ৰতিজ্ঞাৰ আগত তাৎপৰ্য্যহীন হৈছিল। মোৰ বিশ্বাস, আমাৰ মিত্ৰতা অধিক শক্তিশালী হৈছে। মই আশা কৰিছোঁ, দুই দেশৰ মাজত বন্ধুতা দৃঢ়তৰ হৈছে আৰু দায়িত্ব-বহনকাৰী আমি দুজনৰ মাজত সম্পৰ্ক নিকটতৰ আৰু আস্থাপূৰ্ণ হৈছে। কোনো কথাত মতৰ মিল নাথাকিলেও মিল থকা যেন দেখুওৱাতকৈ আমি আমাৰ কথা খোলাখুলি-ভাৱে কৈ দিয়াবহে জেনেৰেল দ্য' গল পক্ষপাতী থকা মই পাইছিলোঁ। কিন্তু মিত্ৰতাৰ প্ৰকৃত অৰ্থ তেওঁ সম্পূৰ্ণৰূপে বুজি পায়। মুঠ কথা, তেওঁ দ্বিতীয় মহাসমৰৰ একমাত্ৰ প্ৰধান নেতা, যি এতিয়াও মহান দায়িত্বপূৰ্ণ আসন দখল কৰি আছে। তেওঁৰ জীৱন অসাধাৰণ উছৰ্গাৰ জীৱন; তেওঁৰ ব্যক্তিগত চৰিত্ৰ অসাধাৰণ, ফ্ৰান্সৰ নতুন শক্তি আৰু ঐতিহাসিক মহত্বৰ প্ৰতীক। আমাৰ গোটেই আলোচনাতে তেওঁ ফ্ৰান্স আৰু সমগ্ৰ বিশ্বত সুদূৰ দৃষ্টি ৰাখিছিল। মই পোৱামতে তেওঁ ভৱিষ্যতৰ বাবে বিজ্ঞ পৰামৰ্শ-দাতা আৰু ইতিহাসৰ সুবিজ্ঞ নেতা ( informative guide ), যি ইতিহাস গঢ়াত তেওঁ সহায় কৰিছে। গতিকেই আমাৰ সাক্ষাৎ অতি মূল্যবান আছিল।

মোৰ বিশ্বাস, যি সন্দেহ আমাৰ মাজত হয়তো আহি পৰিছিল সেই সকলোবোৰ আঁতৰ হৈছে। যিবিলাক সমস্যাৰ বাস্তৱ ভিত্তি নাই, যিবিলাক কেৱল শব্দ-চয়নৰপৰা উদ্ভুত বুলি প্ৰমাণিত হ'ল, সেইবোৰ দূৰ কৰা হ'ল। যিমান স্পৰ্শকাতৰেই নহওক কোনো প্ৰশ্নই এৰি যোৱা হোৱা নাই। কোনো আৱশ্যকীয় কথা অৱজ্ঞা কৰা হোৱা নাই। আৰু যিবোৰ সিদ্ধান্তত আমি উপনীত হলোঁ সেইবোৰ ভৱিষ্যতৰ বাবে গুৰুত্বপূৰ্ণ হব—বাৰ্লিন ৰক্ষাত, ইউৰোপৰ প্ৰতিৰক্ষা-ব্যৱস্থা উন্নত কৰাত, লেটিন-আমেৰিকাকে ধৰি গোটেই অনুন্নত জগতৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাধীনতাক সাহায্য দান, ইউৰোপীয় অৰ্থনৈতিক ঐক্য-সাধন, লাওচ সন্মিলনৰ সফল সিদ্ধান্ত, আৰু পশ্চিমীয়া মৈত্ৰী-বন্ধনত ঘনিষ্ঠতৰ আলাপ-আলোচনা আৰু একতা— এইবিলাক ক্ষেত্ৰত আমাৰ মতৰ মিল। .....

ভিয়েনাবাসীয়ে জানে লোকৰ অধীনত বাস কৰা কেনেকুৱা কথা আৰু স্বাধীনভাৱে বাস কৰা কেনেকুৱা কথা। তেওঁলোকে মোক এই দেশৰ

প্ৰেচিডেণ্ট হিচাপে জনোৱা স্বাগতমে আমাৰ সকলোৰে অন্তৰ-পৰশা উচিত। মই ভিয়েনালৈ গৈছিলোঁ চোভিয়েট ইউনিয়নৰ নেতা মিঃ ক্ৰুশ্চেভক লগ ধৰিবলৈ। দুই দিন আমি গহীন, গভীৰ আলোচনাত কটাইছিলোঁ। মোৰ বিশ্বাস, সেই আলোচনা সম্বন্ধে সৰল আৰু বিস্তাৰিতভাৱে কোৱাটো ৰাইজ, কংগ্ৰেচ আৰু আমাৰ মিত্ৰ-শক্তিবোৰৰ প্ৰতি মোৰ কৰ্ত্তব্য।

যিবিলাক বিষয়ে আমাৰ দুইখন দেশক পৃথক কৰিছে সেইবিলাক বিষয়ত মিঃ ক্ৰুশ্চেভ আৰু মই সম্পূৰ্ণৰূপে আৰু খোলাখুলিভাৱে মতামত বিনিময় কৰিছোঁ। মই এতিয়া আপোনালোকক কওঁ যে সেই দুটা বৰ গম্ভীৰ দিন আছিল। কোনো অশিষ্টাচাৰ, কোনো অধৈৰ্য্যৰ ভাব, কোনো পক্ষৰপৰা ভীতি বা শেষ চৰ্ত্ত—এইবিলাক একো নাছিল, কোনো সুবিধা বা অনুগ্ৰহ কোনেও গ্ৰহণো কৰা নাই, দিয়াও নাই, কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্তৰ কথা ভবাও হোৱা নাছিল আৰু লোৱাও নাই, কোনো দৰ্শনীয় প্ৰগতি লাভো কৰা নাই অথবা লাভ কৰা বুলি দেখুৱাব খোজাও নাই।

এই ধৰণৰ অনিয়মিত ( informal ) ভাব-বিনিময় নিৰ্দ্দিষ্ট কাৰ্য্যসূচী আৰু এজাক উপদেষ্টাৰে সজ্জিত পূৰ্ণাঙ্গৰ শীৰ্ষ-সন্মিলনৰ দৰে উত্তেজনাপূৰ্ণ নহব পাৰে, তেনেকুৱা শীৰ্ষ-সন্মিলনত আপোচ-মীমাংসাৰ চেষ্টা কৰা হয় আৰু নতুন নতুন মিল বিচৰা হয়। কিন্তু এই সাক্ষাৎ তেনেকুৱা সন্মিলন হোৱাটো আশা কৰাও নাছিল আৰু হোৱাও নাছিল অথবা ভিয়েনাত কোনো ভৱিষ্যৎ শীৰ্ষ-সন্মিলনৰ কথাও আমি ভবা নাই।

কিন্তু চেয়াৰমেন ক্ৰুশ্চেভৰ লগত হোৱা এই গম্ভীৰ সাক্ষাৎ অতি উপকাৰী আছিল। মই তেখেতৰ ভাষণবোৰ আৰু প্ৰকাশিত নীতিসমূহ পঢ়িছিলোঁ। তেওঁৰ মতামত সম্বন্ধে মোক পৰামৰ্শ দিয়া হৈছিল। আন আন পশ্চিমীয়া নেতা জেনেৰেল দ্য' গল, চেন্সেলাৰ এডেনৰ, প্ৰধান মন্ত্ৰী মেক্‌মিলানে মোক কৈছিল তেওঁ কেনেকুৱা মানুহ।

কিন্তু যুক্তৰাজ্যৰ প্ৰেচিডেণ্ট-পদৰ দায়িত্ব মই বহন কৰিছোঁ, সিদ্ধান্ত গ্ৰহণ কৰা মোৰ কৰ্ত্তব্য, যি সিদ্ধান্ত কোনো উপদেষ্টা আৰু কোনো মিত্ৰ-শক্তিয়ে মোৰ কাৰণে লৈ দিব নোৱাৰে। এই সিদ্ধান্তবোৰ যাতে যিমান সম্ভৱ সিমান সংবাদ আৰু প্ৰত্যক্ষ জ্ঞানৰ ওপৰত ৰচিত হয় সেই কথাৰ পিনে নজৰ ৰখাটো মোৰ দায়িত্ব আৰু কৰ্ত্তব্য।

সেই কাৰণে মই ভাবিছিলোঁ যে মিঃ ক্ৰুশ্চেভক মই ভালদৰে বুজি

পোৱাটো, তেওঁৰ বৰ্ত্তমান আৰু ভৱিষ্যৎ নীতি সম্বন্ধে মই যিমান পাৰোঁ সিমান অন্তৰ্দৃষ্টি আৰু জ্ঞানলাভ কৰাটো অতিশয় গুৰুত্বপূৰ্ণ কথা। লগতে মই এইটো নিশ্চিত কৰিব বিচাৰিছিলোঁ যে মিঃ ক্ৰুশ্চেভেও এই দেশক আৰু ইয়াৰ নীতিক বুজি পাওক, আমাৰ শক্তি আৰু দৃঢ়তাৰ কথা তেওঁ ভালদৰে জানক আৰু তেওঁ জানক যে আমি সকলোবিধৰ সকলো দেশৰ লগতে শান্তিত থাকিব বিচাৰোঁ।

আমাৰ মতামত তেওঁক প্ৰত্যক্ষভাৱে, নিৰ্ভুলকৈ, বাস্তৱতাৰে, আলোচনা আৰু স্পষ্টীকৰণৰ সুবিধা ৰাখি কৰবলৈ মই ইচ্ছা কৰিছিলোঁ। সেইটো কৰা হ'ল। বাহিৰত প্ৰকাশ নকৰা কোনো কথাই কোনো ফালৰপৰা গোপনভাৱে উত্থাপন কৰা নাই। এই কম সময়ৰ ভিতৰতে আমাৰ মাজত থকা প্ৰভেদ বাস্তৱিকতে কমা নাই, কিন্তু অন্ততঃ আদান-প্ৰদানৰ পথ বেছি খোলাকৈ মুকলি কৰা হৈছে। দুয়ো-পক্ষৰপৰা কোনো বিপজ্জনক ভুল হিচাপৰ সম্ভাৱনা এতিয়া কমা উচিত। যাৰ সিদ্ধান্তৰ ওপৰত আংশিকভাৱে শান্তি নিৰ্ভৰ কৰে, সেই লোকসকল সংস্পৰ্শৰ ভিতৰত থাকিবলৈ এতিয়া সন্মত হৈছে।

এইটো গুৰুত্বপূৰ্ণ কথা, কিয়নো আমি কোনো এজনে আনজনক কেৱল সন্তুষ্ট কৰিবলৈ, কেৱল ভাল বোলাবৰ বাবে সন্মত হবলৈ চেষ্টা কৰা নাছিলোঁ; এজনে যি শুনিব খোজে আনজনে তাকে কবলৈ চেষ্টা কৰা নাছিল। আদালতে জনৰব অথবা কাগজত লিখা স্বীকাৰোক্তিৰ ওপৰত নিৰ্ভৰ নকৰি সশৰীৰে উপস্থিত থকা সাক্ষী আৰু উকীলৰ জেৰাৰ ওপৰত বেছি মূল্য দিয়ে। তেনেকৈ অতিশয় গুৰুত্বপূৰ্ণ কথাবিলাক স্পষ্ট আৰু নিৰ্ভুলভাৱে প্ৰস্থাপন কৰাত আমাৰ এই প্ৰত্যক্ষ আদান-প্ৰদান অশেষ মূল্যবান ; কিয়নো আচল কথা হ'ল এই যে চোভিয়েটসকলে আৰু আমি একেবোৰ শব্দৰে বেলেগ বেলেগ অৰ্থ কৰোঁ—যুদ্ধ, শান্তি, গণতন্ত্ৰ আৰু জনপ্ৰিয় ইচ্ছা।

শুদ্ধ আৰু অশুদ্ধ, আভ্যন্তৰীণ ঘটনা আৰু আক্ৰমণ—এইবিলাক সম্বন্ধে আমাৰ ধাৰণা সম্পূৰ্ণ বেলেগ বেলেগ ; সৰ্ব্বোপৰি, জগতখন বৰ্ত্তমান ক'ত আছে আৰু ক'লৈ গৈ আছে, সেই সম্বন্ধেও আমাৰ চিন্তাধাৰা সম্পূৰ্ণ বেলেগ বেলেগ।

আমি কিমান বেলেগ বেলেগভাৱে বৰ্ত্তমান আৰু ভৱিষ্যতৰ বিষয়ে ভাবোঁ সেই বিষয়ে যে মিঃ ক্ৰুশ্চেভে বুজি পাইছিল—সেই কথাত মই নিশ্চিত হব পাৰিছিলোঁ কেৱল তেনেকুৱা আলোচনাৰ জৰিয়তেহে। আমাৰ মতবাদৰ তীব্ৰ অমিল হৈছিল ; কিন্তু দুয়ো-পক্ষৰে অৱস্থান সম্বন্ধে আমি অন্ততঃ ভালদৰে জানিব পাৰিছিলোঁ। কোনো মীমাংসাত উপনীত হোৱা অথবা ইজনে

নিজনাক নিজৰ মতলৈ অনা অথবা নিজৰ কোনো মৌলিক স্বাৰ্থ এৰি দিয়াৰ কথা আমি এজনেও ভবা নাছিলোঁ। কিন্তু, মই ভাবোঁ, আমি দুয়োজনে তাতে গৈছিলোঁ এই কথা অনুভৱ কৰি যে প্ৰত্যেকখন দেশৰে আনখনৰ ওপৰত বিৰাট ধ্বংসলীলা সংসাধন কৰিব পৰা ক্ষমতা আছে ; সম্ভৱ হ'লে তেনেকুৱা যুদ্ধ পৰিহাৰ কৰা উচিত, কিয়নো সেই যুদ্ধই কোনো বিবাদ মীমাংসা কৰিব নোৱাৰে আৰু কোনো মতবাদ প্ৰমাণ কৰিব নোৱাৰে ; আৰু সেই কাৰণেই আমাৰ অমিল থকা স্বাৰ্থবিলাকে যাতে প্ৰত্যক্ষ সংঘৰ্ষত লিপ্ত হৈ যুদ্ধ মাতি আনিব নোৱাৰে তাৰ কাৰণে সাৱধান হোৱা উচিত।

আমি জাতীয় স্বাধীনতাত বিশ্বাস কৰোঁ। তেওঁ বিশ্বাস কৰে ক্ৰমবৰ্দ্ধমান আৰু গতিশীল বিশ্ব-কমিউনিজমত। এতিয়া প্ৰশ্ন হ'ল, এই দুই ব্যৱস্থাই কাৰো নিৰাপত্তা বিপন্ন নকৰাকৈ অথবা কাৰো স্বাধীনতা অস্বীকাৰ নকৰাকৈ শান্তিত বাস কৰিবলৈ আশা কৰিব পাৰে নে নোৱাৰে? ইমানবোৰ কঠিন পৰীক্ষাৰ মাজত এই প্ৰশ্নৰ সন্মতিসূচক উত্তৰ দিয়াটো যিমানেই কঠিন নহওক লাগিলে, মই ভাবোঁ যে আমি যৎপৰোনাস্তি চেষ্টা কৰাটো মানৱ-জাতিৰ কাৰণে আমাৰ কৰ্ত্তব্য।

সেই কাৰণেই ভিয়েনাৰ আলোচনা কামত আহিব বুলি মই ভাবিছিলোঁ। সেই আলোচনাৰ গম্ভীৰ প্ৰকৃতিয়ে উল্লাস অথবা আনন্দ সৃষ্টি কৰাৰ কোনো কাৰণ নাই, অথবা ইয়াত কোনো অনাহক নৈৰাশ্য বা ভয়ৰ কাৰণো নাই। ই কেৱল দেখুৱাই দিছে, এই স্বাধীন জগতত আমি কিমান কাম কৰিবলগীয়া আছে আৰু স্বাধীনতাৰ মুখ্য প্ৰতিৰক্ষক হিচাপে এই যুগৰ আমেৰিকানসকলৰ সংগ্ৰাম কিমান দীঘল আৰু কিমান কঠিন।

মত-মিলনৰ আশু সম্ভাৱনা থকা এটা সমস্যা আছিল লাওচ। ইয়াৰ পৰিস্থিতিত বিপদৰ সম্ভাৱনা হ্ৰাস কৰাৰ আৱশ্যকতা দুয়ো-পক্ষৰপৰাই অনুভৱ কৰা হৈছিল। কম্বোডিয়া অথবা ব্ৰহ্মদেশৰ দৰে এখন নিৰপেক্ষ আৰু স্বাধীন লাওচৰ কথা দুয়ো-পক্ষই ভাবিছিল।

বৰ্ত্তমানে জেনেভাত চলি থকা লাওচ-সন্মিলনৰ কাৰণে গুৰুত্বপূৰ্ণৰূপে এক কাৰ্য্যকৰী যুদ্ধ-বিৰতিৰ আৱশ্যকতা দুয়ো-পক্ষই স্বীকাৰ কৰিছিল। এইটো বৰ জৰুৰী কথা যে এই মনোমিলনে জেনেভাত নতুন মনোভাবৰ সৃষ্টি কৰক যাতে 'আন্তৰ্জাতিক নিয়ন্ত্ৰণ আয়োগে' নিজৰ কৰ্ত্তব্য কৰিবলৈ, যুদ্ধ-বিৰতি পালন কৰোৱাত নিশ্চিত হবলৈ সমৰ্থ হয়। মই আশা কৰিছোঁ যে অহা

কেইদিনত জেনেভাত। এই সময়ত [illegible] চুক্তি। [illegible] আন্তৰ্জাতিক পৰিস্থিতি যথেষ্ট পৰিমাণে উন্নত কৰিব।

কিন্তু পৰমাণৱিক-পৰীক্ষা-বন্ধ চুক্তিৰ উপায় বিচাৰি অচল হৈ পৰা আলোচনা জেনেভা সন্মিলনৰ ক্ষেত্ৰত তেনে কোনো আশাৰ বেঙুনি দেখা নাপালোঁ। মিঃ ক্ৰুশ্চেভৰ স্পষ্ট মত : নিৰপেক্ষ প্ৰশাসক ক'তো নাই, কিয়নো তেওঁৰ মতে কোনো লোকেই প্ৰকৃত নিৰপেক্ষ নহয়; জোৰকৈ জাপি দিব খোজা কোনো ব্যৱস্থাৰ ক্ষেত্ৰত চোভিয়েট ভেটো ব্যৱহাৰ কৰা হব; পূৰ্ণ নিৰস্ত্ৰীকৰণ নোহোৱাকৈ তদাৰকী-ব্যৱস্থা চোৰাংচোৱাগিৰি কৰা ছল মাত্ৰ, আৰু বৰ্ত্তমানৰ পৰীক্ষা-বন্ধৰ আলোচনা নিৰৰ্থক যেন দেখা যায়। মুঠতে পাৰমাণৱিক-পৰীক্ষা-বন্ধৰ বাবে, পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰৰ বিস্তৃতি বন্ধ কৰিবৰ বাবে আৰু অস্ত্ৰ-প্ৰতিযোগিতাৰ গতি মন্থৰ কৰিবৰ বাবে আমাৰ আশাৰ মূৰত চেঁচাপানী পৰিছে। যিয়েই নহওক, আমাৰ বাবে সংকটবোৰ ইমানেই গুৰুত্বপূৰ্ণ যে জেনেভাত উত্থাপন কৰা আমাৰ নিজৰ খচৰা চুক্তিখনো আমি পৰিহাৰ কৰিব পাৰোঁ।

কিন্তু জাৰ্মেনি আৰু বাৰ্লিনৰ ক্ষেত্ৰত আমাৰ আলোচনা আটাইতকৈ গাম্ভীৰ্য্যপূৰ্ণ আছিল। মিঃ ক্ৰুশ্চেভক মই স্পষ্টভাৱে কৈ দিছিলোঁ যে পশ্চিম-ইউৰোপৰ নিৰাপত্তা—গতিকেই আমাৰো নিৰাপত্তা—বিশেষভাৱে নিৰ্ভৰ কৰে পশ্চিম-বাৰ্লিনত আমাৰ উপস্থিতি আৰু তালৈ যোৱাৰ আমাৰ অধিকাৰৰ ওপৰত। সেই অধিকাৰ আমি বলেৰে লোৱা নাই, সি আইনসন্মত। তাক আমি যি কোনো ক্ষতি স্বীকাৰ কৰি হ'লেও ৰক্ষা কৰিম। সেইদৰে পশ্চিম-বাৰ্লিনৰ বাইজৰ প্ৰতি আমাৰ কৰ্ত্তব্যও আমি পালন কৰিম আৰু তেওঁলোকৰ ভৱিষ্যৎ নিজে নিৰ্দ্ধাৰণ কৰাৰ অধিকাৰ আমি ৰক্ষা কৰিম।

মিঃ ক্ৰুশ্চেভেও আনহাতে নিজৰ মতামত সম্পূৰ্ণৰূপে প্ৰকাশ কৰিছিল। এইবিলাক ভৱিষ্যতে আমাৰ মাজত অধিক লিখালিখিৰ বিষয়-বস্তু হব। কিন্তু বৰ্ত্তমানৰ স্থিতাৱস্থা পৰিবৰ্ত্তন কৰিবলৈ আমি বিচৰা নাছিলোঁ। এটা বন্ধনমূলক জাৰ্মান-শান্তি-চুক্তি জাৰ্মেনিৰ লগত যুদ্ধত লিপ্ত হোৱা সকলো দেশৰে বিষয়। আমি আৰু আমাৰ মিত্ৰ-শক্তিবৰ্গই পশ্চিম-বাৰ্লিনৰ ৰাইজৰ প্ৰতি আমাৰ কৰ্ত্তব্য পৰিহাৰ কৰিব নোৱাৰোঁ।

সাধাৰণতে মিঃ ক্ৰুশ্চেভে যুদ্ধৰ ভাবাত কথা কোৱা নাছিল। তেওঁ বিশ্বাস কৰে যে শক্তিৰ সহায় নোলোৱাকৈয়ে বিশ্বই তেওঁৰ পথ লব। তেওঁৰ দেশে

কৰা মহাকাশ বিজয়ৰ কথা তেওঁ কৈছিল। আমাৰ ঔদ্যোগিক উৎপাদনক চেৰ পেলাবলৈ, ব্যৱসায়-বাণিজ্যত আমাক পিছ পেলাবলৈ আৰু আমাৰ নীতিতকৈ তেওঁৰ নীতিৰ শ্ৰেষ্ঠতাৰ কথা বিশ্বক প্ৰমাণ কৰি দেখুৱাবলৈ তেওঁৰ মনোভাব ব্যক্ত কৰিছিল। সৰ্ব্বোপৰি নতুন আৰু কম-উন্নত দেশবোৰত কমিউনিজমৰ জয়লাভ হব বুলি তেওঁ ভৱিষ্যৎ-বাণী কৰিছিল।......

ইংলণ্ডত মই অতি কম সময়ৰ বাবে আছিলোঁ। কিন্তু এই ভ্ৰমণে প্ৰধান মন্ত্ৰী মেক্‌মিলনৰ লগত পুনৰ ভিতৰুৱাকৈ আলোচনা কৰাৰ সুবিধা দিছিল; যিদৰে আমাৰ দলৰ আনসকলে ভিয়েনাত কালি জেনেৰেল দ' গল আৰু চেন্সেলৰ এডেনৰৰ লগত আলোচনা কৰিছিল। আমি সকলোৱে একমত হৈছিলোঁ যে পশ্চিম-জগতত কৰিবলগীয়া অনেক কাম আছে, আৰু আমাৰ আলোচনাৰ মাজেৰে সেই কাম সমাধা কৰাৰ সৰ্ব্বসন্মত পন্থা পোৱা গৈছে। ৰাণী এলিজাবেথ আৰু যুৱৰাজ ফিলিপৰ লগত সাক্ষাতেৰে মণ্ডিত আমাৰ লণ্ডনত কটোৱা দিনটোৱে এই দীৰ্ঘ ভ্ৰমণৰ অন্তত আমাক সঘনে মনত পেলাই দিছিল যে পশ্চিম-জগত নিজৰ মান বজায় ৰাখিবলৈ সংঘবদ্ধভাৱে দৃঢ়প্ৰতিজ্ঞ।

সামৰণিত মই কব খোজোঁ যে ঘৰলৈ উভতিবলৈ পাই মই আনন্দিত। এই ভ্ৰমণত সুন্দৰ ঠাইবোৰ দেখি আমাৰ ভাল লাগিছে, অনেক চমক লগোৱা দৃশ্যও আমি দেখিছোঁ। কিন্তু ঘৰ পাই আমি আনন্দিত হৈছোঁ। আপোনালোক আমেৰিকাবাসীয়ে উদাৰভাৱে যি ভৰসা আমাৰ দেশক দিছে, বাহিৰৰ কোনো সমৰ্থনৰ প্ৰদৰ্শনেই তাৰ সমান হব নোৱাৰে। আপনালোকৰ ভৰসাতেই মই ভৱিষ্যতক ভয় নকৰোঁ। আমি ধৈৰ্য্য ধৰিব লাগিব। আমি সাহসী হব লাগিব। বিপদ আৰু কৰ্ত্তব্য-কামৰ বোজা দুয়োটাই আমি বহন কৰিব লাগিব। কিন্তু ইচ্ছা আৰু কৰ্ম্মৰ বলত স্বাধীনতা অক্ষয় হৈ ৰব।

## বাৰ্লিন সংকট

[ এই কথাত সন্দেহ নাই যে মিঃ ক্ৰুশ্চেভে ১৯৬১ চনৰ বাবে বাৰ্লিনকে শীতল যুদ্ধৰ প্ৰধান সমৰক্ষেত্ৰ হিচাপে বাছি লৈছিল। ইয়াৰ মানে এইটো নহয় যে পৃথিৱীৰ চাৰিওফালে থকা আন আন সমস্যাবোৰ তেওঁ ঢিলাই দিছিল। কিন্তু তেওঁ নিৰ্ভুলকৈ, স্পষ্টভাৱে কৈ দিছিল যে বাৰ্লিনেই প্ৰধান

সমস্যা। আৰু তেওঁৰ উদ্দেশ্য-সাধনত বাধা দিলে আণৱিক ধ্বংসলীলাৰ ভয় দেখুওৱাত অস্থিৰ হৈ উঠিছিল।

প্ৰেচিডেণ্ট কেনেডি অথবা যুক্তৰাজ্যৰ বাহিৰ কোনেও মিঃ ক্ৰুশ্চেভৰ কথা পাতলভাৱে লোৱা নাছিল। আমাৰ অৱস্থান প্ৰেচিডেণ্টে স্পষ্টকৈ বুজাই দিছিল আৰু চোভিয়েট নেতাজনে ভৱিষ্যৎ-বাণী কৰা মতে সেই ভীষণ স্বাৰ্থ-সংঘাতৰ বাবে সামৰিকভাৱে সাজু হৈছিল। বসন্তৰ শেষভাগত আৰু গ্ৰীষ্মৰ আগভাগত উত্তেজনা ক্ৰমে বাঢি গৈ আছিল। ৪ জুনত চোভিয়েট ইউনিয়নে নিজস্ব অৱস্থান আৰু দাবী জনাই এখন aide-memoire প্ৰকাশ কৰিছিল। বৃটেইন আৰু ফ্ৰান্সৰ লগত আলোচনা কৰি যুক্তৰাজ্যই এটা আনুষ্ঠানিক উত্তৰ দিছিল। ১৯ জুলাইত প্ৰেচিডেণ্টে তলত উল্লেখ কৰা ঘোষণাটো কৰিছিল :]

## [ জাৰ্মেনি আৰু বাৰ্লিনৰ বিষয়ে ঘোষণা, ১৯ জুলাই, ১৯৬১ চন ]

বৃটেইন আৰু ফ্ৰান্সৰ লগত আলোচনা কৰি আৰু তেওঁলোকৰ পূৰ্ণ সন্মতিক্ৰমে, জাৰ্মেনিৰ ফেডাৰেল ৰিপাব্লিকৰ মতৰ সুবিধা লৈ আৰু উত্তৰ আট্‌লাণ্টিক চুক্তি সংস্থাৰ ( N. A. T. O. ) সদস্য ৰাষ্ট্ৰসমূহৰ লগত আলোচনা কৰি যুক্তৰাজ্যই সোমবাৰে মস্কোত থকা দূতাবাসৰ জৰিয়তে ৪ জুনত চোভিয়েট চৰকাৰৰপৰা পোৱা জাৰ্মেনি আৰু বাৰ্লিন বিষয়ক aide-memoire-ৰ উত্তৰ পঠিয়াইছে। আমাৰ উত্তৰ স্বয়ং-সম্পূৰ্ণ আৰু ই আমাৰ অখণ্ডনীয়ই, অনাগত, নৈতিক আৰু ৰাজনৈতিক অৱস্থানৰ কথা প্ৰকাশ কৰিছে। এই ভাষণত মই আমেৰিকাৰ আৰু বিশ্বৰ ৰাইজক ৰীতিসিদ্ধ কূটনৈনিক ভাষাৰ অন্তৰালত থকা মূল কথাবোৰ কব খুজিছোঁ।

চোভিয়েট aide-memoire এনেকুৱা এখন দলিল, যি শান্তিৰ কথা কৈছে কিন্তু তাক ভঙ্গ কৰাৰ ভয়ো দেখুৱাইছে। জাৰ্মানিৰ অস্বাভাৱিক পৰিস্থিতিৰ অৱসান ঘটোৱাৰ কথা ইয়াত কোৱা হৈছে কিন্তু তাৰ অস্বাভাৱিক বিভাজনৰ কথাত্ত খামোচ মাৰি ধৰি আছে। দ্বিতীয় মহাসমৰৰ চাৰিটা মিত্ৰ-শক্তিৰ কথা উল্লেখ কৰিছে কিন্তু আন তিনি-শক্তিৰ অধিকাৰ একপক্ষীয়ভাৱে বন্ধ কৰিব খুজিছে। নতুন আন্তৰ্জাতিক চুক্তিৰ কথা ই কৈছে কিন্তু বৰ্তমানৰ

চুক্তিবোৰ ভঙ্গ কৰাৰ প্ৰস্তুতি চলোৱা হৈছে। নতুন কিছুমান আশ্বাসৰ কথা কোৱা হৈছে কিন্তু এইটোও স্পষ্ট কৰি দিছে যে তেওঁলোকৰ আগৰ আশ্বাসবোৰ নির্ভৰযোগ্য নহয়। পশ্চিম-বার্লিনৰ নাগৰিকসকলৰ অধিকাৰ ইয়াত স্বীকাৰ কৰা হৈছে কিন্তু তেওঁলোকক স্বায়ত্তশাসনৰ নাম মুখুনা এক ৰাজত্বৰ অধীন কৰিব বিচৰা হৈছে। তিনিটা সৰল সত্য স্পষ্ট হৈ ওলাই আছে:

(১) আজি বার্লিনত, জার্মেনিত আৰু ইউৰোপত শান্তি বিৰাজ কৰি আছে। যদি সেই শান্তি চোভিয়েট ইউনিয়নৰ একপক্ষীয় কামে ভঙ্গ কৰে, তেনেহলে সেই দেশৰ নেতাসকলে বিশ্বৰ জনমত আৰু ইতিহাসৰ আগত গধুৰ দায়িত্ব বহন কৰিব লাগিব।

(২) আজি পশ্চিম-বার্লিনত যুক্তৰাজ্য, বৃটেইন আৰু ফ্ৰান্স ৰৈ আছে যুদ্ধৰ পিচত পোৱা আইনসন্মত অধিকাৰৰ বলত। চোভিয়েট ইউনিয়নে চহী কৰা অনেক চুক্তিত সেই মহানগৰীৰ অধিকাংশ লোকেই তাক সমৰ্থন কৰিছে। তেওঁলোকৰ স্বাধীনতা নিৰ্ভৰ কৰিছে আমাৰ অধিকাৰবোৰৰ ব্যৱহাৰৰ ওপৰত—আৰু সেই কাৰণেই এই ব্যৱহাৰ এটা ৰাজনৈতিক আৰু নৈতিক কৰ্ত্তব্য আৰু আইনসন্মত অধিকাৰ। যি পৰ্য্যন্ত এই অধিকাৰবোৰৰপৰা—বার্লিনত প্ৰবেশাধিকাৰকে ধৰি,—চোভিয়েট চৰকাৰক বঞ্চিত কৰা নহয়, সেই পৰ্য্যন্ত চোভিয়েট চৰকাৰে সেইবোৰ একপক্ষীয়ভাৱে উলঙ্ঘা কৰিব নোৱাৰে। চোভিয়েট চৰকাৰৰ নিজৰে সৃষ্ট এক শাসন-ব্যৱস্থা জার্মেনিৰ মাত্ৰ একাংশত প্ৰতিষ্ঠা কৰি তথাকথিত "শান্তি-চুক্তি"ৰে সেই অধিকাৰবোৰ ৰদ-বদল কৰিব নোৱাৰি, সেই শাসনে জার্মেনিৰ সমগ্ৰ অংশৰে বা যি কোনো একাংশৰে মুক্ত প্ৰতিনিধিত্ব কৰা নাই, আৰু পূব-জার্মেনিৰ সতৰ নিযুত লোকৰ পূৰ্ণ আস্থা উপভোগ কৰা নাই। পূবৰপৰা পশ্চিমলৈ যোৱা জার্মান ভগনীয়াৰ ধীৰ সোঁতে এই কথাৰ জ্বলন্ত প্ৰমাণ দিছে।

যুদ্ধৰ পিচৰপৰাই যুক্তৰাজ্যই দ্বিতীয় মহাসমৰৰ মিত্ৰ-শক্তিবৰ্গৰ সন্মতিত গোটেই জার্মেনিকে সাঙুৰি আৰু জার্মেনিৰ সকলো বাইজৰে মুক্ত ইচ্ছাৰ ওপৰত ভিত্তি কৰি মুক্তভাৱে মীমাংসিত এটা চুক্তিত উপনীত হবলৈ প্ৰস্তুত হৈ আছে। আমি কেতিয়াও কোনো ইঙ্গিত দিয়া নাই যে আন্তৰ্জাতিক আৰু আগৰ চাৰি-শক্তিৰ চুক্তিক অমান্য কৰি, দ্বিতীয় মহাসমৰৰ আন আন প্ৰধান মিত্ৰ-শক্তিবোৰৰ সক্ৰিয় অংশ নোহোৱাকৈ জার্মেনিৰ একাংশৰ লগত আইনসন্মত কোনো চুক্তিত উপনীত হব পাৰিম। নাজী জার্মেনিৰ আত্ম-

সমৰ্পণৰ ফলত পশ্চিমীয়া শক্তিবৰ্গই পোৱা অধিকাৰক চোভিয়েট চৰকাৰে তেনে কোনো কামৰ দ্বাৰা খৰ্ব্ব কৰিব পাৰে বুলি কিয় বিশ্বাস কৰিছে, তাৰ কোনো সুস্থ কাৰণ মই বিচাৰি পোৱা নাই।

পোনপ্ৰথমে ১৯৪৬ চনৰ এখন বিশেষ আয়োগ নিয়োগ কৰিবলৈ পৰামৰ্শ দিয়াৰেপৰা যুক্তৰাজ্যই সমগ্ৰ জাৰ্মেনিৰ বাবে ন্যায় পূৰ্ণ শান্তি-চুক্তিত উপনীত হবলৈ সদায় চেষ্টা কৰি আহিছে। পৰিবৰ্ত্তনৰ আৱশ্যকতাৰ কথা আমি এতিয়াও স্বীকাৰ কৰোঁ, কিন্তু সেই পৰিবৰ্ত্তন হব লাগিব জাৰ্মেনি আৰু বাৰ্লিনৰ ৰাইজৰ বৃহত্তৰ নিৰ্ব্বাচন-স্বাধীনতাৰ অনুকূলে। পশ্চিমীয়া মিত্ৰ-শক্তিবৰ্গ ই ১৯৫৯ চনৰ জেনেভাত উত্থাপন কৰা 'পশ্চিমীযা শান্তি-পৰিকল্পনা" আৰু 'সমগ্ৰ-বাৰ্লিন সমাধান' প্ৰস্তাৱ দুটা মধ্য-ইউৰোপত এটা মঙ্গলজনক মীমাংসাত উপনীত হবলৈ গঠনমূক আৰু কাৰ্য্যকৰী প্ৰস্তাৱ আছিল। আমাৰ উদ্দেশ্য জাৰ্মেনি বা বাৰ্লিনত আমাৰ উপস্থিতি চিৰস্থায়ী কৰা নহয,—আমাৰ উদ্দেশ্য হ'ল তাৰ নাগৰিকৰ স্বাধীনতা আৰু শান্তি চিৰস্থায়ী কৰা।

কিন্তু চোভিয়েট ইউনিয়নে জাৰ্মান ৰাইজৰ স্বায়ত্ত-শাসনৰ অধিকাৰৰ ওপৰত ৰচিত এটা ন্যায়-চুক্তি সম্পাদৰ ৰাস্তা বন্ধ কৰি দিছে আৰু তাৰ পৰিবৰ্ত্তে এই সমস্যাৰ আলমত বিশ্বত উত্তেজনা বাৰে বাৰে বৃদ্ধি কৰিছে। ১৯৪৮ চনত চোভিয়েটৰ বাৰ্লিন অৱৰোধ, ১৯৫৮ চনৰ ২৭ নৱেম্বৰৰ চোভিয়েটৰ টোকা আৰু অলপতে দিয়া ১৯৬১ চনৰ ৪ জুনৰ চোভিয়েট aide-memoire—এইবিলাকে এই অঞ্চলৰ শান্তিত বৰকৈ বিখিনি ঘটাইছে।

৪ জুনৰ aide-memoire-ৰ আচল মৰ্ম্মকথা হ'ল এই যে চাৰি-শক্তিৰ কৰ্তৃত্বাধীন মহানগৰীখনৰ একাংশ পূব-বাৰ্লিন ৰীতিমতে তথাকথিত জাৰ্মেন ডেম'ক্ৰেটিক ৰিপাব্লিকৰ লগত চামিল হব আৰু পশ্চিম-বাৰ্লিনে,—বৰ্ত্তমানেও "স্বাধীন মহানগৰী" বুলি ক'লেও,—পশ্চিমীয়া শক্তিবৰ্গৰপৰা পোৱা প্ৰতিৰক্ষা হেৰুৱাব আৰু এক 'স্বেচ্ছাচাৰী শাসনৰ অধীন হব। ইয়াৰ নেতা হাৰ্ উল্‌ব্ৰিথ্‌টে ( Herr Ulbricht ) সেই তথাকথিত শান্তি-চুক্তি স্বাক্ষৰিত হোৱাৰ পিচত স্বাধীন জগতৰ লগত পশ্চিম-বাৰ্লিনৰ সংযোগ-ব্যৱস্থা বিচ্ছিন্ন কৰিবলৈ আৰু তাৰ স্বাধীনতাৰ নিশ্বাস ৰুদ্ধ কৰি দিবলৈ তেওঁৰ অভিপ্ৰায়ৰ কথা পৰিষ্কাৰভাৱে কৈ দিছে।

চোভিয়েটৰপৰা ভীতিগ্ৰস্ত বৰ্দ্ধিত উত্তেজনাৰ এই অঞ্চলে স্বাধীন জগতৰ শান্তিৰ প্ৰতি অথবা কোনো দেশৰ নিৰাপত্তাৰ প্ৰতি কোনো বিশেষ বিপদ

মাতি আনিব নোৱাৰে। বিশ্বই জানে, আজি আৰু পশ্চিম-বাৰ্লিনৰ বিষয়ত সংকটৰ কোনো কাৰণ নাই ; আৰু জানে যে যদি তেনে সংকটৰ সৃষ্টি হয়, তেনেহলে চোভিয়েট চৰকাৰে লোকৰ অধিকাৰ খৰ্ব্ব কৰিবলৈ আৰু উত্তেজনা 'তৈয়াৰ' কৰিবলৈ কৰা চেষ্টাইহে কৰিব। তাৰোপৰি তেওঁলোকে "স্বাধীনতা" আৰু "শান্তি" আদি শব্দবোৰৰ দুৰ্ব্যৱহাৰ কৰি আছে। কিয়নো, আমাৰ উত্তৰত কবৰ দৰে, "স্বাধীনতা" আৰু "শান্তি" কেৱল শব্দই নহয়, নাইবা সিবোৰক শব্দ বা অঙ্গীকাৰৰ দ্বাৰা লভিব নোৱাৰি। সেইবোৰে একো একোটা অৱস্থাক বুজায়।

স্বাধীন মহানগৰী বুলি ক'লেই এখন মহানগৰী স্বাধীন হব নোৱাৰে। এখন মহানগৰী বা এটা জাতি স্বাধীন হবলৈ হ'লে কোনো অৰ্থনৈতিক, ৰাজনৈতিক অথবা পুলিচৰ চাপ নোহোৱাকৈ তেওঁলোকক নিজৰ পছন্দমতে নিৰ্ব্বাচন কৰিবলৈ আৰু নিজ খুচিমতে জীৱন-যাপন কৰিবলৈ সুবিধা দিব লাগিব। পশ্চিম-বাৰ্লিনৰ ৰাইজৰ আজি সেই স্বাধীনতা আছে। তেওঁলোকে সেই স্বাধীনতা ভোগ কৰি থাকক—এয়েই আমাৰ নীতিৰ উদ্দেশ্য।

এটা "শান্তি-চুক্তি"ৰপৰা শান্তি আপোনা-আপুনি নাহে। পৰিস্থিতি "অস্বাভাৱিক" হ'লেও আজি জাৰ্মেনিত শান্তি বিৰাজ কৰি আছে। লাখ লাখ মানুহৰ জীৱন আৰু অধিকাৰৰ ওপৰত প্ৰতিকূলে ক্ৰিয়া কৰা এটা "শান্তি-চুক্তি"য়ে শান্তি আনিব নোৱাৰে। যি "শান্তি-চুক্তি"য়ে তিনি বৃহৎ শক্তিৰ গম্ভীৰ অঙ্গীকাৰৰ প্ৰতিকূলে কাম কৰিব খোজে সি শান্তি আনিব নোৱাৰে। আমি চোভিয়েট চৰকাৰক আকৌ অনুৰোধ কৰিছোঁ, নিজৰ কৰ্ম্মধাৰা পুনৰ বিবেচনা কৰি চাবলৈ, গঠনমূলক সহযোগৰ পথলৈ ঘূৰি আহিবলৈ ( এই পথ লবলৈ ইচ্ছা কৰা বুলি তেওঁলোকে সঘনে কয় ),—আৰু তেওঁলোকৰ দ্বিতীয় মহাসমৰৰ মিত্ৰ-শক্তিবৰ্গৰ লগত সেই বিবাদৰ বাকী থকা সমস্যাবিলাকৰ এটা ন্যায়পূৰ্ণ আৰু স্থায়ী নিষ্পত্তি কৰাত সহযোগ কৰিবলৈ।

[ ছয় দিন পিচত প্ৰেচিডেণ্টে জাতিৰ প্ৰতি টেলিভিশ্বনত এটা ভাষণ দিছিল। ]

## [ বাৰ্লিন-সংকট সম্বন্ধে জাতিৰ প্ৰতি বাতৰি, ২৫ জুলাই, ১৯৬১ চন ]

সাত সপ্তাহ আগতে এনেকুৱা এটা ৰাতি ইউৰোপৰপৰা ঘূৰি আহি মই প্ৰধান মন্ত্ৰী ক্ৰুশ্চেভ আৰু আনসকলৰ লগত মোৰ সাক্ষাৎ সম্বন্ধে বাতৰি দিছিলোঁ। বিশ্বৰ ভৱিষ্যৎ সম্বন্ধে তেওঁৰ ভয়ানক সাৱধান-বাণী, বাৰ্লিন বিষয়ত তেওঁৰ aide-memoire, তাৰ পিচত তেওঁৰ আৰু তেওঁৰ প্ৰতিনিধি-সকলৰ কথা আৰু ভাবুকি আৰু তেওঁ ঘোষণা কৰা মতেই চোভিয়েট সামৰিক বাজেটৰ বৃদ্ধি—এইবিলাকে এই চৰকাৰক এলানি গুৰুত্বপূৰ্ণ সিদ্ধান্ত লবলৈ আৰু উত্তৰ-আটলাণ্টিক-চুক্তি-সংস্থাৰ সদস্যসকলৰ লগত আলোচনা চলাবলৈ বাধ্য কৰিছে। বাৰ্লিন বিষয়ত আপোনালোকৰ মনত আছেই যে পশ্চিম-বাৰ্লিনত থকাৰ আমাৰ আইনগত অধিকাৰ আৰু সেই মহানগৰীৰ দুই নিযুত স্বাধীন মানুহৰ প্ৰতি আমাৰ অঙ্গীকাৰ পালন কৰাৰ ক্ষমতা কলমৰ এটা আঁচোৰতে তেওঁ ধূলিস্যাৎ কৰিব খুজিছে। সেইটো আমি হব দিব নোৱাৰোঁ।

যি কৰিব লাগিব সেই বিষয়ে আমি স্পষ্ট আৰু তাকে আমি কৰিব বিচাৰোঁ। আমি লব খোজা প্ৰথম ব্যৱস্থাৰ বিষয়ে এতিয়াই আপোনালোকৰ আগত মই খোলাখুলিভাৱে কব খুজিছোঁ। এই কামৰ বাবে আমাৰ বহুত নাগৰিকেই ত্যাগ স্বীকাৰ কৰিব লাগিব। ভৱিষ্যতে আৰু বেছিকৈ লাগিব। আমাৰ সকলোৰে সাহস আৰু অধ্যৱসায় দৰ্কাৰ হব অহা কেইবছৰত। আমি আৰু আমাৰ মিত্ৰ-শক্তিবৰ্গই যদি দুৰ্জ্জয় সাহস, এক উদ্দেশ্য, দৃঢ় প্ৰতিজ্ঞা, স্থিৰ মগজু আৰু সংযমী কথা আৰু অস্ত্ৰেৰে কাম কৰিব পাৰোঁ তেনেহলে, মোৰ আশা, শান্তি আৰু স্বাধীনতা উভয়ে ৰক্ষিত হব।

স্বাধীন মানুহৰ আসন্ন ভয়ৰ কাৰণ আছে পশ্চিম বাৰ্লিনত। কিন্তু এই অকলশৰীয়া ঘাটিটো অকলশৰীয়া সমস্যা নহয়। এই ভয় বিশ্ব-জোৰা। আমাৰ প্ৰচেষ্টাও নিশ্চয় সমানে বিশাল আৰু শক্তিশালী হব লাগিব; আৰু কোনো তৈয়াৰী সংকটৰ দ্বাৰা প্ৰভাৱান্বিত হব নালাগিব। বাৰ্লিনত আমি এটা প্ৰত্যাহ্বানৰ সন্মুখীন হৈছোঁ। কিন্তু তেনেকুৱা প্ৰত্যাহ্বান আছে দক্ষিণ-পূব

এচিয়াতো, য'ত সীমান্ত-প্ৰতিৰক্ষা দুৰ্বল, শত্ৰুক বিচাৰি পোৱাটো কঠিন আৰু তাৰ অধিবাসী দুখীয়া লোকবিলাকৰ কাৰণে কমিউনিজমৰ বিপদ স্পষ্ট। আমাৰ নিজৰ গোলাৰ্দ্ধতে আমি প্ৰত্যাহ্বানৰ সম্মুখীন হৈছোঁ; আৰু দৰাচলতে য'তেই মানৱীয় স্বাধীনতা বিপন্ন হৈছে তাতেই প্ৰত্যাহ্বান আছে।

মই আপোনালোকক মনত কৰি দিব খুজিছোঁ যে যুদ্ধ আৰু কূটনীতিৰ ভাগ্যচক্ৰই পশ্চিম-বাৰ্লিনৰ স্বাধীন ৰাইজক ১৯৪৫ চনত লৌহ-আৱৰণৰ ১১০ মাইল সিপাৰত ৰাখি থৈছে।… …..

নাজী জাৰ্মেনিৰ ওপৰত আমাৰ জয়লাভৰ ফলত আমি তালৈ গৈছোঁ আৰু সেই জয়ৰপৰা পোৱা আন আন অধিকাৰৰ ভিতৰত আছে পশ্চিম-বাৰ্লিনত আমাৰ উপস্থিতিৰ অধিকাৰ আৰু পূব-জাৰ্মেনিৰ মাজেৰে আহ-যাহৰ অধিকাৰ। চোভিয়েট ইউনিয়নৰ লগত কৰা বিশেষ চুক্তিবিলাকৰ এই অধিকাৰবিলাক বাৰে বাৰে স্বীকাৰ কৰা হৈছে। বাৰ্লিন পূব-জাৰ্মেনিৰ এটা অংশ নহয়, মিত্ৰ-শক্তিবৰ্গৰ নিয়ন্ত্ৰনাধীন এক পৃথক ৰাজ্য। গতিকে তাত থাকিবলৈ আমাৰ অধিকাৰ স্পষ্ট আৰু দৃঢ-মূল। কিন্তু সেই অধিকাৰৰ উপৰিও আছে আৱশ্যক হ'লে দুই নিযুত লোকৰ নিজৰ ভৱিষ্যৎ নিজে নিৰ্দ্ধাৰণ কৰাৰ আৰু নিজৰ জীৱন যাত্ৰাৰ গতি নিজে নিৰূপণ কৰাৰ সুবিধা বহাল ৰখোৱাৰ আমাৰ কৰ্ত্তব্য।

গতিকে পশ্চিম-বাৰ্লিনত আমাৰ উপস্থিতি আৰু তালৈ প্ৰবেশাধিকাৰ চোভিয়েট চৰকাৰৰ কোনো কামৰ দ্বাৰা নাইকিবা হব নোৱাৰে। নাটো (NATO) বেষ্টনীত কেতিয়াবাই পশ্চিম-বাৰ্লিনক সুমুৱাই লোৱা হৈছে আৰু আমি কথা দিছোঁ যে সেই নগৰীৰ ওপৰত কৰা যি কোনো আক্ৰমণকে আমাৰ নিজৰ ওপৰত আক্ৰমণ বুলি ধৰা হব।

কিয়নো পূব-জাৰ্মেনিৰ ১১০ মাইল ভিতৰত সোমাই থকা চোভিয়েট সৈন্যেৰে পৰিবেষ্টিত আৰু চোভিয়েট যোগান-ৰাস্তাৰ নিকটস্থ পশ্চিম-বাৰ্লিনৰ অনেক গুৰুত্ব আছে। ই কেৱল স্বাধীনতাৰ এটা প্ৰদৰ্শনী-বাকচেই নহয়, ই এটা প্ৰতীক, কমিউনিষ্ট-সাগৰত স্বাধীনতাৰ দ্বীপ। আনকি ই স্বাধীন জগতৰ লগত কেৱল সংযোগ-ৰেখাই নহয়, ই লৌহ-আৱৰণৰ ভিতৰত আশাৰ ৰেঙণি, ভগনীয়াৰ বাবে পলায়ন-পথ।

এই সকলোবোৰেই পশ্চিম-বাৰ্লিন। কিন্তু সম্প্ৰতি ই পশ্চিমীয়া সাহস আৰু ইচ্ছাৰ পৰীক্ষাগাৰ হৈ পৰিছে, ই এটা কেন্দ্ৰ-বিন্দু, য'ত ১৯৪৫ চনৰপৰা

আমি কৰি অহা অঙ্গীকাৰসমূহ আৰু চোভিয়েট উচ্চাকাঙ্ক্ষা এতিয়া মুখামুখী হৈ থিয় দিছে।

ইয়াৰ অৱস্থানৰ কাৰণে লোকে ইয়াক শেন চকুৰে চোৱাটো ভুল হব। যুক্তৰাজ্য তাত আছে, বৃটেইন আৰু ফ্ৰান্স তাত আছে, নাটোৰ ( NATO ) প্ৰতিজ্ঞা তাত আছে, বাৰ্লিনৰ ৰাইজ তাত আছে। সেই অৰ্থত ই আমাৰ নিচিনাই নিৰাপদ, কিয়নো আমি তাৰ নিৰাপত্তাৰ কথা আমাৰ নিজৰ নিৰাপত্তাৰপৰা বেলেগে ভাবিব নোৱাৰোঁ।

এইদৰে কোৱা মই শুনিবলৈ পাইছোঁ যে পশ্চিম-বাৰ্লিন সামৰিক দৃষ্টিকোণৰ-পৰা অৰক্ষণীয়। কিন্তু তেনেকুৱা আছিল বেষ্টনও ( Bastogne ), আৰু দৰাচলতে ষ্টেলিনগ্ৰেডো তেনেকুৱা আছিল। যি কোনো বিপজ্জনক ঠাইকেই ৰক্ষা কৰিব পৰা যায় যদি মানুহে—সাহসী মানুহে তাকে কৰিব খোজে।

আমি যুদ্ধ কৰিব নোখোজোঁ। কিন্তু আমি আগতে যুদ্ধ কৰিছোঁ। আগতে লোকে একেটা ভুল বাৰে বাৰে কৰিছে, তেওঁলোকে ভাবিছিল, পশ্চিম-জগত ইমান স্বাৰ্থপৰ, ইমান মৃদু, ইমান বিভক্ত যে কোনো দেশত স্বাধীনতাৰ বিপক্ষে কৰা আক্ৰমণ তেওঁলোকে প্ৰতিৰোধ কৰিব নোৱাৰে। যিসকলে পশ্চিম-বাৰ্লিন বিবাদকে লৈ যুদ্ধৰ বিভীষিকা মেলি দিয়াৰ ভাবুকি দিযে তেওঁলোকে সেই প্ৰাচীন দাৰ্শনিকজনৰ কথাষাৰ সুঁৱৰি চোৱা উচিত: "যি লোকে ভয়ৰ সৃষ্টি কৰে তেৱো ভয়ৰ হাত সাৰিব নোৱাৰে।"

ক্ৰমে ক্ৰমে অথবা জোৰ-জুলুম কৰি আমাক বাৰ্লিনৰপৰা খেদি দিবলৈ কমিউনিষ্টসকলক এৰি দি আমি বহি থাকিব নোৱাৰোঁ, আৰু নিদিওঁ। কিয়নো, সেই নগৰীৰ প্ৰতি কৰা আমাৰ প্ৰতিজ্ঞা পূৰণ কৰাটো পশ্চিম-জাৰ্মেনিৰ মনোবল আৰু নিৰাপত্তাৰ কাৰণে, পশ্চিম-ইউৰোপৰ একতাৰ কাৰণে আৰু সমগ্ৰ স্বাধীন জগতৰ বিশ্বাসৰ কাৰণে অত্যাৱশ্যকীয়। চোভিয়েট নীতিৰ বহুদিনৰপৰাই শঙ্কিত লক্ষ্য কেৱল বাৰ্লিনেই নহয়, আমাক ঘৰলৈ উভতি আহিবলৈ বাধ্য কৰাই গোটেই ইউৰোপকে বিভক্ত আৰু পঙ্গু কৰা। আমাৰ কথা আৰু প্ৰতিজ্ঞাৰ ওপৰত থকা আন স্বাধীন লোকৰ আস্থা বজায় ৰখাৰ উদ্দেশ্যে আনকি শক্তিৰ সম্মুখীন হৈও আমি আমাৰ কথা, আমাৰ অধিকাৰ আৰু পশ্চিম-বাৰ্লিনৰ নিৰাপত্তা ৰক্ষা কৰিম। আমাৰ মিত্ৰতাৰ শক্তি—যাৰ ওপৰত আমাৰ নিৰাপত্তা নিৰ্ভৰশীল,—আনপক্ষে নিৰ্ভৰ কৰে তেওঁলোকৰ প্ৰতি আমাৰ কৰ্ত্তব্য পালনৰ ইচ্ছাৰ ওপৰত।

পশ্চিম-বাৰ্লিনত আমাৰ অধিকাৰ আৰু তাৰ ৰাইজৰ প্ৰতি আমাৰ অঙ্গীকাৰ কমিউনিষ্টসকলে একপক্ষীয়ভাৱে ভঙ্গ কৰিব খোজৰ কথা তেওঁলোকে কৈ থকা পৰ্য্যন্ত আমি সেই আধিকাৰ আৰু সেই অঙ্গীকাৰ ৰক্ষা কৰিবলৈ সাজু থাকিব লাগিব। যদি আলোচনাই কাম দিয়ে, তেনেহলে যি কোনো সময়তে আলোচনা চলাবলৈ আমি সদায় প্ৰস্তুত। কিন্তু আমাৰ ওপৰত শক্তি প্ৰয়োগ কৰিলে শক্তিৰে প্ৰতিৰোধ কৰিবলৈও আমি প্ৰস্তুত হৈ থাকিব লাগিব। এই দুয়োটাৰ অকল এটাৰে কৃতকাৰ্য্য হব নোৱাৰি। একেলগে দুয়োটাই স্বাধীনতা আৰু শান্তি ৰক্ষা কৰিব পাৰে।

শান্তি-ৰক্ষাৰ বাবে আমি যি নতুন প্ৰস্তুতি হাতত লম সেইবোৰ জানুৱাৰীৰ-পৰা আৰম্ভ কৰা দীৰ্ঘ-ম্যাদী শক্তি-বৃদ্ধি-ব্যৱস্থাৰে অংশ। সেইবোৰ ব্যৱস্থা বৰ্ত্তমান বাৰ্লিন সংকটতকৈও বহল পৰিসৰৰ, বিশ্বজোৰা ভীতি প্ৰতিৰোধৰ বাবে আমাৰ দৰ্কাৰসমূহৰ ভিত্তিত ৰচিত। আমাৰ মুখ্য উদ্দেশ্য প্ৰচাৰ অথবা প্ৰৰোচনা নহয়, প্ৰস্তুতি।

এটা প্ৰথম আৱশ্যকতা হ'ল উত্তৰ-আটলাণ্টিক-মিত্ৰ-শক্তিবৰ্গই নিৰ্দ্ধাৰণ কৰা সামৰিক লক্ষ্য সাধনত দ্ৰুতভাৱে অগ্ৰসৰ হোৱাটো। আজিৰ ইউৰোপত তাতকৈ কম হ'লে নচলিব। আনকি সেই লক্ষ্য সাধানৰ বাবে আমি অধিক সম্পদ প্ৰয়োগ কৰিম আৰু আমাৰ মিত্ৰ-শক্তিবৰ্গয়ো তাকে কৰাটো আমি বিচাৰোঁ।

মাৰ্চ আৰু মে মাহত কংগ্ৰেচক খোজা অনুপূৰক প্ৰতিৰক্ষা-ব্যৱস্থাবোৰৰ ফলত আমি ইতিমধ্যে সেইবোৰ আৰু আন আন প্ৰতিৰক্ষা-মূলক লক্ষ্যৰ পিনে অগ্ৰসৰ হৈছোঁৱেই। এইবোৰৰ ভিতৰত আছিল আমাৰ নৌবাহিনীৰ আকাৰ বৃদ্ধি, আমাৰ ৰিজাৰ্ভ-বাহিনীৰ সাজু হৈ থকা ক্ষমতাৰ উন্নয়ন, নৌ আৰু বিমান-পৰিবহন ক্ষমতা বৃদ্ধি, আৰু আৱশ্যকীয় অস্ত্ৰ, খাৰ-বাৰুদ আৰু আন বস্তুৰ প্ৰাপ্যতা বৃদ্ধি। যি কোনো আক্ৰমণকাৰীকে প্ৰতিৰোধ বা ধ্বংস কৰিবলৈ অখণ্ডনীয় আৰু অভেদ্য ক্ষমতা লাভ কৰাৰ উদ্দেশ্যে আমাৰ ক্ষেপণাস্ত্ৰৰ শক্তি বৃদ্ধি কৰা হৈছে আৰু বি-৫২ আৰু বি-৪৭ বোমাৰু বিমানৰ শতকৰা ৫০ভাগকেই সাজু কৰি ৰখাৰ ব্যৱস্থা কৰা হৈছে যাতে সাৱধান-সংকেত দিয়াৰ পোন্ধৰ মিনিটৰ ভিতৰতে সিহঁতে নিজৰ কামত লাগি যাব পাৰে।

এই ব্যৱস্থাবিলাক দ্ৰুতগতিত সমাধা কৰিব লাগিব আৰু আন কিছুমান ব্যৱস্থা এতিয়া নতুনকৈ হাতত লব লাগিব। আমাৰ নৌ আৰু বিমান-

পৰিবহন ব্যৱস্থা এনেকুৱা হব লাগিব যাতে পৃথিৱীৰ যি কোনো ঠাইলৈ অতি কম সময়ৰ ভিতৰতে বিৰাট সংখ্যক সৈন্য লৈ যাব পৰা যায়।

কিন্তু তাতোকৈ অধিক গুৰুত্বপূৰ্ণ কথা হ'ল, পৃথিৱীৰ যি কোনো সংকটপূৰ্ণ অঞ্চলতে যথা-সময়ত যথেষ্ট শক্তি প্ৰয়োগ কৰিব পৰা ক্ষমতা আমাৰ হাতত থাকিব লাগিব। সেই শক্তি আমাৰ মিত্ৰবৰ্গৰ শক্তিৰ লগত যোগ কৰি যি কোনো ক্ষতি স্বীকাৰ কৰি হ'লেও আমাৰ অধিকাৰ ৰক্ষা কৰিবলৈ আৰু যি কোনো শত্ৰুশক্তিক পৰাভূত কৰিবলৈ আমাৰ দৃঢ়-প্ৰতিজ্ঞা আৰু আমাৰ ক্ষমতাৰ প্ৰমাণ জগতক দেখুৱাবলৈ সাজু থাকিব লাগিব। অপমান বা সৰ্ব্বাত্মক পাৰমাণৱিক যুদ্ধ আমি নিবিচাৰোঁ।

এই সময়ত আৱশ্যক হোৱাৰ আগতে বহুত সংখ্যক সৈন্য মাতি অনা বা বাহিৰলৈ পঠিওৱাটো অবিবেচনাৰ কাম হব। কিন্তু এই কথাও মই স্পষ্টভাৱে কব খোজোঁ যে কোনো অঞ্চলতে আমাৰ কৰ্ত্তব্য পালনৰ ক্ষমতা ঢিলাই নিদিয়াকৈ যথা-সময়ত এই সৈন্যবোৰ যাতে নিয়োগ কৰিব পৰা যায় সেই কথা নিশ্চিত কৰিবলৈ সকলো আৱশ্যকীয় ব্যৱস্থা কালক্ৰমত হাতত লম বুলি মই ইচ্ছা কৰিছোঁ।

গতিকে অহা দিনবোৰত আৰু মাহবোৰত শান্তিৰ এই বিপদ প্ৰতিৰোধ কৰিবলৈ অতিৰিক্ত ব্যৱস্থা লবৰ বাবে কংগ্ৰেচক অনুৰোধ কৰিবলৈ অথবা মোৰ হাতত থকা নিৰ্ব্বাহিক ক্ষমতা (executive powers) প্ৰয়োগ কৰিবলৈ মই দ্বিধাবোধ নকৰিম। স্বাধীনতাৰ নিৰাপত্তাৰ বাবে আৱশ্যকীয় সকলো কামকে কৰিব লাগিব। তাৰ কাৰণে যদি অধিক মানুহৰ, বা অধিক কৰৰ বা অধিক নিয়ন্ত্ৰণৰ অথবা আন কোনো নতুন ক্ষমতাৰ দৰ্কাৰ হয়, তেনেহলে তাৰ কাৰণেও অনুৰোধ কৰিবলৈ মই কুণ্ঠাবোধ নকৰিম।……

…এই অনুৰোধবোৰৰ বোজা অনেক আমেৰিকান পৰিয়ালে বহন কৰিবলগীয়া হব, সেই কথা মই ভালদৰে জানো। অধ্যয়ন অথবা ব্যৱসায়ত বাধা পৰিব; স্বামী-পুত্ৰক মাতি নিয়া হব; কোনো কোনো ক্ষেত্ৰত আয় হ্ৰাস কৰা হব। কিন্তু স্বাধীনতাৰ হকে যুঁজিবলৈ হ'লে এই বোজাবিলাক বহন কৰিবই লাগিব। অতীতত আমেৰিকাবাসীয়ে আগ্ৰহেৰে সিবিলাক বহন কৰিছে, আৰু এতিয়াও কৰ্ত্তব্যৰপৰা তেওঁলোক পিছলি নপৰিব।…

…পুনৰ মই গুৰুত্ব আৰোপ কৰিব খুজিছোঁ এই কথাত যে আমাৰ পছন্দ কেৱল প্ৰতিৰোধ বা পশ্চাদপসৰণৰ মাজত অথবা আণৱিক ধ্বংসলীলা বা

আত্মসমৰ্পণৰ মাজতে নহয়। আমাৰ শান্তিকালীন সামৰিক-ব্যৱস্থা পৰম্পৰাগতভাৱে প্ৰতিৰক্ষামূলক ; কিন্তু আমাৰ কূটনৈতিক-ব্যৱস্থা তেনেকুৱা হোৱাৰ দৰ্কাৰ নকৰে। বাৰ্লিন-সংকটত আমাৰ প্ৰত্যুত্তৰ কেৱল সামৰিক অথবা নেতিবাচক নহব! কেৱল দৃঢ়ভাৱে থাকিলেই নহব। আলোচনাৰ মাধ্যম আৰু আলোচনাৰ গণ্ডী অইনক বাছি লবলৈ আৰু একচেটিয়া কৰি লবলৈ এৰি দিব আমি নোখোজোঁ। শান্তিপূৰ্ণ সমাধান বিচৰাৰ ক্ষেত্ৰত মানৱ-জাতিৰ প্ৰতি আমাৰ কৰ্ত্তব্য আমি পৰিহাৰ কৰিব নোখোজোঁ।

ৰাষ্ট্ৰসংঘৰ চনদত স্বাক্ষৰদাতা হিচাপে যুক্তি সহকাৰে কবলৈ আৰু শুনিবলৈ ইচ্ছা কৰা যি কোনো দেশৰে লগত আন্তৰ্জাতিক সমস্যাসমূহ আলোচনা কৰিবলৈ আমি সদায় প্ৰস্তুত থাকিম। দাবীৰ সলনি যদি তেওঁলোকে প্ৰস্তাৱ উত্থাপন কৰে, আমি শুনিম। যদি তেওঁলোকে আমাৰ অধিকাৰ কৰ্ত্তন কৰিবলৈ নিবিচাৰি বিচাৰে প্ৰকৃত বুজাপৰা, আমি তেওঁলোকৰ লগত সাক্ষাৎ কৰিম। পশ্চিম-বাৰ্লিনত থকা কোনো প্ৰকৃত বিৰক্তিকৰ ব্যৱস্থা আঁতৰাবলৈ আমাৰ ইচ্ছা আমি আগতেই প্ৰকাশ কৰিছোঁ ; কিন্তু সেই নগৰীৰ স্বাধীনতা আপোচৰ বিষয় নহয়। আমি কেতিয়াও তেনেকুৱা মানুহৰ লগত আপোচ-আলোচনা কৰিব নোৱাৰোঁ যি মানুহে কয়, "মোৰখিনি মোৰেই, আপোনাৰখিনি লৈ আপোচ-মীমাংসা কৰিব পৰা যায়।" কিন্তু স্বাধীনতা আৰু শান্তি-ৰক্ষাৰ লগত আৰু সকলো দেশৰে বৈধ নিৰপত্তা-স্বাৰ্থৰ লগত খাপ-খোৱা জাৰ্মেনি সম্বন্ধে যি কোনো ব্যৱস্থা বা চুক্তি বিবেচনা কৰিবলৈ আমি প্ৰস্তুত। বহুতো বিধ্বংসী আক্ৰমণৰ পাচত মধ্য আৰু পূব ইউৰোপত নিজৰ নিৰাপত্তাৰ বিষয়ে চোভিয়েট ইউনিয়নৰ ঐতিহাসিক উদ্বেগৰ কথা আমি স্বীকাৰ কৰোঁ ; আৰু আমি বিশ্বাস কৰোঁ যে এই উদ্বেগ নাইকিয়া কৰিবলৈ আৰু এই গণ্ডগোলীয়া অঞ্চলটোত' নিৰাপত্তা আৰু স্বাধীনতা দুয়োকো ৰক্ষা কৰিবলৈ উপায় উদ্ভাৱন কৰিব পৰা যায়।

কিয়নো আজিৰ জাৰ্মেনিত পশ্চিম-জাৰ্মেনিৰ স্বাধীনতা "অস্বাভাৱিক" নহয়, অস্বাভাৱিক সেই সমগ্ৰ বিভক্ত দেশখনৰ পৰিস্থিতি। যদি কোনোবাই বাৰ্লিনত আমাৰ অধিকাৰৰ বৈধতা সম্বন্ধে সন্দেহ কৰে, তেনেহলে সেই প্ৰশ্ন আন্তৰ্জাতিক বিচাৰাধীন কৰিবলৈ আমি প্ৰস্তুত আছোঁ। পূব-জাৰ্মেনিৰ লোকসকলৰ নিজৰ শাসন-ব্যৱস্থাৰ প্ৰতি থকা মনোভাবৰ লগত তুলনামূলক-ভাৱে পশ্চিম-বাৰ্লিনৰ বাইজৰ মাজত আমাৰ উপস্থিতিৰ জনপ্ৰিয়তা সম্বন্ধে

যদি কোনোবাই সন্দেহ কৰে, তেনেহলে সেই প্ৰশ্ন বাৰ্লিনত আৰু সম্ভৱ হ'লে গোটেই জাৰ্মেনিতে মুক্ত ভোটত দিবলৈ আমি ৰাজী আছোঁ। আৰু তেতিয়া পূব-জাৰ্মেনিৰ কমিউনিষ্ট শাসনৰপৰা পলাই অহা অঢ়ৈ নিযুত ভগনীয়াৰপৰা শুনিবলৈ পাম পশ্চিমীয়া স্বাধীনতাৰ হকে ভোট দিয়াৰ কথা।

বাৰ্লিনক যুদ্ধৰ উৰ্ব্বৰ ভূমি বুলি দেখুৱাব খোজা কমিউনিষ্ট প্ৰচেষ্টাই পৃথিৱীক ভুলাব নোৱাৰে। বাৰ্লিনত এতিয়া শান্তি আছে। বিশ্বৰ গোলমাল আৰু উত্তেজনাৰ উৎস হ'ল মস্কো, বাৰ্লিন নহয়; আৰু যুদ্ধ যদি হয়, তেনেহলে সি আৰম্ভ হব মস্কোতহে, বাৰ্লিনত নহয়।

কিয়নো যুদ্ধ অথবা শান্তি বাছি লব প্ৰধানত তেওঁলোকে, আমি নহয়। চোভিয়েটসকলেই এই সংকট জাগ্ৰত কৰি লৈছে। জোৰকৈ এটা পৰিবৰ্ত্তন আনিব খুজিছে তেওঁলোকেই। মুক্ত নিৰ্ব্বাচনৰ বিৰোধিতা কৰিছে তেওঁলোকেই। তেওঁলোকেই অগ্ৰাহ্য কৰিছে এটা সৰ্দো-জাৰ্মেনি শান্তি চুক্তি আৰু আন্তৰ্জাতিক আইনৰ ৰায়। আমাৰ নিজৰে প্ৰাচীন সীমান্তৰ বুৰঞ্জীৰপৰা আমেৰিকাবাসীয়ে জানে যে বন্দুকৰ যুদ্ধ সংঘটিত কৰে আইন পৰিত্যাগী-সকলে, শান্তিৰক্ষকসকলে নহয়।

মুঠ কথা, আমাৰ স্বাৰ্থৰক্ষা কৰিবলৈ আনি সাজু। লগতে শান্ত, অনুসন্ধানী আলোচনাৰে, আনুষ্ঠানিক অথবা অনিয়মিত (informal) সাক্ষাতৰ জৰিয়তে শান্তি সন্ধান কৰিবলৈও আমি প্ৰস্তুত। প্ৰাচ্য-প্ৰতীচ্য কাৰো চিন্তাধাৰাতেই সামৰিক বিবেচনাই প্ৰভুত্ব বিস্তাৰ কৰাটো আমি নিবিচাৰোঁ আৰু হয়তো মিঃ ক্ৰুশ্চেভে এদিন দেখিব যে এটা অৰ্থহীন চুক্তিত যোগদান কৰিবলৈ আন ৰাষ্ট্ৰবোৰক তেওঁ জনোৱা আমন্ত্ৰণ পৰিণত হৈছে শান্তিপ্ৰিয় মানৱ-সংস্থাত যোগ দিবলৈ, শক্তি-পৰিত্যাগত যোগদান কৰিবলৈ আৰু চুক্তিৰ মৰ্য্যাদাক সন্মান জনোৱাত যোগদান কৰিবলৈ তেওঁক জনোৱা আমন্ত্ৰণত।

এই সকলোবোৰ প্ৰচেষ্টা চলি থকাৰ লগে লগে আমি সামগ্ৰিক দায়িত্বৰ-পৰা, আন আন বিপদ আৰু কামবোৰৰপৰা আমাৰ মনোযোগ আঁতৰাব নালাগিব। বাৰ্লিন অথবা আন কোনো ঠাইত নতুন ভীতি প্ৰদৰ্শনৰ বাবে যদি আমি একেই উৎসৰপৰা ভয় পোৱা আন কোনো উন্নয়নশীল ৰাষ্ট্ৰলৈ আগঢ়োৱা আমাৰ সাহায্য দুৰ্ব্বল কৰিবলগীয়া হয়, বা বাস্তৱিক নিৰস্ত্ৰীকৰণৰ বাবে চলোৱা আমাৰ প্ৰচেষ্টা বন্ধ কৰিবলগীয়া অথবা আমাৰ অৰ্থনীতিৰ গতি ছিন্ন বা মন্দ কৰিবলগীয়া হয় নাইবা আমাৰ ল'ৰা-ছোৱালীবোৰৰ

শিক্ষা অৱজ্ঞা কৰিবলগীয়া হয় তেনেহলে সেই ভীতি-প্ৰদৰ্শন কমিউনিষ্ট ইতিহাসত সফলতম আৰু আটাইতকৈ কম খৰচী কৌশল হব। আমি সেই সকলোবোৰ প্ৰচেষ্টাকে কৰিব পাৰোঁ কিন্তু এই প্ৰত্যাহ্বান আমি নকৰাকৈ থাকিব নোৱাৰোঁ।

এই প্ৰত্যাহ্বান কেৱল আমাৰ প্ৰতিয়েই নহয়; স্বাধীনতাৰ পথেৰে সাৰ্ব্বভৌমত্ব প্ৰৱিপন্ন কৰিব খোজা প্ৰত্যেক ৰাষ্ট্ৰৰে প্ৰতি এই প্ৰত্যাহ্বান। মুক্ত অভিৰুচিৰ এখন জগত বিচৰা সকলো লোকৰ প্ৰতি এই প্ৰত্যাহ্বান। মানৱীয় স্বাধীনতাৰ প্ৰাণ-কেন্দ্ৰ আটলাণ্টিক-সংস্থাৰ প্ৰতি ই এক বিশেষ প্ৰত্যাহ্বান।

সামৰিক শক্তি গঠন কৰাত পশ্চিমত আমি সকলোৱে একগোট হৈ কাম কৰিব লাগিব। আগতকৈ বেছি ঘনিষ্টভাৱে এতিয়া আমি পৰস্পৰৰ ভিতৰত আলোচনা কৰিব লাগিব। আমাৰ শান্তি প্ৰস্তাৱ আমি একেলগে ৰচনা কৰিব লাগিব আৰু আলেচনা বৈঠকত আমি একেলগে সেইবোৰত জোৰ দি ধৰিব লাগিব; আৰু একেলগে আমি বহন কৰিব লাগিব এই প্ৰচেষ্টাৰ বোজা আৰু বিপদ।

আমি জনাত আটলাণ্টিক-সংস্থা গঠন কৰা হৈছিল প্ৰত্যাহ্বানৰ প্ৰত্যুত্তৰ হিচাপে: ১৯৪৭ চনৰ ইউৰোপীয় বিশৃঙ্খলাৰ প্ৰত্যাহ্বান; ১৮৪৮ চনৰ বাৰ্লিন অৱৰোধৰ প্ৰত্যাহ্বান; ১৯৫০ চনৰ কোৰিয়াত কমিউনিষ্ট আক্ৰমণৰ প্ৰত্যাহ্বান। এতিয়া এটা অভূতপূৰ্ব্ব প্ৰগতি-দশকৰ পিচত অধিক শক্তিশালী আৰু সমৃদ্ধিশালী হৈ আটলাণ্টিক-সংস্থাই তাৰ ইতিহাস অথবা তাক অৰ্থব্যঞ্জক ৰূপ দিয়া মূল-নীতিসমূহ পাহৰি নাযায়।

শান্তিৰ কালত পশ্চিম-বাৰ্লিনৰ প্ৰতি কৰা প্ৰতিজ্ঞা বিপদকালত আমি ভঙ্গ নকৰোঁ। আমি যদি বাৰ্লিনৰ প্ৰতি আমাৰ কৰ্ত্তব্য পালন নকৰোঁ তেনেহলে ভৱিষ্যতে আমি ক'ত থাকিম? যদি আমি এতিয়া তাত আমাৰ কথা ৰাখিব নোৱোৰোঁ, তেনেহলে সেই কথাৰ ওপৰত নিৰ্ভৰ কৰা আমাৰ সামূহিক নিৰপত্তাৰ বাবে আমি যিখিনি কৰিছোঁ সেই সকলোখিনি অথলে যাব। যদি যুদ্ধ নিমন্ত্ৰণ কৰা আৰু কিবা পথ আছে তেনেহলে সি দুৰ্ব্বলতা আৰু অনৈক্যৰ পথ।

আজি, স্বাধীনতাৰ বিপন্ন সীমান্ত গৈছে বিভক্ত বাৰ্লিনৰ মাজেৰে। এই সীমান্ত শান্তিৰ সীমান্ত হৈ থকাটো আমি বিচাৰোঁ। আটলাণ্টিক-সংস্থাৰ

প্ৰত্যেক নাগৰিকৰে সেই আশা; পূব-ইউৰোপৰ প্ৰত্যেক নাগৰিকৰে সেই আশা আৰু মোৰ বিশ্বাস চোভিয়েট ইউনিয়নৰো প্ৰত্যেক নাগৰিকৰে সেই আশা। কিয়নো মই বিশ্বাস কৰিব নোৱাৰোঁ যে যি ৰাচিয়াৰ বাইজে দ্বিতীয় মহাসমৰত বিৰাট ক্ষতি সাহসেৰে বহন কৰিছিল তেওঁলোকেই আকৌ এবাৰ জাৰ্মেনিত শান্তি ভঙ্গ হোৱা দেখিবলৈ ইচ্ছা কৰিব। চোভিয়েট চৰকাৰেহে কেৱল বাৰ্লিনৰ শান্তি-সীমান্তক যুদ্ধৰ অজুহাত বনাই লব পাৰে।

আজি ৰাতি মই প্ৰস্তাৱ কৰা এই ব্যৱস্থাবোৰৰ উদ্দেশ্য হ'ল যুদ্ধ এৰাই যোৱা। মুঠতে কব লাগিলে: আমি শান্তি বিচাৰোঁ; কিন্তু আমি আত্ম-সমৰ্পন নকৰোঁ। এই সংকটৰ মূল কথা হ'ল সেয়ে আৰু আপোনালোকৰ নীতিৰো অৰ্থ সেয়ে।

আপোনালোকৰ সহায়ত আৰু সকলো স্বাধীন মানুহৰ সহায়ত এই সংকট পাৰ হব পৰা যাব। স্বাধীনতা বিজয়ী হব। শাশ্বত হব শান্তি।

এটা মোৰ ব্যক্তিগত কথাৰে মই আজি সামৰণি মাৰিব খুজিছোঁ। যেতিয়া মই প্ৰেচিডেণ্ট-পদৰ কাৰণে প্ৰতিদ্বন্দ্বিতা কৰিছিলোঁ, তেতিয়া মই জানিছিলোঁ যে এই দেশ গুৰুতৰ প্ৰত্যাহ্বানৰ সমুখীন হৈছে; কিন্তু মই বুজিব পৰা নাছিলোঁ—আৰু এই পদৰ ভাৰ বহন নকৰা যি কোনো ব্যক্তিয়েই বুজিব নোৱাৰে সেই বোজবোৰ কিমান গধুৰ আৰু লেথাৰি-নিছিগা।

মোৰ জীৱন-কালতে আমাৰ দেশ আৰু ইউৰোপ তিনিবাৰ গুৰুতৰ যুদ্ধত লিপ্ত হৈছে। প্ৰত্যেকবাৰতেই দুয়ো-পক্ষই প্ৰতিপক্ষৰ মনোভাবৰ গুৰুতৰ-ভাৱে ভুল বিচাৰ কৰিছিল, যাৰ ফলত ধ্বংসলীলা সংঘটিত হৈছিল।

এতিয়া এই তাপ-পাৰমাণৱিক যুগত এক পক্ষই আন পক্ষৰ মনোভাব ভুল-বিচাৰ কৰিব লাগিলে কেইঘণ্টামানৰ ভিতৰতে মানৱ-ইতিহাসত আজিলৈকে ঘটা সকলোবোৰ যুদ্ধতে হোৱাতকৈ অনেক বেছি ধ্বংসলীলা ধাৰাসাৰে বৰ্ষিত হব পাৰে।

গতিকে প্ৰেচিডেণ্ট আৰু প্ৰধান-সেনাপতি হিচাপে মই আৰু সকলো আমেৰিকাবাসীয়েই অতি গভীৰ সংকটৰ মাজেৰে গৈ আছোঁ। আমাৰ সংবিধানৰ অধীনত এই দায়িত্ব মই আৰু চাৰে-তিনি বছৰ বহন কৰিম; কিন্তু মই নিশ্চিত যে বৃত্তি-নিৰ্ব্বিশেষে আমি সকলোৱে আমাৰ দেশৰ আৰু আমাৰ উদ্দেশ্যৰ বাবে পাৰ্য্যমানে কাম কৰিম। কিয়নো আমাৰ ল'ৰা-ছোৱালীবোৰ

এখন শান্তিপূৰ্ণ দেশ আৰু এখন স্বাধীনতাপূৰ্ণ পৃথিৱীত ডাঙৰ হোৱাটো আমি সকলোৱে বিচাৰোঁ।

মই জানো যে আমি কেতিয়াবা অধৈৰ্য্য হৈ পৰোঁ, শীঘ্ৰে কিবা এটা কৰিব বিচাৰোঁ যাতে আমাৰ বিপদ সোনকালে আঁতৰি যায়। কিন্তু মই আপোনালোকক কৈ থব খোজোঁ যে সেই সমস্যাৰ কোনো সহজ আৰু আশু সমাধান নাই। কমিউনিষ্টসকলে এক নিযুত নিযুত (এক বিলিয়ন) মানুহ নিয়ন্ত্ৰণ কৰে। তেওঁলোকে জানে যে আমি যদি থেৰোগেৰো কৰোঁ তেনেহলে তেওঁলোকৰ সফলতা আসন্ন।

আমি সেই সুদূৰ দিনলৈ বাট-চাব লাগিব যিদিনা আমি আমাৰ সাহস আৰু অধ্যৱসায়ৰ গুণত আমাৰ কাম্য-বস্তু পাম।

আগত দিন আৰু সপ্তাহবোৰৰ বাবে মই আপোনালোকৰ সহায় আৰু উপদেশ বিচাৰিছোঁ। আমি কিদৰে ভাল কৰিব পাৰোঁ বুলি আপোনালোকে ভাবে সেই বিষয়ে আপোনালোকৰ পৰামৰ্শ বিচাৰিছোঁ।

মই জানো, আমি সকলোৱে আমাৰ দেশক ভালপাওঁ; এই দেশৰ সেৱা কৰিবৰ কাৰণে আমি যথাসাধ্য চেষ্টা কৰিম।

অহা মাহকেইটাত প্ৰেচিডেণ্ট হিচাপে মোৰ দায়িত্ব পালন কৰাত মই আপোনালোকৰ শুভেচ্ছা, আপোনালোকৰ সমৰ্থন আৰু সৰ্ব্বোপৰি আপোনালাকৰ প্ৰাৰ্থনা কামনা কৰিছোঁ।

—ধন্যবাদ আৰু শুভৰাত্ৰি।

[ভাষণটোৰ আন অংশত প্ৰেচিডেণ্ট কৈছিল যে সেনাবাহিনীৰ কাৰণে তেওঁ কংগ্ৰেচক অতিৰিক্ত ৩·২৪৭ বিলিয়ন ডলাৰ অনুমোদন কৰিবলৈ অনুৰোধ কৰিছে,—তাৰে প্ৰায় আধাখিনি আণৱিক অস্ত্ৰ, খাৰ-বাৰুদ সা-সৰঞ্জামৰ বাবে ব্যয় কৰা হব; সৈন্যবাহিনীৰ মুঠ শক্তি ৮৭৫,০০০-ৰ-পৰা প্ৰায় ১,০০০,০০০ লৈ বৃদ্ধি কৰিবলৈ অনুৰোধ কৰিছে; নৌ আৰু বিমান বাহিনীত সক্ৰিয় সৈন্য-সংখ্যা ক্ৰমে ২৯,০০০জন আৰু ৬৩,০০০-জন বৃদ্ধি কৰিবলৈ অনুৰোধ কৰিছে; সংৰক্ষিত (reserve) দল আৰু ব্যক্তিবিলাকক মাতি আনিবলৈ কৰ্ত্তৃত্বৰ বাবে অনুৰোধ কৰিছে আৰু অৱসৰ লবলগীয়া জাহাজ আৰু বিমানবিলাক কামত ৰাখিবলৈ অথবা কাম কৰিবৰ কাৰণে মেৰামতি কৰাবলৈ নিৰ্দ্দেশ দিছে।]

## ত্ৰয়োদশ অধ্যায়

## শান্তি ৰক্ষা কৰিবলৈ

"তদাৰকীবিহীন নিৰস্ত্ৰীকৰণ এটা ছঁা মাত্ৰ আৰু আইনবিহীন সংস্থা মাথোঁ এটা খোলা।"

"সেই কাৰণেই আমাৰ ইচ্ছা হৈছে চোভিয়েট ইউনিয়নক আহ্বান কৰিবলৈ এক শান্তি-প্ৰতিযোগিতালৈ, অস্ত্ৰ-প্ৰতিযোগিতালৈ নহয়; আমাৰ লগত পদে পদে, খোপে খোপে আগবাঢ়িবলৈ যেতিয়ালৈকে সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ সাধন নহয়।"

"......এইটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে যে স্বায়ত্তশাসনৰ জোৱাৰে এতিয়াও কমিউনিষ্ট-সাম্ৰাজ্য ঢুকি পোৱা নাই।......পূৰ্ণভাৱে আমি ঔপনিবেশিকতাবাদৰ বিতৰ্ক কৰোঁ আহক আৰু পৃথিৱীৰ চুকে-কোণে স্বাধীন ইচ্ছাৰ নীতি আৰু মুক্ত গণভোটৰ পদ্ধতি প্ৰতিষ্ঠা কৰোঁ আহক।"

"......সেই চৰম, অন্ধকাৰ, অতল গহ্বৰৰ আমি যিমানেই ওচৰ-চপা যেন নাপাওঁ কিয়, কোনো শান্তিপ্ৰিয় আৰু স্বাধীন লোকেই নিৰাশ হোৱা উচিত নহয়।......যদি আমি সকলোৱে অধ্যৱসায় কৰিব পাৰোঁ, যদি আমি প্ৰত্যেক দেশতে আমাৰ নিজৰ সীমান্ত আৰু উচ্চাকাঙ্ক্ষাৰ বাহিৰলৈ চাব পাৰোঁ, তেনেহলে নিশ্চয় সেই যুগৰ উদয় হব যি যুগত বলী হব ন্যায়পৰায়ণ, নিৰ্ব্বলী নিৰাপদ আৰু শান্তি বিৰাজমান।"

"একেলগে আমি আমাৰ পৃথিৱীক বচাম অথবা একেলগে আমি ইয়াৰ অগ্নিশিখাত ধ্বংস হম।"

[ উত্তেজনাপূর্ণ পৃথিৱীৰ বিস্ফোৰণাত্মক ঘটনাৱলীৰ দ্বাৰা বাতৰি-কাকতৰ প্ৰথম পৃষ্ঠা গৰম কৰি নিৰস্ত্ৰীকৰণ-সূত্ৰ এটাৰ কাৰণে ধীৰ অন্বেষণ গোটেই বছৰ ধৰি চলিছিল। অভিষেক-ভাষণতে আৰম্ভ কৰি প্ৰেচিডেণ্ট কেনেডিয়ে কেবাবাৰো তেওঁৰ প্ৰধান ভাষণবিলাকত এই বিষয়ে কৈছিল। দৰাচলতে কেনেডি-প্ৰশাসনৰ এটা প্ৰধান বৈশিষ্ট্য হ'ল জাতীৰ নিৰপত্তাৰ লগত থাপ-খোৱা আৰু বিশ্বক পাৰমাণৱিক বিভীষিকাৰপৰা উদ্ধাৰ কৰিব পৰা নিৰস্ত্ৰীকৰণৰ পথ বাহিৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞা।

তেওঁৰ দ্বিতীয় যুক্তৰাজ্যৰ-প্ৰতি-বাণীত প্ৰেচিডেণ্টে পৰীক্ষা-বন্ধ চুক্তিক “নিৰস্ত্ৰীকৰণৰ পথত প্ৰথম গুৰুত্বপূৰ্ণ অত্যাৱশ্যকীয় পদক্ষেপ”বুলি কৈছিল। যুক্তৰাজ্যৰ ফালৰপৰা আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টা সত্ত্বেও এই প্ৰথম পদক্ষেপ পেলোৱা নহ'ল।

মে আৰু আগষ্ট মাহত দুখন সাংবাদিক সন্মিলনত দিয়া দুটা ঘোষণাত এই পটভূমি সুন্দৰভাৱে প্ৰতিফলিত হৈছে। ]

## পাৰমাণৱিক পৰীক্ষা

[ একাদশ সাংবাদিক সন্মিলন,
৫ মে, ১৯৬১ চন ]

জেনেভাত বহা পাৰমাণৱিক পৰীক্ষা-বন্ধ সন্মিলনৰ অৱস্থা সম্বন্ধে এই সপ্তাহত ৰাষ্ট্ৰদূৰ আৰ্থাৰ এইচ্ ডীনে মোক ৰিপোৰ্ট দিছে। পুনৰাৰম্ভ কৰা সন্মিলনখনৰ প্ৰথম দিনাখনেই যুক্তৰাজ্যই বৃটেইনৰ ঘনিষ্ঠ সহযোগত এলানি নতুন প্ৰস্তাৱ দাঙি ধৰিছিল; আৰু ১৮ এপ্ৰিল, ১৯৬১ চনত পূৰ্ণাঙ্গ পাৰমাণৱিক পৰীক্ষা-বন্ধ চুক্তিৰ খচৰা দাখিল কৰিছিল। যুক্তৰাজ্যৰ নতুন উদ্দেশ্য হ'ল এটা কাৰ্য্যকৰী মীমাংসাত উপনীত হবলৈ আন্তৰিকতাপূৰ্ণ আৰু যুক্তিসঙ্গত প্ৰচেষ্টা চলোৱা। এই আলোচনাত ই এটা অতি তাৎপৰ্য্যপূৰ্ণ সামগ্ৰিক প্ৰচেষ্টা। দুৰ্ভাগ্যক্ৰমে চোভিয়েট ইউনিয়নে এই আলোচনাত এটা নতুন কথা তুলিছে, যাৰ ফল কোনো তদাৰকী-ব্যৱস্থাৰ বিৰুদ্ধে সজা ভেটো স্বৰূপ হৈছে।

চোভিয়েট প্ৰস্তাৱমতে এখন তিনিজনীয়া শাসন-পৰিষদে তদাৰকী-কাৰ্য্য আৰু আন আন নিয়ন্ত্ৰণ-ব্যৱস্থাৱলী পৰিচালনা কৰিব। চোভিয়েট ইউনিয়নে আগতে সন্মত হোৱা মনোভাবৰ বিপৰীতে এই প্ৰস্তাৱে কাম কৰিছে। জেনেভাৰ এই বৈঠকৰ আগৰ আলোচনাত এই কথাত সন্মতি জনোৱা হৈছিল যে তদাৰকী-ব্যৱস্থাৰ মুৰব্বী হব এজন প্ৰশাসক; তেওঁ কাম কৰিব চুক্তি-পত্ৰত স্পষ্টভাৱে উল্লিখিত নিৰ্দ্দেশৰ গণ্ডীৰ ভিতৰত থাকি। চোভিয়েট ইউনিয়নে তাৰ সলনি কৈছে এক শাসন-পৰিষদৰ কথা; এই পৰিষদত প্ৰতিনিধি লোৱা হব কমিউনিষ্ট-গোষ্ঠী, পশ্চিমীয়া দেশসমূহ আৰু গোষ্ঠী-নিৰপেক্ষ ৰাষ্ট্ৰসমূহৰপৰা। ত্ৰৈব্যক্তিক-পৰিষদৰ ( triumvirate ) প্ৰত্যেক-জন সদস্যই কোনো কাম কৰিবলৈ হ'লে আন প্ৰতিজন সদস্যৰ লগতেই এক-মত হব লাগিব; আনকি তদাৰকী-ব্যৱস্থাৰ অপেক্ষাকৃতভাৱে পুঙ্খানুপুঙ্খ কথা কিছুমানো ভেটোৰ অধীন হব অথবা বিতৰ্কৰ বাবে দীৰ্ঘ-সূত্ৰী হব।

আমি স্বীকাৰ কৰোঁ যে চোভিয়েট ইউনিয়নে আমাৰ নতুন প্ৰস্তাৱবোৰ বিবেচনা কৰাৰ আগতেই তেওঁলোকৰ নিজৰ প্ৰস্তাৱ আগবঢ়াইছিল। তেওঁলোকে এতিয়া আমাৰ খচৰা চুক্তিখন বিবেচনা কৰি আছে আৰু আমি আশা কৰিছোঁ তেওঁলোকে বিবেচনা কৰিব সন্মতিসূচকভাৱে, কাৰণ এই গুৰুত্বপূৰ্ণ কথাটোত আমি এটা দায়িত্বপূৰ্ণ তাৰু কাৰ্য্যকৰী চুক্তিত উপনীত হবলৈ ব্যগ্ৰ। .. ..

[ পঞ্চদশ সাংবাদিক সন্মিলন,
১০ আগষ্ট, ১৯৬১ চন ]

.....চোভিয়েট ইউনিয়নে এটা নিৰাপদে ৰক্ষামূলক পৰীক্ষা-বন্ধ চুক্তি সম্পাদন কৰিবলৈ বৰ্ত্তমান প্ৰস্তুতি চলাইছে নে নাই চলোৱা সেই বিষয়ে নিশ্চিত হবৰ বাবে মই ৰাষ্ট্ৰদূত ডীনক ২৪ আগষ্টত জেনেভালৈ যাবলৈ কৈছোঁ।

মই আশা কৰিছোঁ, তেওঁ চোভিয়েট প্ৰতিনিধিসকলক বুজাব যে আমি প্ৰস্তাৱ কৰা পৰীক্ষা-বন্ধ চুক্তি—যাক গভীৰ আলোচনাৰ ভিত্তি হিচাপে লবলৈ আমি প্ৰস্তুত,—হ'ল পাৰমাণৱিক যুদ্ধৰ সম্ভাৱনা হ্ৰাস কৰিবৰ বাবে দৰ্কাৰী আৰু যুক্তিসঙ্গত উপায়; আমি কৃতকাৰ্য্য হব পাৰিলে সাধাৰণ নিৰস্ত্ৰীকৰণৰ সুদীৰ্ঘ পথত ই প্ৰশংসনীয় আৰম্ভণি হব।

তেওঁ জেনেভালৈ ঘূৰি যাব আমাৰ আশা আৰু প্ৰাৰ্থনা লৈ, আৰু মোৰ বিশ্বাস, এই ভয়ানক মাৰণাস্ত্ৰৰ অধিক বিস্তৃতিত উদ্বেগ প্ৰকাশ কৰা সমগ্ৰ মানৱ-জাতিৰে আশা আৰু প্ৰাৰ্থনা লৈ। এই সম্মিলন অতি গুৰুত্বপূৰ্ণ আৰু অতি সংকটপূৰ্ণ। মই আশা ৰাখিছোঁ যে এই আলাচনাত অংশ গ্ৰহণ কৰা সকলোৰেপৰা আমি অনুকূল সঁহাৰি পাম।

[ কিন্তু পৰৱৰ্ত্তী ঘটনাৱলীৰপৰা দেখা গ'ল যে যি সময়ত চোভিয়েট প্ৰতিনিধিসকলে জেনেভাত পৰীক্ষা-বন্ধ সূত্ৰ এটা উদ্ভাৱন কৰাৰ কথা গভীৰভাৱে আলোচনা কৰি আছিল সেই সময়েতে চোভিয়েট চৰকাৰে বায়ুমণ্ডলত এলানি পাৰমাণৱিক পৰীক্ষাৰ প্ৰস্তুতিও চলাই আছিল।

আগষ্টৰ শেষত চোভিয়েট ইউনিয়নে আগ-জাননী নিদিয়াকৈ পাৰমাণৱিক পৰীক্ষা পুনৰ আৰম্ভ কৰিলে। মিঃ ক্ৰুশ্চেভে প্ৰথম পৰীক্ষাটোৰ কথা,—পৰীক্ষা হৈ যোৱাৰ পিচত,—এটা যুদ্ধগন্ধী ভাষণেৰে ঘোষণা কৰিছিল; আৰু তাৰ পিচতে দ্ৰুতগতিত এলানি চোভিয়েট পাৰমাণৱিক বিস্ফোৰণ আকাশত চলিল। গধুৰ তালিকাৰে সম্পাদন কৰা এই পৰীক্ষাবোৰৰ বাবে নিশ্চয় মাহকে মাহ ধৰি সাৱধানে প্ৰস্তুতি চলোৱা হৈছিল।

ৱাচিংটনৰ প্ৰত্যুত্তৰো আছিল অবিলম্বিত। ৩০ আগষ্টত হোৱাইট হাউচে নিম্নোক্ত ঘোষণাটি প্ৰচাৰ কৰিছিল: ]

[ হোৱাইট হাউচৰপৰা ঘোষণা,
( ৩০ আগষ্ট, ১৯৬১ চন ) ]

চোভিয়েচ চৰকাৰৰ পাৰমাণৱিক পৰীক্ষা পুনৰাৰম্ভ কৰাৰ সিদ্ধান্ত গোটেই বিশ্বই গভীৰতম উদ্বেগ আৰু ৱিৰক্তিৰে গ্ৰহণ কৰিব। চোভিয়েট চৰকাৰৰ এই সিদ্ধান্তই পাৰমাণৱিক বিকীৰণৰ ( fallout ) বিপদ বৃদ্ধি কৰি গোটেই বিশ্বতেই মানৱ-জীৱন বিপন্ন কৰিছে। চোভিয়েট চৰকাৰৰ এই সিদ্ধান্তই অস্ত্ৰৰ প্ৰতিযোগিতা হ্ৰাস কৰিবৰ কাৰণে কৰা মানৱ-জাতিৰ কামনাক অৱজ্ঞা কৰিছে। চোভিয়েট চৰাকাৰৰ এই সিদ্ধান্তই তাপ-পাৰমাণৱিক ধ্বংসলীলাৰ বিভীষিকা বৃদ্ধি কৰি গোটেই বিশ্বৰ কাৰণেই এটা ভীতিৰ সৃষ্টি কৰিছে। চোভিয়েট চৰকাৰৰ এই সিদ্ধান্তই সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণৰ বিষয়ে তেওঁলোকৰ কথাবোৰৰ কপটতা প্ৰকাশ কৰিছে।

পাৰমাণৱিক পৰীক্ষাৰ সমাপ্তি সাধিবলৈ এটা চুক্তিত উপনীত হবৰ বাবে জেনেভাত হোৱা আলাপ-আলোচনালৈ গোটেই বিশ্বই তিনি বছৰ ধৰি আগ্ৰহেৰে বাট-চাই আছিল। যোৱা মাৰ্চ মাহলৈকে ধীৰ হলেও উৎসাহ-জনক প্ৰগতি লাভ কৰা যেন দেখা গৈছিল। সেই সময়তে চোভিয়েট ইউনিয়নে গুৰুত্বপূৰ্ণ কথাবিলাকত তেওঁলোকৰ আগৰ মত পৰিবৰ্ত্তন কৰিলে; চোভিয়েটৰ প্ৰকাশ্য মতামতৰ লগত বুজাপৰাত আহিবৰ বাবে যুক্তৰাজ্য আৰু বৃটেইনে কৰা আন্তৰিক প্ৰচেষ্টাবোৰ আলেচনা কৰিবলৈ অস্বীকাৰ কৰিলে; আৰু পাৰমাণৱিক পৰীক্ষা বন্ধ কৰা চুক্তিৰ পথ ৰুদ্ধ কৰি দিলে। তথাপিও এটা চুক্তিত উপনীত হবৰ বাবে যি কোনো সম্ভাব্য সুযোগকে নেহেৰুওৱাৰ উদ্দেশ্যে যুক্তৰাজ্য আৰু বৃটেইন আলোচনা বৈঠকত ৰৈ আছিল। এই সপ্তাহতো ৰাষ্ট্ৰদূত ডীনে এটা কাৰ্য্যকৰী, আন্তৰ্জাতিক নিয়ন্ত্ৰনাধীন পৰীক্ষা-বন্ধ চুক্তি সম্পাদন কৰাৰ আশাত আকৌ নতুন প্ৰস্তাৱ কৰিছে। যুক্তৰাজ্যৰ অনুৰোধতে সাধাৰণ পৰিষদৰ অহা বৈঠকত এই বিষয়ে জৰুৰী আলোচনা চলাবলৈ ঠিক কৰা হৈছে এই আশাত যে গঠনমূলক বিতৰ্কই জেনেভাৰ অচলাৱস্থা অতিক্ৰম কৰাৰ পথ-প্ৰদৰ্শন কৰিবও পাৰে।

চোভিয়েট পাৰমাণৱিক অস্ত্ৰ-পৰীক্ষা পুনৰাৰম্ভ কৰাৰ ঘোষণাত অজুহাত হিচাপে দেখুওৱা হৈছে সেই সংকটক, যি সংকট বাৰ্লিন আৰু জাৰ্মেনিৰ শান্তি ভঙ্গ কৰাৰ ভাবুকি দি তেওঁলোকে নিজেই সৃষ্টি কৰিছে। চোভিয়েট আক্ৰমণৰ বিৰুদ্ধে সাহসেৰে থিয় হৈ থাকিব খোজা লোকৰ বিৰুদ্ধে তেওঁলোকে কৰা এনেকুৱা অভিযোগ এয়েই প্ৰথম নহয়। তাৰোপৰি এই পৰীক্ষা পুনৰাৰম্ভ কৰাৰ লগতে তেওঁলোকে যোগ দিছে বিৰাট আকাৰৰ অস্ত্ৰৰ ভাবুকি। কিন্তু তেওঁলোকে জনা উচিত যে তাৰদ্বাৰা পৃথিৱী কেতিয়াও ভীত নহয়।

চোভিযেটৰ এই ব্যৱহাৰৰ উদ্দেশ্য আৰু অভিপ্ৰায় এতিয়া স্পষ্ট হৈছে: আণৱিক অস্ত্ৰ-পৰীক্ষাৰ বাবে মুকলি হৈ থাকিবলৈ চোভিয়েট চৰকাৰে গভীৰ আলাপ-আলোচনা ত্যাগ কৰিব খুজিছিল।

কাৰ্য্যকৰী ৰক্ষণাবেক্ষণ-সহ পাৰমাণৱিক অস্ত্ৰৰ পৰীক্ষা বন্ধ কৰাৰ চুক্তি এটাৰ গুৰুত্ব সম্বন্ধে বিশ্বৰ জনমতৰ লগত আমি এতিয়াও একমত। তেনেকুৱা চুক্তিয়ে অস্ত্ৰ-প্ৰতিযোগিতা অন্ত কৰাৰ পথ মুকলি কৰিব। ক্ৰমাগত বেছি শক্তিশালী অস্ত্ৰৰ স্তূপ পৰ্ব্বত প্ৰমাণ হোৱাটো বন্ধ কৰিব। পাৰমাণৱিক যুদ্ধৰ ভয়ো হ্ৰাস হব।

পাৰমাণৱিক যুদ্ধৰ সম্ভাৱনা হ্রাস কৰিব পৰা এইবোৰ পথ ৰুদ্ধ কৰি দিছে পাৰমাণৱিক পৰীক্ষা পুনৰ আৰম্ভ কৰিবলৈ লোৱা চোভিয়েটৰ একপক্ষীয় সিদ্ধান্তই। ৰাষ্ট্রসংঘক সম্পূর্ণৰূপে অমান্য কৰি লোৱা এই সিদ্ধান্তৰ বাবে বিশ্ববাসীৰ আগত চোভিয়েট ইউনিয়ন গভীৰভাৱে দায়ী। চোভিয়েটৰ এই সিদ্ধান্তই পাৰমাণৱিক পৰীক্ষাৰ বিৰতিকাল এনেদৰে অন্ত কৰাৰ পিচত যুক্তৰাজ্যই নিজৰ জাতিৰ স্বাৰ্থৰ খাতিৰত আৱশ্যকীয় সিদ্ধান্ত লবলৈ বাধ্য হৈছে।

এইবোৰকে ভাবি-গুণি ৰাষ্ট্রদূত আৰ্থাৰ ডীনক সোনকালে জেনেভাৰ-পৰা আহিবলৈ মাতি পঠিওৱা হৈছে।

[ তিনিদিন পিচত প্রেচিডেণ্ট কেনেডি আৰু বৃটেইনৰ প্রধান মন্ত্রী মেক্‌মিলনে এটা ৰাজনীতিজ্ঞোচিত প্রস্তাৱ দাঙি ধৰিছিল ঃ ]

## [ হোৱাইট হাউচৰপৰা ঘোষণা,
## ( ৩ চেপ্টেম্বৰ, ১৯৬১ চন ) ]

যুক্তৰাজ্যৰ প্রেচিডেণ্ট আৰু বৃটেইনৰ প্রধানমন্ত্রী মেক্‌মিলনে চেয়াৰমেন ক্রুশ্চেভৰ প্রতি প্রস্তাৱ কৰে যে তিনিও চৰকাৰে তেজস্ক্রিয় বিকীৰণ ঘটোৱা বায়ুমণ্ডলীয় পৰমাণৱিক পৰীক্ষা নকৰিবলৈ শীঘ্রে সন্মত হওক।

তেওঁলোকৰ এই প্রস্তাৱ কৰাৰ উদ্দেশ্য হ'ল বায়ুমণ্ডল দূষিতকৰণৰ ফলস্বৰূপে হোৱা বৰ্দ্ধমান বিপদৰপৰা মানৱ-জাতিক ৰক্ষা কৰা আৰু আন্তজাতিক উত্তেজনা উপশম কৰাত বৰঙণি যোগোৱা।

এই প্রস্তাৱৰ প্রতি তেওঁৰ সমৰ্থনৰ কথা আৰু বায়ুমণ্ডলীয় পৰীক্ষা বন্ধ কৰাৰ কথা তাঁৰযোগে জনাবলৈ চেয়াৰমেন ক্রুশ্চেভক তেওঁলোকে অনুৰোধ কৰিছে।

তেওঁলোকে আকৌ অনুৰোধ কৰিছে যে তেওঁলোকৰ প্রতিনিধিসকলে এই সন্মতি লিপিবদ্ধ কৰিবলৈ ৯ চেপ্টেম্বৰৰ ভিতৰতে জেনেভাত সন্মিলিত হওক আৰু সেই কথা ৰাষ্ট্রসংঘৰ ওচৰত দাখিল কৰক। তেওঁলোকে আন্তৰিকতাৰে বিশ্বাস কৰে যে চোভিয়েট ইউনিয়নে এই প্রস্তাৱ সমৰ্থন কৰিব। ওপৰত উন্মুকিওৱা কালৰ বাবে এই প্রস্তাৱ বহাল থাকিব।

তেওঁলোকে আঙুলিয়াই দিছে যে যুক্তৰাজ্য আৰু বৃটেইনে বায়ুমণ্ডলীয় পাৰমাণৱিক পৰীক্ষাৰ ক্ষেত্ৰত বৰ্ত্তমানৰ নিৰীক্ষণ ব্যৱস্থাৰ ( means of detection ) ওপৰতে নিৰ্ভৰ কৰিবলৈ প্ৰস্তুত। তেওঁলোকে বৰ্ত্তমানৰ নিৰীক্ষণ-ব্যৱস্থাকে পৰ্য্যাপ্ত বুলি ভাবে আৰু অতিৰিক্ত কোনো নিয়ন্ত্ৰণ-ব্যৱস্থাৰ পৰামৰ্শ দিয়াৰ কথা ভবা নাই। কিন্তু আন আন পৰীক্ষা-প্ৰণালীতো বলবৎ হব পৰা এটা পৰমাণৱিক পৰীক্ষা-বন্ধ চুক্তি সম্পাদন কৰিবলৈ তেওঁলোকে গভীৰ আশা প্ৰকাশ কৰে আৰু তেনে চুক্তি সম্পাদনৰ পথত চোভিয়েট চৰকাৰে বাধা দিয়াৰ বাবে দুখ প্ৰকাশ কৰে।

[ এই প্ৰস্তাৱ কিন্তু গৃহীত নহ'ল। ৫ চেপ্টেম্বৰত প্ৰেচিডেণ্ট কেনেডিয়ে নিম্নোক্ত ঘোষণাটি কৰিছিল : ]

[ হোৱাইট হাউচৰপৰা ঘোষণা,
( ৫ চেপ্টেম্বৰ, ১৯৬১ চন ) ]

চোভিয়েট চৰকাৰৰ অবিৰত পৰীক্ষা-কাৰ্য্য দেখি গৱেষণাগাৰ আৰু ভূ-গৰ্ভত বিকীৰণহীন পাৰমাণৱিক পৰীক্ষা পুনৰ আৰম্ভ কৰিবলৈ মই আজি নিৰ্দ্দেশ দিছোঁ। পৰমাণৱিক পৰীক্ষা বন্ধ কৰিবৰ বাবে সকলো যুক্তিসঙ্গত প্ৰচেষ্টাকে কৰিছিলোঁ। কিন্তু চোভিয়েট চৰকাৰৰ কাৰ্য্য দেখি বিবেচনাপূৰ্ণ সকলো ব্যৱস্থাকে আমি লবলৈ বাধ্য হৈছোঁ। নিজৰ নাগৰিকৰ প্ৰতি আৰু আন আন ৰাষ্ট্ৰৰ নিৰাপত্তাৰ প্ৰতি থকা যুক্তৰাজ্য চৰকাৰৰ দায়িত্ব পালনৰ আন কোনো বিকল্প পন্থা নাই। সকলো বিকীৰণপূৰ্ণ পৰীক্ষাকে বন্ধ কৰিবৰ বাবে চুক্তি সম্পাদন কৰিবলৈ কৰা আমাৰ প্ৰস্তাৱ ৯ চেপ্টেম্বৰলৈ বহাল আছে।

# ৰাষ্ট্ৰসংঘত ভাষণ

[ চেপ্টেম্বৰ মাহটো উত্তেজনা আৰু আঘাতৰ মাহ আছিল। প্ৰত্যেক দিনেই বায়ুমণ্ডলত কৰা চোভিয়েট পাৰমাণৱিক পৰীক্ষাৰ নতুন নতুন খবৰ আহিছিল। বাৰ্লিনত ঘটনা-চক্ৰই দিনে দিনে এটা ভয়ানক চৰম-বিন্দুৰ ওচৰ-চাপি যোৱা যেন লাগিছিল। তাৰ ভিতৰতে মাহটোৰ মাজভাগত এটা বিমান দুৰ্ঘটনাত ডাগ হেমাৰ্শ্বিল্ডৰ আফ্ৰিকাত মৃত্যু হয়। এটা শান্তি যাত্ৰাত তেওঁ মৃত্যু বৰণ কৰে।

ৰাষ্ট্ৰসংঘৰ সাধাৰণ পৰিষদ এটা বিষাদ আৰু উদ্বেগৰ পৰিস্থিতিৰ মাজত আৰম্ভ হৈছিল। এই পটভূমিত ২৫ চেপ্টেম্বৰত প্ৰেচিডেণ্ট কেনেডিয়ে ৰাষ্ট্ৰসংঘত এটি স্মৰণীয় ভাষণ দিছিল। ]

[ ৰাষ্ট্ৰসংঘত ভাষণ,
২৫ চেপ্টেম্বৰ, ১৯৬১ চন ]

( ১ )

এটা দুখ আৰু প্ৰত্যাহ্বানৰ মুহূৰ্ত্তত আমি আজি সন্মিলিত হৈছোঁ। ডাগ হেমাৰ্শ্বিল্ড আৰু ইহ সংসাৰত নাই। কিন্তু ৰাষ্ট্ৰসংঘ বাচি আছে। তেওঁৰ শোকাবহ মৃত্যুৱে আমাৰ অন্তৰৰ অন্তঃস্থলত আঘাত কৰিছে। কিন্তু যি কামৰ বাবে তেওঁ মৃত্যু বৰণ কৰিলে সেই কাম আমাৰ কাৰ্য্যসূচীৰ শীৰ্ষস্থানত আছে। শান্তিৰ এজন মহান সাধক গুচি গ'ল। কিন্তু শান্তি-সাধনা আমাৰ আগত আছে।

এজন ব্যক্তিৰ মৃত্যু সমস্যা নহয়, সমস্যা হ'ল এই অনুষ্ঠানৰ জীৱন। এই অনুষ্ঠানে আমাৰ যুগৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবৰ বাবে শক্তিশালী হৈ উঠিব অথবা নিঃশেষ হৈ যাব, কোনো প্ৰভাৱ নৰখাকৈ, শক্তি নৰখাকৈ, সন্মান নৰখাকৈ। আমি যদি ইয়াক ধ্বংস কৰোঁ, ইয়াক যদি দুৰ্ব্বল কৰোঁ, ইয়াৰ ক্ষমতা যদি পঙ্গু কৰি পেলাওঁ, তেনেহলে আমাৰ ভৱিষ্যৎ অন্ধকাৰ হব।

কিয়নো, যুদ্ধৰ বিকল্প পন্থা নিৰ্ভৰ কৰিছে এই অনুষ্ঠানৰ শক্তিৰ ওপৰত··· আৰু যুদ্ধক এতিয়া কোনেও যুক্তিসঙ্গত পন্থা বুলি নভাবে। চৰ্ত্তবিহীন যুদ্ধই

এতিয়া আৰু চৰ্তবিহীন বিজয় আনিব নোৱাৰে। যুদ্ধই কোনো বিবাদো মীমাংসা কৰিব নোৱাৰে। আৰু ই কেৱল বৃহৎ শক্তিবৰ্গৰ লগতেই সংশ্লিষ্ট নাথাকে। কিয়নো বতাহ, পানী আৰু ভয়ে বিয়পাব পৰা পাৰমাণৱিক বিপদে ডাঙৰ-সৰু, ধনী-গৰীব, গোষ্ঠীভুক্ত-গোষ্ঠীবহির্ভূত সকলোকে সমানে গ্রাস কৰিব পাৰে। মানুহে যুদ্ধ শেষ কৰিব লাগিব অথবা যুদ্ধই মানুহক নিঃশেষ কৰিব।

গতিকে আমি মনস্থ কৰোঁ আহক যে ডাগ হেমাৰ্ষিল্ডে অনাহকত জীয়াই থকা নাছিল অথবা মৃত্যুবৰণ কৰা নাই। সন্ত্রাস আমি দূৰ কৰোঁ আহক। শান্তিৰ আশীৰ্ব্বাদ আমি প্রার্থনা কৰোঁ আহক। শান্তি ৰক্ষা কৰিবলৈ আন্তৰ্জাতিক ক্ষমতা লাভ কৰাৰ লগতে আমাৰ জাতীয় যুদ্ধ-ক্ষমতা পৰিহাৰ কৰোঁ আহক।

## ( ২ )

ইয়াৰ বাবে ৰাষ্ট্ৰসংঘই নতুন শক্তি আৰু নতুন ৰূপ লব লাগিব। কিয়নো তদাৰকীবিহীন নিৰস্ত্ৰীকৰণ ছাঁ মাত্র; আৰু আইনবিহীন কোনো সংস্থা এটা খোলা মাত্র। ইতিমধ্যে ৰাষ্ট্ৰসংঘ উদাৰতম মানৱীয় আবেগৰ জোখ আৰু বাহন হৈ পৰিছে। ইতিমধ্যে এই অনুষ্ঠানে মধ্য-প্ৰাচ্যত, এচিয়াত, আফ্রিকাত—এই বছৰ কঙ্গোত—হিংস্রতাক বান্ধোনৰ ভিতৰত ৰখাৰ উপায় দিছে।

কিন্তু এই সংঘই ১৯৪৫ চনত সমুখীন হোৱা বিৰাট প্রশ্নটো এতিয়াও আমাৰ সমুখত আছে: ত্রাস আৰু ভাঙনে মানুহৰ প্ৰগতি আৰু স্বাধীনতাৰ বাবে আন্তৰিক আকাঙ্ক্ষাক ধ্বংস কৰিব পাৰে নে নোৱাৰে? যুদ্ধৰ "বিষাক্ত বায়ু"ক যথা-সময়ত বন্ধ কৰি মুক্তিৰ মলয়া বতাহ বোৱাব পৰা যায় নে নেযায়? আমাৰ 'চনদে' শান্তি, প্ৰগতি, মানৱীয় অধিকাৰ আৰু বিশ্ব-বিধি ৰক্ষা কৰিবলৈ কৰা প্রতিজ্ঞা ৰাখিব পৰা যাব নে নেযায়?

এই সভাঘৰত তিনিটা গোষ্ঠী নাই, আছে মাথোঁ দুটা। এটাই বিচাৰিছে চনদৰ প্ৰথম আৰু দ্বিতীয় দফাত বর্ণিত পৃথিৱীখন গঢ়িবলৈ, আৰু আনটোৱে এখন বেলেগ পৃথিৱীৰ অন্বেষণত এই অনুষ্ঠানক ধ্বংস কৰিবলৈ।

আজিৰ নিচিনা এটা দিনত চনদলৈ আমাৰ শ্রদ্ধা অটুট ৰাখিব লাগিব। প্রথমতঃ, সচিব-প্রধানৰ দায়িত্ব বহন কৰিবলৈ এজন বিশিষ্ট অসামৰিক বিষয়া

( civil servant ) নিৰ্ব্বাচিত কৰি এই অনুষ্ঠানক শক্তিশালী কৰিব লাগিব। তেওঁ এনেকুৱা ব্যক্তি হব লাগিব যিয়ে বিজ্ঞতা আৰু ক্ষমতাৰে এই বিশ্ব-সংস্থাৰ নৈতিক শক্তিক অৰ্থপূৰ্ণ কৰিব পাৰিব। ৰাষ্ট্ৰসংঘৰ কাম কৰাৰ নৈতিক কৰ্ত্তব্যক স্বৰ্গীয় সচিব-প্ৰধানে পুষ্ট আৰু তীক্ষ্ণ কৰিছিল। কিন্তু তেওঁ সেইটো নিজে আবিষ্কাৰ কৰা নাছিল। চনদতে সেইকথা আছিল। এতিয়াও সেই কথা চনদত আছে।

মিঃ হেমাৰ্শ্বিল্ডৰ স্থান পূৰণ কৰাটো যিমানেই কঠিন নহওক কিয়, তিনিজনতকৈ এজনেৰেহে ভালদৰে পূৰণ কৰিব পৰা যাব। আনকি ট্ৰয়কাৰ ( troika ) তিনিটা ঘোঁৰাৰ কাৰণেও তিনিজন ভিন্নমুখী চালক নাথাকে; মাত্ৰ এজনহে থাকে। সেইদৰে ৰাষ্ট্ৰসংঘৰ প্ৰশাসনত ত্ৰৈব্যক্তিক শাসন-পৰিষদ ( triumvirate ) অথবা আন কোনো ঘূৰ্ণ্যমান কৰ্ত্তৃত্ব ( rotating authority ) প্ৰতিষ্ঠা কৰিলে শৃঙ্খলাৰ ঠাই লব অৰাজকতাই, কামৰ ঠাই লব নিষ্ক্ৰিয়তাই আৰু আস্থাৰ ঠাই লব খেলিমেলিয়ে।

প্ৰকৃতাৰ্থত সচিব-প্ৰধান সাধাৰণ পৰিষদৰ সেৱক। তেওঁৰ ক্ষমতা হ্ৰাস কৰক, সকলো ৰাষ্ট্ৰই শক্তি-নিৰ্ব্বিশেষে সমান আৰু সাৰ্ব্বভৌম স্থান পোৱা একমাত্ৰ অনুষ্ঠানটিৰ ক্ষমতা হ্ৰাস পাব। শক্তিশালী সকলোৱে ন্যায়পৰায়ণ নোহোৱালৈকে কেৱল এই অনুষ্ঠানৰ শক্তিৰ বলতহে নিৰ্ব্বলী নিৰাপদ হৈ থাকিব পাৰিব।

কাৰ্য্যকৰী, স্বাধীন শাসন-নিৰ্ব্বাহ আৰু পৰিমিত (balanced) প্ৰতিনিধিত্ব একে কথা নহয়। স্থাপনৰ পিচৰপৰাই ৰাষ্ট্ৰসংঘৰ সদস্য-সংখ্যাৰ বিৰাট পৰিবৰ্ত্তন ঘটিছে যাৰ ফলত ইয়াৰ শাখাবিলাকৰ গঠন-ব্যৱস্থাৰ পুনৰ পৰীক্ষা আৰু সংশোধনৰ আৱশ্যক হৈ পৰিছে, তেনেকুৱা যি কোনো প্ৰচেষ্টাতে আমেৰিকাৰ প্ৰতিনিধিদলে নিশ্চয় যোগদান কৰিব।

কিন্তু এই অনুষ্ঠানক তিনিজন চালক দিয়া আৰু প্ৰত্যেক বৃহৎ শক্তিকে নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ সুবিধা দিয়া মানে শান্তিৰ এই ঘৰ-ঘৰত শীতল যুদ্ধক বাহ দিয়া। সেই ব্যৱস্থাৰপৰা মোৰ দেশ বৃহৎ শক্তি হিচাপে যি সুবিধাই নাপাওক লাগিলে আমি সেই ব্যৱস্থা নামঞ্জুৰ কৰোঁ। কিয়নো সৰ্ব্বব্যাপী ধ্বংসৰ যুগত বিশ্ব-যুদ্ধতকৈ স্বায়ত্ত-শাসনৰ যুগত বিশ্ব-অনুশাসন বহুত বেছি ভাল।

আমাৰ এই গ্ৰহটো হয়তো এদিন বাসৰ উপযোগী হৈ নাথাকিব পাৰে; ইয়াৰ প্ৰত্যেক অধিবাসীয়ে সেই দিনটোৰ বিষয়ে চিন্তা কৰিব লাগিব। প্ৰত্যেক পুৰুষ, প্ৰত্যেক তিৰোতা, প্ৰত্যেক ল'ৰা-ছোৱালীয়ে ডেম'ক্লচৰ পাৰমাণৱিক তৰোৱালৰ তলত বাস কৰি আছে,—অতি ক্ষীণ সূতাৰে ওঁৰা সেই তৰোৱাল দুৰ্ঘটনাক্ৰমে বা ভুল হিচাপৰ ফলত অথবা বলিয়ালিৰ ফলত ছিঙি পৰি যি কোনো মুহূৰ্ত্তত আমাক কাটি টুটুকুৰ কৰি পেলাব পাৰে। যুদ্ধৰ অস্ত্ৰ আমি ধ্বংস কৰিব লাগিব, সিবিলাকে আমাক ধ্বংস কৰাৰ আগতেই।

অস্ত্ৰ-শস্ত্ৰ উত্তেজনাৰ লক্ষণ নে কাৰণ সেই বিষয়ে আজি আৰু মানুহে তৰ্ক নকৰে। ইয়াৰ আগতে মানুহে দেখাতকৈ দহ নিযুক্ত-গুণ বেছি ধ্বংসাত্মক আৰু পৃথিৱীৰ যি কোনো লক্ষ্যবস্তুৰেপৰা মাত্ৰ কেইমিনিটমানৰ দূৰত্বত থকা আধুনিক অস্ত্ৰ-শস্ত্ৰৰ উপস্থিতিয়েই ত্ৰাস, বিবাদ আৰু অবিশ্বাসৰ উৎস। মানুহে এতিয়া আৰু নাভাবে যে নিৰস্ত্ৰীকৰণৰ বাবে সকলো বিবাদৰে আগতে ওৰ পৰালৈকে বাট চাব লাগিব, কাৰণ নিৰস্ত্ৰীকৰণ যি কোনো স্থায়ী মীমাংসাৰ অংশ হব লাগিব। মানুহে এতিয়া আৰু নাভাবে যে নিৰস্ত্ৰীকৰণৰ বাবে ইচ্ছা কৰা মানে দুৰ্ব্বলতাৰ পৰিচয় দিয়া, কাৰণ বাঢ়ি-অহা অস্ত্ৰ-প্ৰতিযোগিতাত এখন দেশৰ নিৰাপত্তা তাৰ অস্ত্ৰ বঢ়াৰ লগে লগে হয়তো সঙ্কুচিত হবও পাৰে।

পোন্ধৰ বছৰ ধৰি এই অনুষ্ঠানে অস্ত্ৰ-শস্ত্ৰ হ্ৰাস আৰু ধ্বংস কৰিবলৈ বিচাৰি আহিছে। এতিয়া আৰু সেই লক্ষ্য সপোন হৈ থকা নাই, ই এক জীৱন-মৰণৰ বাস্তৱ সমস্যা। নিৰস্ত্ৰীকৰণৰ বিপদ সীমাহীন অস্ত্ৰ-প্ৰতিযোগিতাৰ বিপদৰ আগত সামান্যতৰ।

এই চিন্তাৰদ্বাৰা পৰিচালিত হৈ, ই যে কেৱল আমেৰিকাৰে বা চোভিয়েটৰে সমস্যা নহয়, গোটেই মানৱ-জাতিৰে সমস্যা সেই কথা বুজি পাই, অলপতে বেলগ্ৰেড সন্মিলনত "সাধাৰণ, সম্পূৰ্ণ আৰু বিশেষকৈ আন্তৰ্জাতিক নিয়ন্ত্ৰণাধীন নিৰস্ত্ৰীকৰণৰ" আঁচনি গ্ৰহণ কৰা হৈছে। সেই একেই চিন্তাৰদ্বাৰা অনুপ্ৰাণিত হৈ আমি যুক্তৰাজ্যত নতুন তৎপৰতাৰে আৰু কংগ্ৰেচে অলপতে অনুমোদন কৰা এটা নতুন সংস্থাৰ জৰিয়তে এই বছৰ চেষ্টা কৰিছোঁ। নিৰস্ত্ৰীকৰণৰ এনে এটা পন্থা বাহিৰ কৰিবলৈ যি পন্থা হব সুদূৰপ্ৰসাৰী কিন্তু বাস্তৱ, আৰু

এনেকুৱা পৰিমিত আৰু উপযোগী যে সকলো দেশে তাক গ্ৰহণ কৰিব পাৰে। আকৌ সেই একেই চিন্তাধাৰাতে আমি চোভিয়েট ইউনিয়নৰ সম্মতিক্ৰমে দুয়ো দেশেই মানি লোৱা "সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ" নামেৰে আলোচনাৰ বাবে নতুনকৈ সম্মত নীতিসমূহৰ এটা ঘোষণা প্ৰকাশ কৰিছোঁ।

কিন্তু আমি সম্পূৰ্ণ সজ্ঞাত যে সকলোবোৰ নীতিগত প্ৰশ্নৰে মীমাংসা হোৱা নাই, আৰু কেৱল নীতিয়েই যথেষ্ট নহয়। গতিকেই আমাৰ ইচ্ছা হৈছে চোভিয়েট ইউনিয়নক আহ্বান কৰিবলৈ এক শান্তি-প্ৰতিযোগিতালৈ, অস্ত্ৰ-প্ৰতিযোগিতালৈ নহয়; আমাৰ লগত পদে পদে, খোপে খোপে আগবাঢ়িলৈ যেতিয়ালৈকে সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ সাধন নহয়। আমি এতিয়া তেওঁলোকক আহ্বান কৰিছোঁ নীতিগত মিলৰো ওপৰলৈ যাবলৈ, প্ৰকৃত সমস্যাৰ সাধন লভিবলৈ।

যিবিলাকে ক্ৰমগতিত কাম কৰিব খোজে আৰু যিবিলাকে কেৱল শেষ আৰু সম্পূৰ্ণ সাধনৰ কথা কয় তেওঁলোকৰ মাজৰ প্ৰভেদ আঁতৰাবলৈ এই সভাৰ আগত দাঙি ধৰিব খোজা কাৰ্য্যকৰ আন্তৰ্জাতিক নিয়ন্ত্ৰণাধীন নিৰস্ত্ৰীকৰণ আঁচনিখন যুগুত কৰা হৈছে। ই শান্তিৰক্ষাৰ উপায় উদ্ভাৱন কৰিব আৰু যুদ্ধৰ পথ ৰুদ্ধ কৰিব। এই কাম আগবঢ়াই নিয়া হব সুষম আৰু সুৰক্ষিত পৰ্য্যায়ৰ মাজেৰে যাতে এখন দেশে আন এখন দেশৰ ওপৰত সামৰিক সুবিধা গ্ৰহণ কৰিব নোৱাৰে। কোনো বৃহৎ শক্তি অথবা কাৰোবাৰ প্ৰতিদ্বন্দীৰ ওপৰত প্ৰমাণ আৰু নিয়ন্ত্ৰণৰ শেষ দায়িত্ব দিয়া নহয়; ৰাষ্ট্ৰসংঘৰ গণ্ডীৰ ভিতৰত এক আন্তৰ্জাতিক সংস্থাৰ ওপৰত দিয়া হব।

নিৰস্ত্ৰীকৰণ এটা অপৰিহাৰ্য্য চৰ্ত্ত বিভিন্ন স্তৰত কৰা প্ৰকৃত তদাৰকী নিৰস্ত্ৰীকৰণৰ স্তৰবিলাকৰ লগত যাতে আনুপাতিক হয় সেই বিষয়ে লক্ষ্য কৰা হব। অস্ত্ৰ আৰু অস্ত্ৰ-নিক্ষেপণ ব্যৱস্থাক ইয়াৰ ভিতৰত ধৰা হব। পৰিশেষত ই উৎপাদন আৰু পৰীক্ষা, সেইবোৰৰ স্থানান্তৰকৰণ আৰু সংৰক্ষণ বন্ধ কৰিব। এটা আন্তৰ্জাতিক নিৰস্ত্ৰীকৰণ অনুষ্ঠানৰ তত্ত্বাৱধানত পাৰমাণৱিক আৰু চিৰাচৰিত সামৰিক শক্তি ধীৰ গতিত হ্ৰাস কৰা হব আৰু শেষত সকলো সৈন্য আৰু সকলো অস্ত্ৰ-শস্ত্ৰ লোপ কৰা হব; কেৱল মাত্ৰ আভ্যন্তৰীণ আইন-শৃঙ্খলা ৰক্ষাৰ বাবে আৰু ৰাষ্ট্ৰসংঘৰ শান্তি সেনাবাহিনীৰ বাবে আৱশ্যকীয় সৈন্যখিনি ৰখা হব। আলোচনা আৰম্ভ হোৱাৰ লগে লগে আজিয়েই সেই প্ৰক্ৰিয়াও আৰম্ভ হ'ল।

মুঠ কথা, সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণ কেৱল এটা শ্লোগান হব নালাগিব। নিৰস্ত্ৰীকৰণ এতিয়া আৰু অসাধ্য অবাস্তৱ লক্ষ্য হৈ থকা নাই। ই এতিয়া এটা বাস্তৱ পৰিকল্পনা; আৰু এটা পৰীক্ষা—যিবিলাকে কেৱল কথাকে কব খোজে আৰু যিবিলাকে কাম কৰিব খোজে তেওঁলোকৰ পৰীক্ষা।

এনেকুৱা এটা পৰিকল্পনাই বিশ্বক বিবাদ বা লোভৰপৰা মুক্ত কৰিব নোৱাৰে; কিন্তু ই বিশ্বক সৰ্ব্বব্যাপী ধ্বংসৰ বিভীষিকাৰপৰা মুক্ত কৰিব। অলৌকিক যুগ ই আনিব নোৱাৰে; কিন্তু ই এনে এটা যুগ আনিব যি যুগত এখন ৰাষ্ট্ৰই আন এক ৰাষ্ট্ৰক ধ্বংস কৰিব নোৱাৰিব।

১৯৪৫ চনত এই ৰাষ্ট্ৰই বাৰুচ্ আঁচনিৰ (Baruch Plan) প্ৰস্তাব কৰিছিল আন আন ৰাষ্ট্ৰবোৰে আণৱিক বোমা তৈয়াৰ কৰা অথবা তেওঁলোকৰ সৈন্যবাহিনী ভাঙি দিয়াৰ আগতেই অণুক ( atom ) আন্তৰ্জাতিক কৰিবলৈ। কোৰিয়াত যুদ্ধত লিপ্ত হৈ থকাৰ অৱস্থাতেই আমি আমাৰ মিত্ৰ-শক্তিবৰ্গৰ সৈতে ১৯৫১ চনৰ নিৰস্ত্ৰীকৰণ পৰিকল্পনাৰ প্ৰস্তাব কৰিছিলোঁ। আজি বাৰ্লিনত আমাৰ প্ৰতিৰক্ষা ব্যৱস্থা টনকিয়াল কৰি থকা অৱস্থাতেই প্ৰস্তাব আগ বঢ়াইছোঁ। এইবিলাক কৰিছোঁ এই কাৰণে নহয় যে আমি এক কথাৰ মানুহ নহয় বা আমাৰ আন্তৰিকতা নাই অথবা আমি ভীতিগ্ৰস্ত; কৰিছোঁ এই কাৰণেই যে আমি জানো স্বাধীন মানুহৰ অধিকাৰ জয়ী হব। আমাৰ ইচ্ছাৰ বিৰুদ্ধে আমি অস্ত্ৰ সাজিবলগীয়া হ'লেও আমি সকলোৱে কামনা কৰা বাৰ্লিনবো ঊৰ্দ্ধৰ নিৰস্ত্ৰ পৃথিৱী এখনলৈ আমি আগ্ৰহে বাট চাই আছোঁ।

গতিকে এই আঁচনিৰ ভিত্তিত মই প্ৰস্তাৱ কৰোঁ যে নিৰস্ত্ৰীকৰণ আলোচনা অবিলম্বে পুনৰ আৰম্ভ হওক আৰু সাধাৰণ আৰু সম্পূৰ্ণ নিৰস্ত্ৰীকৰণৰ বাবে এখন পূৰ্ণ পৰিকল্পনাৰ কাম সম্পূৰ্ণ নোহোৱালৈকে চলি থাওক।

## ( ৪ )

এতিয়া আৰম্ভ কৰাৰ যুক্তিসঙ্গত স্থান হ'ল এখন চুক্তি সম্পাদন কৰা যি চুক্তিয়ে কাৰ্য্যকৰী নিয়ন্ত্ৰণৰ অধীনত সকলো ধৰণৰ পাৰমাণৱিক পৰীক্ষা সকলো পৰিবেশতে বন্ধ কৰিব। যুক্তৰাজ্য আৰু বৃটেইনৰ ফালৰপৰা এটা চুক্তিৰ

প্ৰস্তাৱ দিয়া হৈছে যি চুক্তি যুক্তিসঙ্গত, কাৰ্য্যকৰী আৰু চহী কৰাৰ কাৰণে প্ৰস্তুত। আমি আজিও সেই চুক্তিত চহী কৰিবলৈ সাজু।

বিষাক্ত তেজস্ক্ৰিয়-বিকীৰণৰপৰা মানৱ-জাতিক বচাবৰ কাৰণে কোনো তদাৰকী বা নিয়ন্ত্ৰণ নোহোৱাকৈ বায়ুমণ্ডলীয় পৰীক্ষা বন্ধ কৰিবলৈও আমি প্ৰস্তাৱ কৰিছিলোঁ। আমি দুঃখিত যে সেই প্ৰস্তাৱ গৃহীত নহ'ল।

পোন্ধৰ বছৰ ধৰি অণুক ( atom ) যুদ্ধৰ অস্ত্ৰ কৰাৰ সলনি শান্তিপূৰ্ণ উন্নয়নৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব বিচাৰি আহিছোঁ। কিন্তু পোন্ধৰ বছৰ ধৰি আমি আগবঢ়োৱা সুযোগৰ সলনি পাইছোঁ বাধাদান, আমাৰ ধৈৰ্য্যৰ সলনি আপোচ-বিৰোধী মনোভাৱ আৰু তেনেকৈয়ে যি মানৱ-জাতিৰ আবেদনক কৰিছে অৱজ্ঞা।

শেষত যেতিয়া আনৰ বিস্ফোৰণে আকাশ আচ্ছন্ন কৰিলে তেতিয়া আমাৰ নিজৰ আৰু স্বাধীন জগতৰ নিৰাপত্তাৰ খাতিৰত কাম কৰাৰ বাহিৰে আন বিকল্প পন্থা আৰু মোৰ দেশৰ হাতত নাথাকিল। যি সময়ত আনসকল অস্ত্ৰ-নিৰ্ম্মাণশালা উন্নয়ন কৰাত ব্যস্ত সেই সময়ত আমি পাৰমাণৱিক পৰীক্ষাৰ-পৰা বিৰত থাকি আমাৰ নিজৰে নিৰাপত্তা বিপন্ন কৰিব নোৱাৰোঁ। অথবা আৰু এবাৰ তদাৰকী নোহোৱাকৈ পাৰমাণৱিক পৰীক্ষা দীৰ্ঘদিনৰ বাবে বন্ধ ৰাখিও নিজৰ নিৰাপত্তা বিপন্ন কৰিব নোখোজোঁ। তিনি বছৰ ধৰি তদাৰকীৰ বাবে সন্মতি বিচাৰি বিচাৰি আমি সেই বিপদ মূৰপাতি লৈ আছিলোঁ। কিন্তু এই বছৰ জেনেভাত আমি যেতিয়া সৰলভাৱে আলাপ-আলোচনাত ব্যস্ত তেতিয়া তেওঁলোকে গোপনে ধ্বংসৰ নতুন পৰীক্ষাৰ প্ৰস্তুতি চলাই আছিল।

আমাৰ পৰীক্ষাই বায়ুমণ্ডল দূষিত কৰা নাই। আমাৰ প্ৰতিৰোধমূলক অস্ত্ৰ-শস্ত্ৰবোৰ আকস্মিক বিস্ফোৰণ বা ব্যৱহাৰৰ বিপক্ষে সতৰ্ক কৰি ৰখা হৈছে। বায়ুমণ্ডলত বিস্ফোৰণৰপৰা হোৱা স্বাস্থ্যৰ বিপদ জুখিবলৈ আৰু নিবাৰণ কৰিবলৈ যি কোনো ৰাষ্ট্ৰকে সহায় কৰিবৰ বাবে আমাৰ ডাক্তৰ আৰু বিজ্ঞানীসকল সাজু হৈ আছে।

কিন্তু এই ভয়ানক অস্ত্ৰৰ বিস্তাৰ বন্ধ কৰিবলৈ, বায়ু দূষিতকৰণ বন্ধ কৰিবলৈ, বাঢ়ি-অহা অস্ত্ৰ-প্ৰতিযোগিতা বন্ধ কৰিবলৈ, চুক্তি সম্পাদনৰ উপায় উদ্ভাৱন কৰিবলৈ আমি সাজু হৈ আছোঁ। সেই অনুসৰি আমাৰ নতুন নিৰস্ত্ৰীকৰণ আঁচনিত এই কথাকেইটা অন্তৰ্ভুক্ত কৰা হৈছে :

প্ৰথম, সকলো ৰাষ্ট্ৰদ্বাৰা পৰীক্ষা-বন্ধ চুক্তি সম্পাদন। এইটো এতিয়াই কৰিব পৰা যায়। পৰীক্ষা-বন্ধ আলোচনাক সাধাৰণ নিৰস্ত্ৰীকৰণ আলোচনালৈ বাট চাই পিছুৱাই থোৱা উচিত নহয়, থাকিব নালাগে।

দ্বিতীয়, অস্ত্ৰ-শস্ত্ৰত ব্যৱহাৰৰ কাৰণে পাৰমাণৱিক বিস্ফোৰণাত্মক পদাৰ্থৰ ( fissionable material ) উৎপাদন বন্ধ কৰিব লাগে আৰু সেই বস্তুবোৰ পাৰমাণৱিক অস্ত্ৰ নথকা ৰাষ্ট্ৰলৈ স্থানান্তৰ কৰা বন্ধ কৰিব লাগে।

তৃতীয়, পাৰমাণৱিক অস্ত্ৰৰ নিয়ন্ত্ৰণ সেই অস্ত্ৰ নথকা ৰাষ্ট্ৰলৈ বদলি কৰাটো নিঃশেষ কৰিব লাগে।

চতুৰ্থ, পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰক মহাশূন্যত নতুন নতুন যুদ্ধৰ বীজ ৰোপন কৰাৰপৰা বিৰত কৰিব লাগে।

পঞ্চম, পাৰমাণৱিক অস্ত্ৰৰ ক্ৰমিক বিলুপ্তি সাধন কৰিব লাগে আৰু তাত ব্যৱহৃত বস্তুবিলাক শান্তিৰ কামত ব্যৱহাৰৰ বাবে পৰিবৰ্ত্তন কৰিব লাগে।

শেষত, অন্তহীন পৰীক্ষাকাৰ্য্য আৰু পাৰমাণৱিক অস্ত্ৰ-ক্ষেপণযান উৎপাদন বন্ধ কৰিব লাগে আৰু সেইবোৰৰ ক্ৰমিক ধ্বংস সাধন কৰিব লাগে।

( ৫ )

কিন্তু অস্ত্ৰৰ বিলুপ্তিসাধনেই যথেষ্ট নহয়। ধ্বংসৰ লগে লগে আমি গঢ়িবও লাগিব। গঢ়িব লাগিব বিশ্ব-আইন। বিশ্ব-যুদ্ধ আৰু অস্ত্ৰ-শস্ত্ৰ আইনবিগৰ্হিত কৰাৰ লগে লগে আমি কৰিব লাগিব সেই আইন বলবৎ। আমি বিচৰা পৃথিৱীখনত ততাতৈয়াকৈ গঠন কৰা, অনিশ্চিতভাৱে যোগান ধৰা আৰু অপৰ্য্যাপ্তভাৱে ধন পোৱা ৰাষ্ট্ৰসংঘৰ জৰুৰী-বাহিনী ( United Nations Emergency Forces ) কেতিয়াও যথেষ্ট নহব।

গতিকে যুক্তৰাজ্যই পৰামৰ্শ দিব খুজিছে যে সকলো সদস্য-ৰাষ্ট্ৰই নিজৰ সেনাবাহিনীত একোটা শান্তি-বাহিনী খোলক; এই বাহিনীক ৰাষ্ট্ৰসংঘৰ আমন্ত্ৰণৰ অপেক্ষাত ৰখা হব, বিশেষভাৱে প্ৰশিক্ষণ দিয়া হব; ইয়াক সহজতে পোৱা যাব আৰু বিত্তীয় আৰু সামৰিক সমৰ্থনত ই অগ্ৰাধিকাৰ পাব।

তদুপৰি, শান্তিপূৰ্ণভাৱে বিবাদ মীমাংসা কৰাৰ উদ্দেশ্যে থিতাতে সত্য-উদ্‌ঘাটন, মধ্যস্থতা আৰু নিষ্পত্তি কৰি দিব পৰাকৈ আন্তৰ্জাতিক আইনৰ প্ৰভুত্ব বিস্তাৰ কৰিবৰ কাৰণে ৰাষ্ট্ৰসংঘৰ কৰ্ম্ম-যন্ত্ৰ উন্নত কৰিবলৈ আমেৰিকাৰ

প্ৰতিনিধিদলে এলানি ব্যৱস্থাৰ পৰামৰ্শ দিব। কিয়নো শান্তি কেৱল সামৰিক অথবা প্ৰায়োগিক ( technical ) সমস্যাই নহয়; প্ৰধানত ই ৰাজনৈতিক আৰু মানৱীয় সমস্যা। মানুহে যদি নিজৰ অস্ত্ৰ-বিস্তাৰ আৰু কাৰিকৰী-বিস্তাৰ প্ৰগতিৰ লগত তেওঁৰ সামাজিক আৰু ৰাজনৈতিক প্ৰগতি মিলাই লব নোৱাৰে তেনেহলে আমাৰ বিৰাট শক্তি সেই প্ৰাগৈতিহাসিক বিৰাটকায় সৰীসৃপ ডাইনোচ'ৰৰ ( dinosaur ) শক্তিৰ দৰে অদম্য হব আৰু সেই সৰীসৃপৰ দৰে মানুহো পৃথিৱীৰপৰা বিলুপ্ত হব।

( ৬ )

পৃথিৱীত আইনৰ প্ৰভুত্ব বিস্তাৰ কৰাৰ লগে লগে মানুহৰ নতুন ৰাজ্য মহাশূন্যতো তাক বিস্তাৰ কৰিব লাগিব।

চোভিয়েট ইউনিয়নৰ সাহসী মহাকাশচাৰীসকলক আমি সকলোৱে অভিবাদন জনাইছোঁ। সাম্ৰাজ্যবাদ আৰু সাৰ্ব্বভৌমত্ব-দাবীৰ প্ৰাচীন তিক্ত চিন্তাধাৰাক মহাকাশৰ নতুন দিগন্ত কলুষিত কৰিবলৈ দিব নালাগিব। বিশ্ব-ব্ৰহ্মাণ্ডৰ শীতল সীমান্ত শীতলতৰ যুদ্ধৰ মঞ্চ হব নালাগিব।

এই উদ্দেশ্যে ৰাষ্ট্ৰসংঘৰ চনদৰ ক্ষমতা বিশ্বব্ৰহ্মাণ্ডৰ মানুহৰ আবিষ্কাৰৰ সীমালৈকে বিস্তৃত কৰিবলৈ ব্যৱস্থা লবৰ বাবে আমি প্ৰস্তাৱ কৰিম: মহাকাশক শান্তিপূৰ্ণ ব্যৱহাৰৰ বাবে সংৰক্ষণ কৰিব লাগিব; মহাকাশলৈ বা গ্ৰহ-উপগ্ৰহলৈ সৰ্ব্ব-ধ্বংসী অস্ত্ৰ নিয়া নিষেধ কৰিব লাগিব; আৰু মহাকাশৰ ৰহস্য আৰু উপকাৰৰ ভাগ প্ৰত্যেক ৰাষ্ট্ৰকে দিব লাগিব। তাৰোপৰি বতৰৰ আগজাননী দিয়া আৰু বতৰ নিয়ন্ত্ৰণ কৰা ব্যৱস্থাত সমবায় প্ৰচেষ্টা চলাবৰ বাবেও আমি প্ৰস্তাৱ কৰিম। শেষত গোটেই বিশ্বকে টেলিগ্ৰাম, টেলিফোন, ৰেডিও আৰু টেলিভিশ্বনযোগে সংযোগ কৰিব পৰা এটা বিশ্ব-জোৰা সংবাদ-সৰবৰাহ কৰা ব্যৱস্থাৰ প্ৰস্তাৱ কৰিম। তেনেকুৱা ব্যৱস্থাৰে শান্তিৰ হকে এই সভাৰ কাৰ্য্য-বিবৰণী পৃথিৱীৰ চতুৰ্দ্দিশে টেলিভিশ্বনযোগে প্ৰেৰণ কৰিব পৰা দিনটো হয়তো আৰু সুদূৰপৰাহত নহয়।

( ৭ )

আজি পৃথিৱীৰ মানুহে সমুখীন হোৱা কঠোৰ বাস্তৱতাৰপৰা মহাশূন্যৰ ৰহস্যই আমাৰ দৃষ্টি আৰু শক্তি আঁতৰাই আনিব নালাগিব। দৰিদ্ৰতা, নিৰক্ষৰতা আৰু ব্যাধি নিৰাময় কৰিব নোৱাৰা ৰাজনৈতিক সাৰ্ব্বভৌমত্ব মাথোঁ এটা উপহাস। ভৱিষ্যৎ আশাহীন হ'লে স্বায়ত্বশাসন মাথোঁ এটা শ্লোগান হে হব।

সেয়েহে আন দেশবোৰৰ আত্ম-সাহায্যত মোৰ দেশে নিজৰ ধন আৰু কাৰিকৰী-বিদ্যাৰে ইমান দিনে সহায় কৰি আহিছে। এতিয়া এই দেশে বৰ্ত্তমান ষষ্ঠ-দশকটো আনুষ্ঠানিকভাৱে ৰাষ্ট্ৰসংঘ উন্নয়ন-দশক ( United Nations Decade of Development ) নাম দিবলৈ প্ৰস্তাৱ কৰিছে। সেই প্ৰস্তাৱৰ গণ্ডীৰ ভিতৰত ৰাষ্ট্ৰসংঘৰ হাতত থকা বৰ্ত্তমানৰ অৰ্থনৈতিক বৃদ্ধিৰ বাবে কৰা প্ৰচেষ্টাবোৰৰ পৰিসৰ বৃদ্ধি কৰিব পৰা যায় আৰু সিবিলাকৰ সমন্বয় সাধন কৰিব পৰা যায়। আঞ্চলিক জৰীপ আৰু প্ৰশিক্ষণ কেন্দ্ৰৰ জৰিয়তে বহুতো প্ৰতিভা গোটাব পৰা যায়। নতুন গৱেষণা, কাৰিকৰী-সাহায্য আৰু পাইলট-প্ৰোজেক্টৰ জৰিয়তে কম-উন্নত দেশ আৰু অনিয়ন্ত্ৰিত পানীত লুকাই থকা সম্পদবোৰ উদ্ধাৰ কৰিব পৰা যায়। সকলো ৰাষ্ট্ৰকে— তেওঁলোকৰ ব্যৱস্থা আৰু বিশ্বাস যিমানেই ভিন্নমুখী নহওক কিয়,—কাৰ্য্যতঃ আৰু আইনতঃ স্বাধীন আৰু সম-ৰাষ্ট্ৰ কৰিবলৈ উন্নয়ন পদ্ধতি প্ৰতিযোগিতা-মূলক নহৈ সহযোগিতামূলক হোৱা উচিত।

( ৮ )

মোৰ দেশে বিশ্বৰ ৰাষ্ট্ৰবোৰ স্বাধীন আৰু সমান হোৱাটো বিচাৰে। যিসকলে ঔপনিবেশিকতা এই অনুষ্ঠানৰ সমুখত এটা প্ৰধান সমস্যা বুলি কয় তেওঁলোকৰ লগত আমি একমত। সেই সমস্যাৰ সম্পূৰ্ণ তথ্যবোৰ ইয়াত আলোচনা কৰা যাওক।

এইটো সঁচা কথা যে দ্বিতীয় মহাসমৰৰ পিচৰপৰা এক বিশ্বজোৰা স্বাধীনতাৰ জোৱাৰে প্ৰায় এক নিযুত নিযুত ( বিলিয়ন ) মানুহ আৰু ন নিযুত বৰ্গমাইল ঠাইক বিয়াল্লিশখন স্বাধীন আৰু আত্ম-নিৰ্ভৰশীল ৰাষ্ট্ৰত ৰূপান্তৰিত

কৰিছে। বৰ্ত্তমান বিশ্বৰ জনসংখ্যাৰ শতকৰা দুইভাগতকৈ কম লোক "নিৰ্ভৰশীল" ( dependent ) দেশত বাস কৰে।

পুৰণি ঔপনিবেশিকতাৰ যিবিলাক সমস্যা এতিয়াৰ এই অনুষ্ঠানৰ সন্মুখত বৰ্ত্তমান সেইবিলাক সমস্যালৈ মই আওকাণ কৰা নাই। ধৈৰ্য্য, শুভেচ্ছা আৰু দৃঢ়তাৰ সহায়ত সেইবিলাক সমস্যা সমাধান কৰিব পৰা যাব। ঔপনিবেশিকতাৰ-পৰা সম-পৰ্য্যায়ৰ ৰাষ্ট্ৰৰ শাৰীলৈ সেই ৰাষ্ট্ৰবোৰৰ শান্তিপূৰ্ণ অভিযানত মোৰ দেশে নিজৰ দায়িত্বৰ সীমাৰ ভিতৰত থাকি কেৱল দৰ্শকে নহয় সক্ৰিয় অংশ গ্ৰহণকৰী হবলৈও ইচ্ছা কৰে। স্বায়ত্তশাসনৰ সেই প্ৰবহমান জোৱাৰৰ প্ৰতি আমাৰ সহানুভূতি আৰু সমৰ্থন আছে।

কিন্তু কঠোৰতম ঔপনিবেশিকতা কেৱল পুৰণি ৰাষ্ট্ৰবোৰৰ দ্বাৰা নতুন ৰাষ্ট্ৰ-বোৰৰ, শ্বেতবৰ্ণৰ দ্বাৰা কৃষ্ণবৰ্ণৰ শোষণেই নহয় অথবা ধনীবোৰৰ দ্বাৰা দুখীয়া-বোৰৰ ওপৰত প্ৰভুত্ব বিস্তাৰেই নহয়। মোৰ দেশ এসময়ত উপনিবেশ আছিল, আমি জানো ঔপনিবেশিকতাই কি বুজায়: বলীৰ দ্বাৰা নিৰ্ব্বলীৰ ওপৰত, কেজনমানৰ দ্বাৰা বহুতৰ ওপৰত, মহাদেশ, শ্ৰেণী, অথবা বৰ্ণ-নিৰ্ব্বিশেষে শাসিত হবলৈ ইচ্ছা নথকা সত্বেও শাসিত ৰাষ্ট্ৰবোৰৰ ওপৰত শোষণ আৰু প্ৰভুত্ব বিস্তাৰ।

আৰু সেই কাৰণেই কোনেও এই কথা মুই কৰিব নোৱাৰে যে স্বায়ত্ত-শাসনৰ জোৱাৰে এতিয়াও কমিউনিষ্ট-সাম্ৰাজ্য ঢুকি পোৱা নাই, এই সাম্ৰাজ্যত চৰকাৰীভাৱে "নিৰ্ভৰশীল" বুলি স্বীকৃতসকলতকৈও অনেক বেছি লোক মুক্ত চৰকাৰৰ সলনি বিদেশী সৈন্যই পাতি দিয়া চৰকাৰৰ অধীনত বাস কৰে, এই লোকবিলাক এনেকুৱা এটা শাসন-ব্যৱস্থাৰ তলতীয়া যি শাসন-ব্যৱস্থাই জানে কেৱল এটা দল আৰু এটা বিশ্বাস, যি শাসনে দমন কৰে বাক্-স্বাধীনতা, মুক্ত নিৰ্ব্বাচন, মুক্ত বাতৰি-কাকত, মুক্ত কিতাপ, মুক্ত শ্ৰমিক-সংস্থা, আৰু যি শাসনে সত্যক লুকাই ৰাখিবলৈ আৰু নিজৰ নাগৰিকক বন্দী কৰি ৰাখিবলৈ লৌহ-প্ৰাচীৰ বান্ধে। ঔপনিবেশিকতাৰ বিষয়ে আমি পূৰ্ণভাৱে বিতৰ্ক কৰোঁ আহক, আৰু পৃথিৱীৰ চুকে-কোণে স্বাধীন ইচ্ছাৰ নীতি আৰু গণভোটৰ পদ্ধতি প্ৰতিষ্ঠা কৰোঁ আহক।

পৰিশেষত যুক্তৰাজ্যৰ প্ৰেচিডেন্ট হিচাপে মই শান্তিৰ প্ৰতি আৰু দুটা বিপদ-সঙ্কেতৰ কথা এই পৰিষদক জনোৱাটো মোৰ কৰ্ত্তব্য বুলি ভাবোঁ। সেই দুটা আপোনালোকৰ গধুৰ কাৰ্য্যতালিকাত অন্তৰ্ভুক্ত কৰা হোৱা নাই, কিন্তু আমাৰ সকলোৰে প্ৰতি সেইবোৰ গভীৰ উদ্বেগৰ কাৰণ।

মই জনাব খোজা প্ৰথম সংকটটোক বিস্তৃতভাৱে ভুল বুজা হৈছে: সি হ'ল দক্ষিণ-পূৱ এচিয়াত জ্বলি থকা যুদ্ধৰ তুঁহ-জুইকুৰা। ইতিমধ্যে দক্ষিণ-ভিয়েৎনাম আক্ৰান্ত হৈছে কেতিয়াবা এজন হত্যাকাৰীৰ দ্বাৰা, কেতিয়াবা গৰিলা দলৰ দ্বাৰা আৰু অলপতে পূৰ্ণ বেটেলিয়নৰ দ্বাৰা। ব্ৰহ্মদেশ, কম্বোডিয়া আৰু ভাৰতৰ শান্ত সীমান্ত বাৰে বাৰে লঙ্ঘন কৰা হৈছে। লাওচৰ শান্তিপূৰ্ণ ৰাইজে অলপতে লাভ কৰা স্বাধীনতা পুনৰ বিপদৰ সম্মুখীন হৈছে।

এইবোৰক কোনেও "মুক্তি-যুদ্ধ" বুলি আখ্যা দিব নোৱাৰে। কিয়নো এইবোৰ ৰাইজে বাছি দিয়া চৰকাৰৰ অধীনস্থ স্বাধীন দেশ। তদুপৰি, যুদ্ধক্ষেত্ৰত গুলীয়াই মৰাৰ সলনি ঘৰৰ ভিতৰত ছুৰীৰে মানুহক হত্যা কৰা হৈছে বুলিয়েই এই আক্ৰমণবোৰ অবাস্তৱ বুলিও কব নোৱাৰি।

আজি এই বিশ্ব-সংস্থাৰ সমুখত দেখা দিয়া সৰল প্ৰশ্নটো হ'ল: এনেকুৱা যুদ্ধ-কৌশলৰ ক্ষুদ্ৰ আৰু দুৰ্ব্বল ৰাষ্ট্ৰবোৰক ৰক্ষা কৰাৰ উপায় উলিযাব পৰা যাব নে নেযায়? কাৰণ যদি এই কৌশল লাওচ আৰু দক্ষিণ-ভিয়েৎনামত কৃতকাৰ্য্য হয় তেনেহলে দুৱাৰ একেবাৰে মুকলি হৈ যাব।

এই অঞ্চলত যুক্তৰাজ্যই নিজৰ বাবে কোনো ধৰণৰ কোনো ঘাটি, কোনো ৰাজ্য অথবা কোনো বিশেষ স্থান নিবিচাৰে। এখন প্ৰকৃত নিৰপেক্ষ আৰু স্বাধীন লাওচৰ আমি সমৰ্থন কৰোঁ। তাৰ ৰাইজ বাহিৰৰ হস্তক্ষেপৰপৰা মুক্ত হওক, তেওঁলোকে নিজৰ লগত আৰু প্ৰতিবেশীসকলৰ লগত শান্তিত বাস কৰক, তেওঁলোক সুনিশ্চিত হওক যে তেওঁলোকৰ দেশ লোকক আক্ৰমণ কৰিবৰ বাবে আৰু ব্যৱহৃত নহব আৰু (মিঃ ক্ৰুশ্চেভ আৰু মই ভিয়েনাত একমত প্ৰকাশ কৰা অনুসৰি) তেওঁলোকৰ দেশ কম্বোডিয়া আৰু ব্ৰহ্মদেশৰ দৰে হওক।

কিন্তু লাওচ সম্বন্ধে কৰা আলাপ-আলোচনা এটা চৰম-বিন্দুত উপনীত হৈছে। তাত যুদ্ধ-বিৰতি অনিশ্চিত। দক্ষিণ-ভিয়েৎনামত অনুপ্ৰবেশ কৰিবৰ

ষাবে লাওচৰ মাটি ব্যৱহাৰ কৰা হৈছে। এই বিশ্ব-সংস্থাই এই কথা স্বীকাৰ কৰিব লাগিব যে লাওচৰ শান্তি আৰু স্বাধীনতাৰ এই বিপদ বিশ্বৰ আন আন ঠাইৰ বিপদবোৰৰপৰা পৃথক নহয়।

দ্বিতীয়তে, মই জাৰ্মেনি আৰু বাৰ্লিনৰ সংকটৰ বিষয়েও আপোনালোকক জনাব খুজিছোঁ। বেছি তৰ্ক-বিতৰ্কৰ ই স্থান বা কাল নহয়। কিন্তু আমাৰ সমুখত দেখা দিয়া স্পষ্ট সমস্যাবোৰৰ বিষয়ে জানিবলৈ এই বিশ্ব-সংস্থাৰ অধিকাৰ আছে। সেই অঞ্চলত সংকটাৱস্থাৰ সৃষ্টি হোৱাৰ কাৰণ হ'ল এয়ে যে তাত বিৰাজ কৰা শান্তি ভীতিগ্ৰস্ত হৈছে, স্বাধীন মানৱৰ দ্বীপ এটাক চাৰিও-ফালৰপৰা হেঁচা দিয়া হৈছে আৰু সম্মান-যোগ্য চুক্তিক ঘৃণাৰ চকুৰে চোৱা হৈছে। প্ৰতিষ্ঠিত আন্তৰ্জাতিক অধিকাৰক একপক্ষীয় বে-দখলৰ ভয় দেখুওৱা হৈছে। শান্তিপূৰ্ণ চলন-ফুৰণও তাঁৰ-কাঁটাৰ বেৰ আৰু পকা-স্তম্ভই বাধা দিছে।

পুস্কিনৰ "ব'ৰিচ গোডুন'ভ"ৰ ( Boris Godunov ) জাৰৰ ( Czar ) নিৰ্দ্দেশলৈ মনত পৰে: "এই মুহূৰ্ত্ততে আমাৰ সীমান্তবোৰ বেৰেৰে আগুৰি পেলোৱা···যাতে এটি প্ৰাণীও সীমা পাৰ হৈ যাব নোৱাৰে, যাতে এটি শহাও লৰি পলাব নোৱাৰে বা এটি কাউৰীও উৰি যাব নোবাৰে।"

কেৱল এখন তথাকথিত শান্তিৰ "চুক্তি" সম্পাদন কৰাৰপৰা চোভিয়েট ইউনিয়ন আৰু পূব-জাৰ্মেনিক বিৰত কৰিবলৈ আমি যুদ্ধৰ ভাবুকি দিয়া বুলি অভিযোগ কৰাটো উদ্ভট কথা। চোভিয়েটৰ নিজৰ সৈন্যই দখল কৰি থকা আৰু নিজৰ এজেণ্টে শাসন কৰি থকা এখন দেশৰ ওপৰত তেওঁলোকৰ নিজৰে সৃষ্ট এক শাসন-ব্যৱস্থাৰ লগত চোভিয়েটসকলে কৰিব খোজা কোনো কামে আমাৰ অধিকাৰ অথবা আমাৰ দায়িত্বক প্ৰভাৱিত কৰিব নোৱাৰে।

বাৰ্লিনত যদি এটা বিপদ-সঙ্কুল সমস্যাৰ সৃষ্টি হৈছে,—আৰু সঁচাকৈয়ে তাত হৈছেও,—তেনেহলে তাৰ কাৰণ হ'ল পশ্চিমৰ গুৰুত্বপূৰ্ণ স্বাৰ্থ আৰু গভীৰ প্ৰতিজ্ঞাৰ বিৰুদ্ধে আৰু পশ্চিম বাৰ্লিনৰ স্বাধীনতাৰ বিৰুদ্ধে ভীতি-প্ৰদৰ্শন। অমি এই স্বাৰ্থবোৰ এৰি দিব নোৱাৰোঁ। আমি এই অঙ্গীকাৰবোৰ অস্বীকাৰ কৰিব নোৱাৰোঁ। আমাৰ দায়িত্বত থকা এই মানুহবোৰৰ স্বাধীনতা আমি উছৰ্গা কৰিব নোৱাৰোঁ। যি "শান্তি-চুক্তি"য়ে শান্তি ধ্বংস কৰে সি এটা ছলনা মাত্ৰ। যি নগৰী প্ৰকৃততে স্বাধীন নহয় তেনেকুৱা "স্বাধীন নগৰী"য়ে স্বাধীনতাৰ শ্বাসৰোধ কৰিব আৰু তেনেকুৱা "স্বাধীন নগৰী" এটা অপযশ।

এখন নগৰী বা এটা জাতি প্ৰকৃততে স্বাধীন হবলৈ হ'লে কোনো অৰ্থনৈতিক, ৰাজনৈতিক অথবা পুলিচী প্ৰভাৱ নোহোৱাকৈ নিজে পছন্দ কৰাৰ আৰু নিজৰ খুচিমতে জীৱন-যাপন কৰাৰ তেওঁলোকৰ নিশ্চিত অধিকাৰ থাকিব লাগিব। মই আগতেই কৈছোঁ যে আমাৰ উপস্থিতি পশ্চিম-বাৰ্লিনৰ বাইজে কিমানদূৰ কামনা কৰে সেই বিষয়ে যদি কোনোবাই সন্দেহ কৰে তেনেহলে আমি এই প্ৰশ্নটো গোটেই বাৰ্লিনত আৰু সম্ভৱ হ'লে গোটেই জাৰ্মান জাতিৰ মাজতে মুক্ত ভোটত দিবলৈ ৰাজী আছোঁ।

এই সমস্যাৰ মৌলিক সত্য হ'ল এই যে ই সমূলি অনাৱশ্যকীয়। শান্তিপূৰ্ণ মীমাংসাৰ মৌলিক ব্যৱস্থাবোৰ চনদতে আছে। চনদৰ নীতিমতে কোনো চুক্তি সেই চুক্তি সম্পাদন কৰা সকলো পক্ষই বদলাব নোখোজে-মানে ৰক্ষা কৰিব লাগিব। প্ৰতিষ্ঠিত অধিকাৰবোৰক সন্মান কৰিব লাগিব। মানুহৰ ৰাজনৈতিক কাজ-কৰ্ম নিৰ্ভৰ কৰিব দিব লাগিব তেওঁলোকৰ ইচ্ছাৰ ওপৰত— যি ইচ্ছা মুক্তভাৱে প্ৰকাশ কৰা হয়। গণভোট অথবা মুক্ত নিৰ্ব্বাচনত, কোনো আইনগত সমস্যা সমাধান কৰিব পৰা যায় আইনগত উপায়েৰে। কোনো শক্তিৰ ভাবুকি আমি পৰিহাৰ কৰিব লাগিব। কিবা পৰিবৰ্ত্তন কৰিবলগীয়া হ'লে তাক আলাপ-আলোচনাৰ মাজেৰে কৰিব লাগিব; আৰু আলাপ-আলোচনাৰ ভিত্তি হব লাগিব পাৰম্পৰিক সন্মান আৰু লোকৰ অধিকাৰৰ প্ৰতি চিন্তা।

পশ্চিম-বাৰ্লিনৰ স্বাধীন নাগৰিকসকলৰ লগত আহ-যাহ, তেওঁলোকৰ প্ৰতি কৰ্ত্তব্য আৰু তেওঁলোকৰ স্বায়ত্তশাসনাধিকাৰ যি কোনো উপায়ে ৰক্ষা কৰিবলৈ পশ্চিমীয়া শক্তিবৰ্গই ধীৰ-স্থিৰ অৱস্থাত কথা দিছে। অভিজ্ঞতাৰপৰা আমাৰ যুগে জানিব পাৰিছে যে ভীতি-প্ৰদৰ্শন কৰা আৰু ভীতি-প্ৰদৰ্শনত সেও মনা মানে যুদ্ধ মাতি অনা। দৃঢ়তা আৰু যুক্তিৰে শান্তিপূৰ্ণ সমাধান কৰিব পৰা যায় আৰু সেই সমাধানত মোৰ দেশে গভীৰ বিশ্বাস কৰে।

আমি কোনো অনমনীয় সূত্ৰেও ধৰি নাথাকোঁ। আমাৰ মানত কোনো বিশুদ্ধ সমাধান নাই। আমি স্বীকাৰ কৰোঁ যে সেনা আৰু কামানে কিছুকালৰ বাবে এটা জাতিক নিজৰ ইচ্ছাৰ বিৰুদ্ধে বিভক্ত কৰি ৰাখিব পাৰে,—সেই কাম যিমানেই গৰ্হিত নহওক লাগিলে। কিন্তু আমি এইটোও বিশ্বাস কৰোঁ যে শান্তিপূৰ্ণ সমাধানো সম্ভৱ; তেনেকুৱা সমাধানে পশ্চিম-বাৰ্লিনৰ স্বাধীনতা, মিত্ৰ-শক্তিবৰ্গৰ তাত উপস্থিতি আৰু প্ৰৱেশাধিকাৰ ৰক্ষা কৰিব আৰু লগতে

ইউৰোপীয় নিৰাপত্তা নিশ্চিত কৰাত আনৰো ঐতিহাসিক আৰু বৈধ স্বাৰ্থ স্বীকাৰ কৰিব।

আপোচ-মীমাংসাৰ সম্ভাৱনাবোৰ যত্নেৰে অনুসন্ধান কৰি থকা হৈছে; কি ফল ধৰে সেই বিষয়ে এতিয়া কোৱাটো বৰ আগতীয়া হব। সমাধান পোৱা বুলি যথাসময়ত বাতৰি দিবলৈ পালে আমি আনন্দিত হম। কাৰণ, বাৰ্লিন সম্বন্ধে কোনো সংকটৰ সৃষ্টি হোৱাৰ কোনো দৰ্কাৰ নাই; যিবিলাকে এই সংকটৰ সৃষ্টি কৰিছিল যদি তেওঁলোকে শান্তি বিচাৰে তেনেহলে বাৰ্লিনত শান্তি আৰু স্বাধীনতা বিৰাজ কৰিব।

অহা দহ-মাহৰ ঘটনা আৰু সিদ্ধান্তবিলাকে অহা দহ-বছৰৰ বাবে মানুহৰ ভাগ্য নিৰ্ণয় কৰিব পাৰে। এই ঘটনাৱলী এৰাব পৰা নাযাব। সেই সিদ্ধান্ত-বোৰৰ আকৌ পুনৰ্বিবেচনা কৰিব পৰা নাযাব। আৰু আমাৰ স্মৃতি বৈ যাব এনেকুৱা এটা পিৰি হিচাপে যি পিৰিয়ে এই গ্ৰহক এটা জ্বলন্ত চিতাত পৰিণত কৰিছিল অথবা যি পিৰিয়ে "ভৱিষ্যতৰ বংশধৰসকলক যুদ্ধ-দানৱৰপৰা ৰক্ষা কৰিবলৈ" নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰিছিল।

সেই প্ৰতিজ্ঞা পালনৰ প্ৰচেষ্টাত আমাৰ দেশে সকলো প্ৰকাৰে সহায় কৰিব বুলি মই আপোনালোকক কথা দিছোঁ। মই কথা দিছোঁ যে আমি নিজে কাকো আক্ৰমণৰ বাবে প্ৰৰোচিতও নকৰোঁ; শক্তিৰ ভাবুকি আমি নিজে আহ্বান নকৰোঁ অথবা তাৰপৰা পলাইও নাযাওঁ; আমি ভয়ত কেতিয়াও আপোচ-আলোচনা নকৰোঁ আৰু আপোচ-আলোচনা কৰিবলৈও ভয় নকৰোঁ।

সন্ত্ৰাস কোনো নতুন অস্ত্ৰ নহয়। যিবিলাকে বুজনি অথবা আদৰ্শৰদ্বাৰা কৃতকাৰ্য্য হব নোৱাৰে তেওঁলোকে গোটেই ইতিহাসতে ইয়াক ব্যৱহাৰ কৰি আহিছে। কিন্তু সি পৰাজিত হবই লাগিব, কাৰণ মানুহে এটা যোগ্য জীৱনৰ বাবে মৰিবলৈ ভয় নকৰে অথবা সন্ত্ৰাসবাদীসকলে নিজেই বুজি পায় যে ভাবুকিৰদ্বাৰা মানুহক ভয় খুৱাব নোৱাৰি আৰু আক্ৰমণ কৰিলে যোগ্য প্ৰত্যুত্তৰো পোৱা যায়। এই ইতিহাসৰে পৰিপ্ৰেক্ষিত আজি শত্ৰু-মিত্ৰ সকলো দেশেই জনা উচিত যে স্বাধীন মানুহে নিজৰ দায়িত্ব পালন কৰাত সহায় কৰিবলৈ যুক্তৰাজ্যৰ ইচ্ছা আৰু আগ্ৰহ দুয়োটা আছে।

কিন্তু মই আজি ইয়ালৈ আহিছোঁ ভয়ভৰা পৃথিৱীৰ সিপাৰৰ শান্তিৰ পৃথিৱীলৈ চাবলৈ। এই অন্বেষণত আমি চৰম বিজয়ৰ আশা কৰিব নোৱাৰোঁ; কাৰণ, নতুন সমস্যাৱলী সদায়ে ওলায়েই থাকিব। আমি ইচ্ছা নকৰোঁ যে

সকলো দেশে একেটা ব্যৱস্থাকে সাদৰি লওক ; কাৰণ, আদৰ্শৰ একীকৰণ স্বাধীনতাৰ কাৰাধ্যক্ষ আৰু বুদ্ধিৰ শত্ৰু। কোনো উপায় উদ্ভাৱন, হুকুম আৰু আনকি সকলোৰে ইচ্ছাৰ বলতো আমি আমাৰ লক্ষ্য সাধন কৰিবলৈ আশা নকৰোঁ।

সেই চৰম, অন্ধকাৰ, অতল গহ্বৰৰ যিমানেই ওচৰ-চপা যেন নাপাওঁ কিয়, কোনো শান্তিপ্ৰিয় আৰু স্বাধীন মানুহেই নিৰাশ হোৱা উচিত নহয়। কিয়নো তেওঁ আজি অকলশৰীয়া নহয়। যদি আমি সকলোৱে অধ্যৱসায় কৰিব পাৰোঁ, যদি আমি প্ৰত্যেক দেশ আৰু দায়িত্বপূৰ্ণ পদত থাকি নিজৰ সীমান্তৰ আৰু উচ্চাকাঙ্ক্ষাৰ বাহিৰলৈ চাব পাৰোঁ, তেনেহলে নিশ্চয় এদিন সেই যুগৰ উদয় হব—যি যুগত বলী হব ন্যায়পৰায়ণ, নিৰ্ব্বলী নিৰাপদ আৰু শান্তি চিৰ-বিৰাজমান।

এই সভাত উপস্থিত ভদ্ৰলোক আৰু ভদ্ৰমহিলাসকল, সিদ্ধান্ত লব লাগিব আমিয়েই। বিশ্বৰ দেশসমূহে ইয়াৰ আগতে কেতিয়াও ইমান বেছি হেৰুৱাবলগীয়া অথবা পাবলগীয়া হোৱা নাছিল। একেলগে আমি আমাৰ পৃথিৱীক বচাম অথবা একেলগেই আমি ইয়াৰ অগ্নিশিখাত ধ্বংস হম। পৃথিৱীক বচাবই লাগিব ; আৰু তেতিয়াহে আমি মানৱ-জাতিৰ শাশ্বত ধন্যবাদ অৰ্জ্জন কৰিব পাৰিম আৰু শান্তি-প্ৰতিষ্ঠাতা হিচাপে ঈশ্বৰৰ সনাতন আশীৰ্ব্বাদ লভিব পাৰিম।

অন্ত